# অসমীয়া প্ৰবাদ



অধ্যাপক শ্ৰীসৰ্ব্বেশ্বৰ ৰাজগুৰু এম, এ; ডি, ফিল,

নগাওঁ কলেজ

নগাওঁ।

ভাৰত চৰকাৰৰ শিক্ষা আৰু সমাজ-কল্যাণ মন্ত্ৰালয়ৰ

আৰ্থিক সাহায্যেৰে প্ৰকাশিত।



প্ৰথম প্ৰকাশ : ১৮৯৪ শক

——×——

**ASAMIYA PRAVAD**

**A comprehensive compilation of Assamese Proverbs and adages with an elaborate introduction.**

**By**

**Dr. S. RAJGURU M.A., D. Phil.,**

**Nowgong College,**

**NOWGONG**

**Assam**

*First Edition*, June, 1972

Price Rs. 15/-

---

**Published with the financial assistance from the Government of India, Ministry of Education & Social Welfare.**

---

প্ৰকাশক : ডক্টৰ সৰ্বেশ্বৰ ৰাজগুৰু
নগাওঁ, অসম।

স্বত্বাধিকাৰী : ডক্টৰ সৰ্বেশ্বৰ ৰাজগুৰু,
নগাওঁ।

বেটুপাতৰ শিল্পী : শ্ৰীপ্ৰণবকুমাৰ বৰুৱা
নগাওঁ।

ছপা কৰোঁতা : শ্ৰীদেৱপ্ৰসাদ মিত্ৰ

ছপাশাল : এলম্ প্ৰেছ
৬৩, বিডন্ ষ্ট্ৰীট্, কলিকতা-৬

মূল্য : ১৫ টকা

প্ৰথম সংস্কৰণ

১৯৭২

# অৰ্পণা



স্মৃতিৰ সঁফুৰাত যাৰ অলেখ কথা আজিও
সেউজীয়া আৰু সজীৱ হৈ আছে আৰু
প্ৰবাদ সংগ্ৰহত যাৰপৰা আটাইতকৈ বেছি
সহায় আৰু প্ৰেৰণা পাইছিলো—
সেই মোৰ পৰম পূজনীয়া স্বৰ্গগতা মাতৃ অন্নদা দেৱীৰ
পুণ্য স্মৃতিতেই
'অসমীয়া প্ৰবাদ'খনি অকিঞ্চন পুত্ৰৰ
ভক্তিৰ অঞ্জলি স্বৰূপে
অৰ্পণ কৰিলো।

— অনুগত সেৱক —

শ্ৰীসৰ্ব্বেশ্বৰ ৰাজগুৰু

প্ৰবাদৰ বিষয়ে কোনো ব্যাখ্যা নিদিয়াকৈ কব পাৰি যে ডঃ সৰ্ব্বেশ্বৰ ৰাজগুৰু ডাঙৰীয়াৰ দ্বাৰা সংগৃহীত 'অসমীয়া প্ৰবাদ' বোলা পুথিখন শ্ৰম আৰু অধ্যৱসায়ৰ বিশিষ্ট উদাহৰণ। সমগ্ৰ পুথিখন নহলেও একাংশ পঢ়ি চাই বৰ সন্তোষ পালোঁ। লগতে এজন ব্যক্তিয়ে ইমান শ্ৰম কৰা দেখি আচৰিতো হৈছোঁ। 'অসমীয়া প্ৰবাদ' বোলা পুথিখনে অসমীয়া ভাষা-সাহিত্যৰ ভেটিক যে টনকিয়াল কৰিব সেই বিষয়ে সন্দেহ নাই। ডঃ ৰাজগুৰুৰ কল্যাণ কামনা কৰিলোঁ।

সকলোৰে মঙ্গল হওক। ইতি—

হেম বৰুৱা,
অসম সাহিত্যসভাৰ সভাপতি,
ভুবন ৰোড,
গুৱাহাটী-১।

# আগ কথা

**সংগ্ৰহৰ কথা :**

১৯৪৪-৪৫ চনত যোৰহাটৰ জগন্নাথ বৰুৱা কলেজৰ আই-এ শ্ৰেণীৰ ছাত্ৰ হৈ থকা অৱস্থাতে উক্ত কলেজৰ এ-এছ্-এল্ ক্লাবৰ প্ৰস্তাৱত আমাৰ মনত প্ৰবাদ সংগ্ৰহৰ কথাই ঠাই লৈছিল। তেতিয়াৰ পৰাই য'লৈকে যাওঁ ত'তে সুবিধা পালেই প্ৰবাদ সংগ্ৰহ কৰিবলৈ ধৰিছিলো। ১৯৫৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত অসমীয়া বিভাগৰ ছাত্ৰ হিচাবে থকা কালতো অসমীয়া ভাষাত এখন উপযুক্ত প্ৰবাদ সংগ্ৰহৰ অভাৱ বৰকৈ উপলব্ধি কৰিব লগা হৈছিল। অসমীয়া বিষয়ত এম-এ পাচ কৰাৰ পাচত অসমীয়া প্ৰবাদৰ ওপৰত গৱেষণা কৰাৰ এটা প্ৰবল ইচ্ছাও হৈছিল; কিন্তু নানা কাৰণত সেই ইচ্ছা ত্যাগ কৰি "Medieval Assamese Society" ( "মধ্যযুগীয় অসমীয়া সমাজ" ) ৰ ওপৰতহে গৱেষণা কৰিবলৈ লোৱা হ'ল। তথাপিও সুবিধা পালেই প্ৰবাদ সংগ্ৰহৰ কাম এৰা নাছিলো।

ব্যাপকভাবে প্ৰবাদ সংগ্ৰহ কৰা কামত অৰ্থ আৰু সময় দুয়োটাৰে প্ৰয়োজন; কাৰণ এনেদৰে প্ৰবাদ সংগ্ৰহ কৰিবলৈ হ'লে ৰাজ্যৰ বিভিন্ন অঞ্চললৈ গৈ প্ৰবাদ সংগ্ৰহ কৰিব লাগে,—তেহে প্ৰবাদ সংগ্ৰহটো প্ৰতিনিধিমূলক হয়। কিন্তু আমাৰ পক্ষে এইদৰে দেশৰ বিভিন্ন অঞ্চলত ফুৰি প্ৰবাদ সংগ্ৰহ কৰাটো সম্ভৱপৰ নহৈছিল। মাত্ৰ কৰ্ম-জীৱনত যি যি ঠাইলৈ যাব লগা হৈছিল সেই সেই ঠাইত প্ৰবাদ সংগ্ৰহৰ কাৰণে চেষ্টাৰ অকণো ত্ৰুটি কৰা নাছিলো।

সংগ্ৰহ কৰা প্ৰবাদ বিলাকৰ বহু-সংখ্যক প্ৰবাদ আমাৰ জন্মস্থান শিৱসাগৰৰ চাৰিঙত সংগ্ৰহ কৰা হয়। চাৰিঙত প্ৰবাদ সংগ্ৰহ কৰোঁতে পূজনীয়া মাতৃ, স্বৰ্গগতা অন্নদাদেৱীয়ে মোক সকলো প্ৰকাৰে সহায় কৰিছিল। তেখেতে নিজৰ মুখৰ পৰা যথেষ্টসংখ্যক প্ৰবাদ কোৱাৰ উপৰিও গাঁৱৰ আইসকলৰ পৰা প্ৰবাদ সংগ্ৰহ কৰি দিছিল আৰু ঘৰলৈ অহা পোহাৰীৰ পৰা প্ৰবাদ সংগ্ৰহ কৰাতো সহায় কৰিছিল। ইয়াৰ বাহিৰেও ১৯৪৭-৪৮ চনত ভজোৰ ওচৰৰ

মাহমৰা দিপ্লিং হাইস্কুলত শিক্ষকতা কৰি থকা কাল ছোৱাত তজোৰ বিভিন্ন অঞ্চলৰপৰা প্ৰবাদ সংগ্ৰহ কৰিছিলো। আকৌ ১৯৫০-ৰ পৰা ১৯৫৪ লৈকে চাৰিঙৰ শশীধৰ ফুকন বালিকা উচ্চ বিদ্যালয়ৰ সহকাৰী প্ৰধান শিক্ষকৰ কাম কৰি থকা কাল ছোৱাত উক্ত স্কুলৰ শিক্ষক শিক্ষয়িত্ৰী আৰু ছাত্ৰীসকলৰ সহায়ত ভালেমান প্ৰবাদ সংগ্ৰহ কৰিবলৈ সক্ষম হৈছিলো। ১৯৫৭ চনৰ এপ্ৰিল মাহৰ পৰা ১৯৫৯ চনৰ চেপ্টেম্বৰ মাহলৈকে কামৰূপ জিলাৰ পাঠশালাত বজালী কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক হৈ থকা কালছোৱাত বজালীৰ বিভিন্ন অঞ্চলৰপৰা প্ৰবাদ সংগ্ৰহ কৰিছিলো। এই সময়ত প্ৰবাদ সংগ্ৰহত পাঠশালাৰ প্ৰাথমিক শিক্ষক সন্থা, দেশ-কৰ্ম্মী ডাক্তৰ ৺জিনাৰাম দাসৰ পত্নী ৺সুন্দৰী বালা দাস আৰু হৰিপুৰৰ ৺আতহৰাম ডেকাৰ (দাইনা পালী) পৰা পোৱা সহায় বিশেষ উল্লেখযোগ্য। কৰ্ম্মজীৱনত নগাৱঁতেই বেছি সময় কটোৱা হৈছে যদিও গৱেষণামূলক গ্ৰন্থ "Medieval Asamese Society" (মধ্যযুগীয় অসমীয়া সমাজ)ৰ কামত আৱদ্ধ থাকিব লগা হোৱাত আৰু অন্যান্য কাৰণত নগাৱঁত বিশেষ প্ৰবাদ সংগ্ৰহ কৰিব পৰা নহ'ল। প্ৰবাদ সংগ্ৰহটো ছপাশাললৈ পঠোৱাৰ পাচত নগাওঁ কলেজৰ ছাত্ৰ শ্ৰীমান খগেনচন্দ্ৰ শইকীয়াৰ পৰা প্ৰায় ৩৫টামান প্ৰবাদ পাওঁ। এওঁৰপৰা পোৱা প্ৰবাদ কেইটা ওপৰক্ষিত সংযোগ কৰি দিয়া হ'ল। ইয়াৰ বাহিৰেও নাজিৰাৰ শ্ৰীঅপূৰ্ব্বকুমাৰ বৰপূজাৰীয়েও আমাক মাজে-সময়ে দুই-এটা প্ৰবাদ সংগ্ৰহ কৰি দি এই সংগ্ৰহ কাৰ্য্যত সহায় কৰিছিল।

আমাৰ অসমীয়া ভাষাত এতিয়ালৈকে কেইবাখনো প্ৰবাদ-সংগ্ৰহ প্ৰকাশ হৈ ওলাই গৈছে। এইবিলাক সংগ্ৰহে অসমীয়া ভাষা-সাহিত্যৰ উন্নতিত যথেষ্ট বৰঙণি আগবঢ়াইছে। তথাপিও ক'ব লাগিব যে আমাৰ অসমত এতিয়ালৈকে ব্যাপকভাৱে প্ৰবাদৰ সংগ্ৰহ কাৰ্য্য হোৱা নাই। প্ৰবাদৰ আমাৰ এই সংগ্ৰহ-টোত দুহেজাৰমান প্ৰবাদ সংগ্ৰহ কৰা হৈছে যদিও ক'ব লাগিব যে প্ৰবাদ সংগ্ৰহটো সম্পূৰ্ণ হোৱা নাই। কাৰণ উল্লেখ কৰি অহা হৈছে যে ৰাজ্যৰ প্ৰায় সকলো অঞ্চললৈ গৈ আমি প্ৰবাদ সংগ্ৰহ কৰিব পৰা নাই। উদাহৰণ স্বৰূপে দৰং, গোৱালপাৰা আৰু উত্তৰ-লক্ষীমপুৰ আদি জিলাত মই প্ৰবাদ গোটাব পৰা নাই। এইবোৰ ঠাইত প্ৰবাদ সংগ্ৰহ কৰিব পৰা হলে সংগ্ৰহত প্ৰবাদৰ সংখ্যা নিশ্চয় বহুত বেছি হলহেতেন আৰু সংগ্ৰহটোও বেছি প্ৰতিনিধিমূলক হলহেতেন। ভৱিষ্যতে চৰকাৰৰ ঘৰে বা সাহিত্য সভাই বা

কোনো সমৰ্থবান অসমীয়া সাহিত্যপ্ৰেমীয়ে নিশ্চয় এই কাম হাতত ল'ব বুলি আশা ৰাখি, বৰ্ত্তমানলৈকে আমি বিখিনি প্ৰবাদ সংগ্ৰহ কৰিলো, তাকে, বহুত চেষ্টাৰ ফলত যথাশক্তিৰে ৰাইজৰ আগলৈ উলিয়াইছো।

প্ৰবাদ সংগ্ৰহ কাৰ্য্য জটিল। কথা-প্ৰসঙ্গতে উপযুক্ত বাতাবৰণৰ সৃষ্টি নহলে মানুহৰ মুখৰপৰা প্ৰবাদ উলিয়াব পৰা সম্ভৱ নহয়। প্ৰবাদ জনা কোনো মানুহৰ ওচৰলৈ গলেও যে সবহসংখ্যক প্ৰবাদ সংগ্ৰহ কৰিব পৰা হয় এনে নহয়;—কাৰণ কেতিয়াবা এনে কথাচহকী মানুহৰ মুখৰপৰা যিমানবোৰ প্ৰবাদ পোৱা যায় তাৰ ভিতৰত হয়তো ৫।৬ টামানহে নতুন সংগ্ৰহ হয়। পতিকে ৯।১০ মাইল বাট গৈয়ো ৫।৬ টামান নতুন প্ৰবাদ লৈয়ে সন্তুষ্ট হৈ ঘুৰি আহিব লগা হয়। সাধাৰণতে তিৰোতা মানুহৰ মুখতেই প্ৰবাদ বেছিকৈ শুনা যায়। কিন্তু তিৰোতা মানুহৰ সহায় নহলে তিৰোতা মানুহৰ মুখৰ পৰা প্ৰবাদ সংগ্ৰহ কৰা টান। তিৰোতা মানুহৰ মুখৰ পৰা প্ৰবাদ সংগ্ৰহ কৰাত চাৰিগুত আমাৰ মাতৃ ৺অন্নদাদেবীৰ পৰা আৰু পাঠশালাত (বজালীৰ) ৺সুন্দৰীবালা দাসৰপৰা পোৱা সহায়ৰ কথা পাহৰিব নোৱাৰো। মানুহৰ মুখৰ পৰা সংগ্ৰহ কৰা প্ৰবাদৰ উপৰিও এই সংগ্ৰহত ডাকৰ বচন, ভকতীয়া ফকৰা, আৰু বুৰঞ্জী পুথি, ৰামায়ণ, মহাভাৰত, কীৰ্ত্তন, দশম, ঘোষা, মনসা কাব্য আৰু চংদাৰী আৰু বহুমালিৰ পৰা প্ৰবাদ হিচাবে ব্যৱহৃত হোৱা উক্তিবোৰো যথাসাধ্য সংগ্ৰহ কৰি লিপিবদ্ধ কৰা হৈছে।

**সম্পাদনাৰ কথা :**

সংগ্ৰহৰ দৰেই প্ৰবাদৰ সম্পাদনা কামো জটিল। বিভিন্ন মানুহৰ মুখত পৰি বা মুখ-বাগৰি অহা প্ৰবাদবোৰৰ ভাষা অৰ্ব্বাচীন হোৱাৰ উপৰিও কিছুমানৰ ভাষা বিকৃত হৈ পৰিছে। এনে বিকৃত প্ৰবাদৰ আচল ৰূপটো ধৰা পেলোৱা টান হৈ পৰে আৰু এনে কাৰণৰ কাৰণেও কিছুমান প্ৰবাদ আমি সংগ্ৰহৰ পৰা বাদ দিছিলো। অৱশ্যে এই প্ৰবাদবোৰ আমি বেলেগে সংৰক্ষণ কৰি ৰাখিব লাগিছিল; কিন্তু দুঃখিত যে সেইবোৰ বেলেগে ৰাখি থোৱাৰ প্ৰয়োজন সেই সময়ত উপলব্ধি কৰা নহ'ল। বজালীত সংগ্ৰহ কৰা কামৰূপীয় উপভাষাৰ প্ৰবাদৰ ক্ষেত্ৰতো মাজে-সময়ে তাৰ আচল ৰূপ ধৰা পেলোৱাটো আমাৰ পক্ষে সমস্যা হৈ পৰিছিল। বজালীত সংগ্ৰহ কৰা প্ৰবাদবোৰ যিমান পৰা যায়

কামৰূপীয় উপভাষাতেই ( বজালী অঞ্চলৰ ) বৰ্ষা হৈছে আৰু এনে প্ৰবাদৰ ক্ষেত্ৰত বিশেষ শব্দৰ অৰ্থ বুজা সকলোৰে পক্ষে সম্ভৱ নহয় বুলি ভবা হৈছে সেইবোৰৰ অৰ্থ প্ৰবাদৰ তলতে তলতে দিয়া হৈছে।

ভূমিকাত বিভিন্ন শ্ৰেণীৰ অসমীয়া প্ৰবাদৰ কথা উল্লেখ কৰি সেইবোৰৰ প্ৰত্যেকৰ বিষয়ে যথাসম্ভৱ একোটা আলোচনা কৰাৰ চেষ্টা কৰা হৈছে। ইয়াৰ বাহিৰেও বিভিন্ন দিশৰপৰা 'প্ৰবাদ বাক্যত পৰা প্ৰভাৱ আৰু প্ৰবাদ বাক্যত প্ৰতিফলিত হোৱা অসমীয়া সমাজৰ বিভিন্ন দিশৰ বিষয়েও ভূমিকাত যথাসম্ভৱ বিশদভাৱেই আলোচনা কৰা হৈছে। ভূমিকাত আলোচনা কৰা কথাখিনিৰ প্ৰায়বোৰেই প্ৰবন্ধ আকাৰত বিভিন্ন সময়ত 'অসম সাহিত্য সভা পত্ৰিকা', 'নতুন অসমীয়া', 'অসম বাণী', 'অসমী আই' আদি আলোচনী আৰু বাতৰিকাকতত প্ৰকাশ হৈছিল। আমাৰ ইচ্ছা আছিল বিভিন্ন শ্ৰেণীৰ 'প্ৰবাদবোৰ শ্ৰেণীবদ্ধভাৱে লিপিবদ্ধ কৰি, প্ৰয়োজন অনুসৰি, সেইবোৰৰ ব্যাখ্যা আৰু সেইবোৰৰ অন্তৰালত নিহিত থকা সাধুকথা, 'ঐতিহাসিক তথ্যৰ টোকা তলত দি প্ৰকাশ কৰাৰ। প্ৰবাদবোৰৰ অৰ্থ সহ একোটা বাক্য ৰচনা কৰি লগে লগে দি গ'লে বেছি ভাল হ'ব বুলিও দুই-এক সাহিত্য-প্ৰেমী আৰু সাহিত্য-সেৱী সদাশয় ব্যক্তিয়ে আমাক কৈছিল। কিন্তু এনেদৰে কৰিবলৈ হলে বৰ্ত্তমানৰ গ্ৰন্থখনিকেই ২।৩টা খণ্ডত ভাগ কৰিব লাগিলেহেতেন আৰু অধিক টকা আৰু অধিক সময়ৰো প্ৰয়োজন হ'লহেতেন। আমাৰ পক্ষে তেনেদৰে দায়িত্ব বহন কৰিব পৰাটো বৰ্ত্তমান সম্ভৱপৰ নহয় কাৰণেই সেই আশা ত্যাগ কৰিব লগা হ'ল।

বৰ্ত্তমানৰ সংগ্ৰহটোত, সম্পূৰ্ণভাৱে নহলেও যথাসম্ভৱ, অভিধানৰদৰে অক্ষৰানুযায়ী সজাই প্ৰবাদবোৰ লিপিবদ্ধ কৰা হৈছে। যিবোৰ খণ্ড বাক্য দৃষ্টান্ত বা পটন্তৰৰ দৰে ব্যৱহাৰ কৰা হয় তেনে বাক্যও এই সংগ্ৰহত ঠাই দিছোঁ। একেধৰণৰ প্ৰবাদ কিছু সাল-সলনি হৈ বিভিন্ন অঞ্চলত বিভিন্ন ধৰণেৰে ব্যৱহৃত হোৱা দেখা যায়। এনে সমাৰ্থক প্ৰবাদো কেতিয়াবা বন্ধনীৰ ভিতৰত আৰু কেতিয়াবা প্ৰয়োজন বুজি মূল সংখ্যাত লিপিবদ্ধ কৰিছোঁ। সমাৰ্থক প্ৰবাদৰ সংখ্যা অধিক হলেও সেইবোৰৰ সংৰক্ষণ প্ৰয়োজন; কিয়নো সেইবোৰে আমাৰ ভাষা-সাহিত্যৰ ঐশ্বৰ্য্য আৰু সৌষ্ঠৱতা দেখুৱাৰ উপৰিও কোনো কোনো সময়ত আঞ্চলিক বৈশিষ্ট্যও দেখুৱাই দিয়ে। সাধুকথা জড়িত, জনশ্ৰুতীয়া আৰু ঐতিহাসিক তথ্য জড়িত প্ৰবাদবোৰৰ কথা সেই সেই প্ৰবাদৰ তলতে উল্লেখ

কৰি লোৱা হৈছে। তদুপৰি বিভিন্ন গ্ৰন্থৰ পৰা প্ৰবাদ হিচাবে ব্যৱহাৰ হোৱা যিবোৰ উক্তি এই গ্ৰন্থত অন্তৰ্ভুক্ত কৰি লোৱা হৈছে সেইবোৰৰ দাঁতিয়ে দাঁতিয়ে যিমান পৰা যায় মূল গ্ৰন্থৰ কথা উল্লেখ কৰা হৈছে। সংখ্যানুযায়ী আৰু অক্ষৰানুযায়ী প্ৰবাদৰ পাণ্ডুলিপিটো প্ৰস্তুত কৰাৰ পাচত যিখিনি প্ৰবাদ সংগ্ৰহ কৰা হৈছিল সেইখিনি 'ওপৰঞ্চি' হিচাবে গ্ৰন্থৰ শেহত ঠাই দিয়া হৈছে।

**প্ৰকাশৰ কথা :**

এনে এটা প্ৰবাদ সংগ্ৰহ প্ৰকাশ কৰিবলৈ আগবঢ়াটো আমাৰ পক্ষে এটা জটিল কাম ; কাৰণ ইয়াৰ কাৰণে গ্ৰন্থ প্ৰকাশৰ অভিজ্ঞতা আৰু অৰ্থ দুয়োটোৰে প্ৰয়োজন। আমাৰ এই দুয়োটোৰে অভাৱ। বহুদিনৰপৰা সংগ্ৰহ কৰি থকা এই প্ৰবাদ সংগ্ৰহটো প্ৰকাশৰ কাৰণে আমি বহুতো প্ৰকাশকৰ ওচৰ চাপিছিলো ; কিন্তু কাৰোৰ পৰা এই বিষয়ত সঁহাৰি পোৱা নহ'ল। ১৯৬৩ চনৰ মে' মাহত অসম প্ৰকাশন পৰিষদৰ ওচৰতো গ্ৰন্থখন প্ৰকাশৰ কাৰণে আৰ্থিক সাহায্য বিচাৰি আবেদন কৰিছিলো ; কিন্তু প্ৰায় এবছৰৰ পাচত ১৯৬৪ চনৰ এপ্ৰিল মাহত প্ৰকাশন পৰিষদৰ তেতিয়াৰ সচিবে আৰ্থিক সাহায্য দিবলৈ পৰিষদৰ অপাৰগতা প্ৰকাশ কৰি পাণ্ডুলিপিটো ঘূৰাই দিলে। আকৌ ১৯৭০ চনৰ শেষ ভাগত অসম চৰকাৰৰ শিক্ষা বিভাগৰ যোগেদি কেন্দ্ৰীয় শিক্ষা আৰু সমাজকল্যাণ বিভাগলৈ সংগ্ৰহটো প্ৰকাশৰ কাৰণে আৰ্থিক সাহায্য বিচাৰি আবেদন কৰোঁ আৰু তেতিয়াৰ মুখ্যমন্ত্ৰী মহানুভৱ ✓বিমলাপ্ৰসাদ চলিহা দেৱকো পাণ্ডুলিপিটো দেখুৱাওঁ। চলিহা ডাঙৰীয়াই এই বিষয়ত যি পাৰে কৰিব বুলি মোক আশ্বাস দিয়ে। অৱশেষত ১৯৭১ চনৰ জুন মাহৰ শেষ ভাগত অসম, চৰকাৰৰ পৰামৰ্শ মতে কেন্দ্ৰীয় চৰকাৰৰ শিক্ষা আৰু সমাজ কল্যাণ বিভাগৰ মন্ত্ৰীদপ্তৰে সংগ্ৰহটো প্ৰকাশৰ কাৰণে এটি আৰ্থিক মঞ্জুৰী আগবঢ়ায়। সংগ্ৰহটো ·প্ৰকাশৰ কাৰণে এই সাহায্য সামান্য যদিও, এই সহায়ৰ ওপৰতেই নিৰ্ভৰ কৰি আমি প্ৰকাশৰ কামত আগবাঢ়োঁ।

বহুতো সজ্জন আৰু কৃতীলোকৰ সহানুভূতি আৰু শুভেচ্ছা পোৱা এই প্ৰবাদ সংগ্ৰহটো বহুত বছৰৰ চেষ্টাৰ ফলত আমি ৰাইজৰ আগলৈ উলিয়াবলৈ সক্ষম হৈছোঁ। সংগ্ৰহটো কেনেকুৱা হৈছে আৰু ই অসমীয়া ভাষা-সাহিত্যৰ উপকাৰ

সাধন কৰিবনে নকৰে তাৰ বিচাৰৰ ভাৰ অসমীয়া সাহিত্যপ্ৰেমী আৰু সাহিত্য-সেৱী ৰাইজৰ ওপৰত। যদি এই সংগ্ৰহটোৱে অসমীয়া ভাষা-সাহিত্যৰ কিঞ্চিৎপৰিমাণেও উপকাৰ সাধন কৰিব পাৰে তেনেহলেই আমি বহুবছৰৰ পৰিশ্ৰম সাৰ্থক হোৱা বুলি কৃতাৰ্থ মানিম।

নগাওঁ কলেজৰ আমাৰ ভালেমান ছাত্ৰ-ছাত্ৰীৰ সহায়ত অকৰাদুযায়ী প্ৰবাদবোৰৰ আমি এটা পাণ্ডুলিপি প্ৰস্তুত কৰি ৰাখিছিলো। এই পাণ্ডুলিপিটো ছপাশাললৈ পঠোৱাৰ আগতে আকৌ এবাৰ চাই-চিতি নতুনকৈ কপি কৰোৱাৰ অত্যন্ত প্ৰয়োজন আছিল। কিন্তু কেন্দ্ৰীয় শিক্ষাবিভাগৰ অনুদানটো আমি হঠাতেই পালো আৰু এই অনুদানৰ লগত গ্ৰন্থখন প্ৰকাশ কৰি উলিওৱাৰ নিৰ্দ্দিষ্ট দিনো ধাৰ্য্য কৰি দিয়া আছিল। গতিকে সময়ৰ অভাৱত নতুন প্ৰতি-লিপি এটা প্ৰস্তুত কৰোৱাৰ আশা বাদ দি পুৰণা পাণ্ডুলিপিটোকে আমি ছপাশাললৈ পঠাই দিব লগা হয়। ইয়াৰ কাৰণে আৰু আহিকাকস্ত চোৱাৰ অনভিজ্ঞতাৰ কাৰণেও গ্ৰন্থখনত কিছু বৰ্ণাশুদ্ধি ৰৈ গৈছে। অৱশ্যে এই বৰ্ণাশুদ্ধিয়ে বিষয়-বস্তুৰ বিকৃত অৰ্থ কৰা নাই। তথাপিও আমি এই ভুলৰ কাৰণে অতিশয় দুঃখিত আৰু ইয়াৰবাবে সদাশয় ৰাইজৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছোঁ। সুধীবৃন্দৰ ওচৰত আমাৰ বিনীত অনুৰোধ এয়ে যেন বৰ্ণাশুদ্ধি আৰু দুই-এটি যতি চিনৰ ব্যতিৰেকে কিবা ত্ৰুটি-বিচ্যুতি দেখিলে ভবিষ্যতে সংশোধনৰ কাৰণে আঙুলিয়াই দি আমাক কৃতাৰ্থ কৰে। অৰ্থৰ বিসঙ্গতি ঘটোৱা কেইটামান ভুলৰ শুধৰণী গ্ৰন্থখনৰ শেহত দিয়া হ'ল।

**কৃতজ্ঞতা জ্ঞাপন :**

বিভিন্ন অঞ্চলৰপৰা প্ৰবাদ সংগ্ৰহ কৰাত আৰু প্ৰবাদ সংগ্ৰহটো প্ৰকাশৰ কাৰ্য্যত আমি বহুতো সদাশয় ব্যক্তি আৰু আমাৰ ছাত্ৰ-ছাত্ৰীৰপৰা সহায় পাইছিলো। এইসকলৰ ভিতৰত দুই-একৰ কথা হয়তো পাহৰিছোঁ। যিসকলৰ কথা আমি সুঁৰৰিব পাৰিছোঁ আৰু আমাৰ স্মৃতিৰ সঁফুৰাত এতিয়াও সজীৱ হৈ আছে সেইসকলৰ নাম কৃতজ্ঞতাৰে স্মৰণ কৰাটো এই প্ৰসঙ্গত এটা পৱিত্ৰ কৰ্ত্তব্য বুলি ভাবিছোঁ। আমাৰ সোঁৱৰণত যদি *কোনো লোকৰ নাম বাদ পৰি গৈছে তেনেহলে সেই সকললৈও কৃতজ্ঞতা জ্ঞাপন* কৰিছোঁ।

জন্ম জয়ন্তে আমাৰ হাতত বহুত দিন পৰি থকা এইটো প্ৰবাদ সংগ্ৰহটো আৰ্থিক সাহায্য আগবঢ়াই বাইজৰ আগত প্ৰকাশ কৰিবলৈ সুবিধা দিয়াৰ বাবে কেন্দ্ৰীয় চৰকাৰৰ শিক্ষা আৰু সমাজ কল্যাণ বিভাগৰ মন্ত্ৰী দপ্তৰ আৰু অসম চৰকাৰৰ শিক্ষা বিভাগলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। প্ৰসঙ্গক্ৰমে প্ৰাক্তন মুখ্যমন্ত্ৰী ৺বিমলাপ্ৰসাদ চলিহা দেৱৰ কথাও কৃতজ্ঞতাৰে স্মৰণ কৰিছোঁ। ইয়াৰ বাহিৰেও বিভিন্ন প্ৰকাৰে সহায় কৰা আৰু দিহাপৰামৰ্শ দিয়া প্ৰাক্তন কৃষিমন্ত্ৰী শ্ৰীলক্ষ্মীপ্ৰসাদ গোস্বামী, অসম ৰাজ্যিক শিক্ষা বিভাগৰ অধিকৰ্ত্তা শ্ৰীউমাকান্ত শৰ্ম্মা, বুৰঞ্জীবিদ শ্ৰীবেণুধৰ শৰ্ম্মা, গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰবীন্দ্ৰ অধ্যাপক ডক্টৰ শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মা, কবিৰৎ শ্ৰীমহেন্দ্ৰনাথ মৈহেংদাং ডেকাফুকন, নগাওঁ কলেজৰ প্ৰাক্তন অধ্যক্ষ শ্ৰীযজ্ঞেশ্বৰ শৰ্ম্মা, বৰ্ত্তমানৰ অধ্যক্ষ শ্ৰীমুহিৰাম শইকীয়া, উপাধ্যক্ষ শ্ৰীফণীন্দ্ৰলাল দত্ত, শ্ৰীশশীকান্ত শৰ্ম্মা বি. এ., বি. টি., আৰু অধ্যাপক শ্ৰীললিতচন্দ্ৰ শইকীয়ালৈ আন্তৰিক কৃতজ্ঞতা আৰু ধন্যবাদ জ্ঞাপন কৰিছোঁ। অধ্যাপক শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা, শ্ৰীতোষেশ্বৰ শৰ্ম্মা এম. এ , অধ্যাপক মহম্মদ চালে আৰু শ্ৰীহোমেশ্বৰ দেব শৰ্ম্মা বি. এ., কো তেওঁলোকৰপৰা পোৱা সহায়ৰ কাৰণে ধন্যবাদ জনাইছোঁ।

প্ৰবাদ সংগ্ৰহত সহায় কৰাৰ বাবে ওপৰত উল্লেখকৰি অহা লোকসকলৰ উপৰিও মাহমৰা দিপ্লিং হাইস্কুলৰ প্ৰধান শিক্ষক শ্ৰীনগেন্দ্ৰনাথ ভট্টাচাৰ্য্য বি. এ., বি. টি., চাৰিঙৰ শ্ৰীৰজনী বৰঠাকুৰ বি. এ., শ্ৰীসৰ্ব্বেশ্বৰী নাথ, শ্ৰীমুহীধৰ চুতীয়া বি. এ., ৺মাকোৰ বৰা, বজালীৰ শ্ৰীৰূপ শৰ্ম্মা, শ্ৰীমহিম শৰ্ম্মা আৰু শ্ৰীমনোমোহন চৌধুৰীলৈ ধন্যবাদ জনাইছোঁ। ভূমিকাত সন্নিবিষ্ট কথাখিনিৰ কিছু অংশ বিভিন্ন প্ৰবন্ধ আকাৰত প্ৰকাশ হোৱা, 'অসম সাহিত্য সভা পত্ৰিকা', 'অসম বাণী', 'নতুন অসমীয়া', 'অসমী আই' আদি আলোচনী আৰু বাতৰি কাকতলৈ আৰু অসমৰ যিসকল স্বনামধন্য সু-সাহিত্যিক আৰু সমালোচকৰ একোটি মন্তব্য পুথিখনিত সন্নিবিষ্ট কৰিবলৈ পোৱাৰ সৌভাগ্য হৈছে সেই সকলৈও আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। প্ৰবাদবিলাক অক্ষৰানুযায়ী সজাই পাণ্ডুলিপিটো প্ৰস্তুত কৰাত নগাওঁ-কলেজৰ বহুতো প্ৰাক্তন ছাত্ৰ-ছাত্ৰীয়ে সহায় কৰিছিল। তাৰে ভিতৰত আমাৰ মনত পৰা হ'ল: শ্ৰীতৰুণ শৰ্ম্মা, শ্ৰীযতীন শৰ্ম্মা ( দুয়ো কাকতিৰ ), শ্ৰীতৰুণ শৰ্ম্মা ( পুৰণি গুদামৰ ), শ্ৰীশশীনাথ, শ্ৰীভুবনচন্দ্ৰ দেৱনাথ, শ্ৰীললিতা শৰ্ম্মা, শ্ৰীঅৰুণা সন্দিকৈ, শ্ৰীবীণা সন্দিকৈ, শ্ৰীমঞ্জু শৰ্ম্মা, শ্ৰীকৃষ্ণা

হাজৰিকা, শ্ৰীগায়ত্ৰী বৰুৱা, শ্ৰীবীণা বৰা, শ্ৰীহৰমোহন গোস্বামী, শ্ৰীবদন শইকীয়া, শ্ৰীহৰকান্ত গোস্বামী, শ্ৰীপ্ৰণৱ শৰ্মা আৰু শ্ৰীভোলানাথ শইকীয়া। আমাৰ প্ৰথমা কন্যা শ্ৰীমতী সাগৰিকায়ো পাণ্ডুলিপি প্ৰস্তুত কৰাত সহায় কৰি দিছিল। এওঁলোক সকলোকে হিয়াউবুৰিয়াই মৰম আৰু আশীষ যাচিছোঁ। নগাওঁৰ প্ৰতিভাশালী উদীয়মান শিল্পী শ্ৰীপ্ৰণৱকুমাৰ বৰুৱাই বেটুপাতৰ ছবি আঁকি দিয়াৰ বাবে আৰু কলিকতাৰ এল্‌ম প্ৰেছৰ শ্ৰীযুত দেবপ্ৰসাদ মিত্ৰ ভাণ্ডৰীয়াই যথেষ্ট কষ্ট স্বীকাৰ কৰি আৰু দায়িত্বসহকাৰে গ্ৰন্থখন ছপাই দিয়াৰ বাবে এই দুয়োজন লোকলৈ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ। প্ৰবাদ সংগ্ৰহত সততেই সহায় কৰি থকাৰ উপৰিও আত্মকলীয়া সংসাৰৰ দায়িত্ব বহন কৰি এনে কামত এখোজ আগবাঢ়িবলৈ হলেও সুবিধা দিয়াৰ বাবে শ্ৰীমতী চাৰুপ্ৰভা দেবীক ধন্যবাদ বা কৃতজ্ঞতা জনাই ঋণমুক্ত হোৱাৰ চেষ্টা কৰাৰ ইচ্ছা নাই।

ৰাইজৰ কৃপাভিক্ষাকাৰী—

৩০।৬।১৯৭২

শ্ৰীসৰ্ব্বেশ্বৰ ৰাজগুৰু

নগাওঁ

# সূচী

| বিষয় | | | | পৃষ্ঠা |
|---|---|---|---|---|

# ভূমিকা

**ফকৰা, যোজোনা, পটন্তৰ আৰু ডাকৰ বচন :**

পৃথিবীৰ প্ৰায় সকলো দেশৰে মানুহে তেওঁলোকৰ দৈনন্দিন জীৱনত ফকৰা, যোজোনা, পটন্তৰ আদি ব্যৱহাৰ কৰে। এইবিলাক মূলতঃ মৌখিক সাহিত্যৰ অন্তৰ্ভুক্ত। সাহিত্যৰ বুৰঞ্জীবিদ্‌সকলে এই ফকৰা, যোজোনা আৰু পটন্তৰবিলাকক আদি যুগৰ বুলি স্বীকাৰ কৰিছে। অসমীয়া মৌখিক সাহিত্যৰ এই যুগটো বুৰঞ্জীবিদ্‌সকলে খৃষ্টাব্দ ষষ্ঠ শতাব্দীৰপৰা অষ্টম-নৱম শতাব্দীৰ ভিতৰৰ বুলি অনুমান কৰিছে। অৱশ্যে এই মৌখিক বা লোক-সাহিত্যৰ আমি যিটো লিখিত ৰূপ দেখিবলৈ পাইছোঁ, তাৰ ভাষাই আমাক ষষ্ঠ, সপ্তম আদি শতাব্দীৰ কোনো আভাস দিব পৰা নাই। তদুপৰি, ভাৰতীয় আধুনিক আৰ্য্য ভাষা সমূহৰ আধুনিক যি ৰূপ, সেই ৰূপৰ সূচনা হয় খৃষ্টীয় দশম-একাদশ আদি শতাব্দীৰপৰাহে। মৌখিক সাহিত্যবোৰৰ লিখিত-ৰূপলৈ, অৰ্থাৎ ইয়াৰ ভাষালৈ লক্ষ্য কৰি এইবিলাক চতুৰ্দ্দশ, পঞ্চদশ আদি শতাব্দীৰ ভিতৰতহে লিপিবদ্ধ অৱস্থালৈ আহে বুলি অনুমান কৰা হৈছে। ইয়াৰ আগেয়ে এইবিলাকৰ ৰূপ কেনে আছিল তাক সঠিককৈ ক'ব নোৱাৰিলেও এইবিলাকৰ যে প্ৰচলন আছিল তাক জানিব পাৰি। খৃষ্টীয় সপ্তম শতাব্দীৰ অসমৰ ৰজা ভাস্কৰবৰ্ম্মাই উত্তৰ-ভাৰতৰ সম্ৰাট হৰ্ষবৰ্দ্ধনলৈ সাঁচীপাতত লিখা প্ৰবাদ-বাক্যৰ এখন পুথি উপঢৌকন হিচাবে পঠাইছিল। খৃষ্টীয় অষ্টম-নৱম শতাব্দীত সহজীয়া সিদ্ধাচাৰ্য্য-সকলৰ দ্বাৰা ৰচিত চৰ্য্যাপদ নামৰ গ্ৰন্থত আমাৰ কিছুমান অসমীয়া প্ৰবাদ-বাক্যৰ প্ৰাচীন ৰূপ দেখিবলৈ পোৱা যায়। চৰ্য্যাপদৰ কেইবাজনো প্ৰখ্যাত সিদ্ধাচাৰ্য্য অসমৰ লোক আছিল। ইয়াৰ ভাষাই আধুনিক অসমীয়া ভাষাৰ পূৰ্ব্ব স্তৰৰ অপভ্ৰংশৰ নিদৰ্শন দাঙি ধৰিছে। অসমীয়াত প্ৰবাদ হিচাবে ব্যৱহাৰ কৰা ভালেমান উক্তি এই গ্ৰন্থখনত আছে। যেনে—"আপনা মাংসেঁ হৰিণা বৈৰী", অৰ্থাৎ হৰিণাৰ আপোন মাংসই বৈৰী, "হাথেৰ কঙ্কণ মা লেউ দাপণ," অৰ্থাৎ "হাতত্তেই কঙ্কণ, দাপোণৰ কি প্ৰয়োজন"—ইত্যাদি।

ব্যাপক আলোচনা আৰু গবেষণাৰ ফল স্বৰূপে পৃথিবীৰ বিভিন্ন অঞ্চলৰ মৌখিক সাহিত্যৰ বহুতো কথাই উদ্‌ঘাটিত হৈছে; কিন্তু দুখৰ বিষয় যে আমাৰ

মৌখিক সাহিত্যৰ সকলো কথা তালকৈ এতিয়াও পোহৰলৈ অহা নাই। বহুতো ফকৰা, যোজোনা আৰু পটন্তৰ বিস্মৃতিৰ বুকুত লীন হৈ গৈছে। ইতিমধ্যে যিখিনি প্ৰকাশ হৈছে তাৰো বৈজ্ঞানিক প্ৰণালীৰে সংগ্ৰহ আৰু আলোচনা এতিয়াও হৈ উঠিছে বুলি কব নোৱাৰি। যথাসময়ত সংৰক্ষণ নোহোৱাৰ কাৰণে আমাৰ বহুতো প্ৰবাদ-বাক্য যে হেৰাই গৈছে তাত সন্দেহ নাই।

প্ৰবাদ-বাক্যবোৰৰ অন্তৰায়ো বহুতো। যুগৰ পৰিবৰ্ত্তনৰ লগে লগে সমাজ সময়ত ফকৰা-যোজোনাবিলাকৰ প্ৰতি বিত-শ্ৰদ্ধ হ'ল; সমাজত ইয়াৰ প্ৰসাৰ আৰু জনপ্ৰিয়তাত প্ৰতিবন্ধকতাৰ সৃষ্টি হ'ল। যিসকলে প্ৰবাদ-বাক্য ব্যৱহাৰ কৰে সেইসকলৰ প্ৰতি বিদ্ৰূপবাণ নিক্ষেপিত হ'ল: "জ্ঞানীয়ে প্ৰবাদৰ সৃষ্টি কৰে আৰু মূৰ্খই তাকে অনুসৰণ কৰে।" ইংলণ্ডৰ এজন সম্ভ্ৰান্ত লোক লৰ্ড চেষ্টাৰফিল্ডে তেওঁৰ পুতেকলৈ নানা পৰামৰ্শ দি চিঠি লিখোঁতে, তাৰ মাজতে প্ৰবাদ-বাক্য ব্যৱহাৰ নকৰিবলৈও সাৱধান বাণী শুনাইছিল। তেখেতে লিখিছিল: "এজন আধুনিক ভদ্ৰলোকে কেতিয়াও প্ৰবাদ-বাক্য আৰু নীহ উক্তিৰ আশ্ৰয় ল'ব নালাগে।" এনে এটা মনোভাব আমাৰ সমাজতো সোমাইছিল আৰু ইয়াৰ ফল স্বৰূপেই প্ৰবাদ-বাক্যৰ ক্ষেত্ৰখন সংকোচিত হৈ আহিছিল। ইয়াৰ অন্তৰালত নিহিত থকা সৰ্ব্বসাধাৰণৰ ৰস-চেতনাও শৰবিদ্ধ হ'ল। যিসকল লোকে ফকৰা-যোজোনাবিলাক সংগ্ৰহৰ চেষ্টা কৰিছে সেই-সকলে জানে যে যিসকল তিৰোতাৰ মুখত বেছি ফকৰা-যোজোনাৰ ব্যৱহাৰ শুনা যায় তেওঁলোকক আমাৰ সমাজৰ মানুহে বেছি মুখচোকা বা মুখৰা বুলি ধৰি লয়। গতিকে ফকৰা-যোজোনা জনা তিৰোতা এনে আখ্যা লাভৰ ভয়তেই প্ৰবাদ কবলৈ ইচ্ছুক নহয়। বয়োবৃদ্ধ বহুত গাঁৱলীয়া লোকে ইহলীলা সম্বৰণ কৰাৰ লগে লগেও বহুত ফকৰা-যোজোনা অন্তৰ্হিত হৈ গৈছে। এই ফকৰা, যোজোনা আৰু পটন্তৰবিলাক সাধাৰণতে কথা-প্ৰসঙ্গতহে মানুহৰ মুখলৈ আহে। গতিকে এইবোৰৰ সংগ্ৰহত বহুতো সময়ৰ আৱশ্যক হয়। আকৌ কথা প্ৰসঙ্গতো উপযুক্ত বাতাবৰণৰ সৃষ্টি নহলে পৰিশ্ৰমেই ব্যৰ্থ হয়। এইদৰেই কালৰ সোঁতত আমাৰ বহুতো প্ৰবাদ-বাক্য হেৰাই গৈছে। ইয়াৰ উপৰিও মোৱামৰীয়া বিদ্ৰোহৰ পৰা মানৰ আক্ৰমণৰ প্ৰায় এক শতাব্দীকাল পাচলৈকে অসমৰ সাংস্কৃতিক তথা জাতীয় জীৱনৰ মুমূৰ্ষ-প্ৰায় অৱস্থা। এই সময় ছোৱাতো অসমীয়া জাতিৰ সাংস্কৃতিক জীৱনৰ বহুতো কথাই হয় লুপ্ত হৈছে, নহয় স্থানান্তৰ

হৈছে। বৰ্ত্তমান আমি বিবোৰ প্ৰবাদ-বাক্য পাইছোঁ, সেইবোৰবো কিছুমানৰ যথাসময়ত সংৰক্ষণ আৰু লিপিবদ্ধ নোহোৱাৰ কাৰণে মূলৰপৰা কিছু বিকৃতি ঘটিছে বুলি ভাবিবৰ থল আছে।

ফকৰা, যোজোনা আৰু পটন্তৰবিলাক হৈছে "দহৰ জ্ঞান আৰু একৰ বাণী।" এইবিলাক মানুহৰ প্ৰত্যক্ষ জ্ঞানৰ অভিব্যক্তি; যুগ যুগ ধৰি মানুহৰ দৈনন্দিন জীৱনৰ অভিজ্ঞতাৰ সংক্ষেপ অথচ সাৰগৰ্ভ বাণী। যেতিয়াই সাদৃশ্যপূৰ্ণ ঘটনাৰ সন্মুখীন হয়, তেতিয়াই এইবিলাক স্বতঃস্ফূৰ্ত ভাবে উক্ত হয়। যুগ যুগ ধৰি মানুহৰ জীৱনত এই বাণীসমূহৰ সত্যতা প্ৰমাণিত হৈ অহাৰ কাৰণেই ক্ৰমান্বয়ে ইইঁতৰ জনপ্ৰিয়তা বৃদ্ধি পাবলৈ ধৰিলে। কালক্ৰমত সমাজৰ জ্ঞানীসকলৰ চিন্তা-প্ৰসূত বাণীসমূহো এই প্ৰবাদ বা লোকোক্তিৰ অন্তৰ্ভুক্ত হবলৈ ধৰিলে। সংস্কৃতত এনে বাক্যকে 'আপ্ত' বাক্য বুলি কোৱা হয়। যেনে—"অহিংসা পৰম ধৰ্ম।" বাল্মীকি, ব্যাস, ৰাম, কৃষ্ণ, বুদ্ধ আদিৰ পৰা আৰম্ভ কৰি গান্ধী, ৰবীন্দ্ৰনাথ আৰু সমাজৰ আন প্ৰাজ্ঞ সকলৰ বাণীয়েও এই লোকোক্তিৰ অন্তৰ্ভুক্তি লাভ কৰিবলৈ ধৰিলে। আনকি গাৱঁৰ বা সমাজৰ ৰসিকসকলৰ বাক্যয়ো লোকোক্তিৰ ভিতৰত স্থান লাভ কৰি ইয়াৰ কলেৱৰ বৃদ্ধি কৰি আহিছে। এইদৰেই সমাজৰ সাধাৰণ আৰু অসাধাৰণ উভয় শ্ৰেণীয়েই প্ৰবাদ-বাক্যসমূহৰ সৃষ্টিত বৰঙণি যোগালে। প্ৰবাদ-বাক্যসমূহে কালক্ৰমত জাতীয় জীৱনৰ সমুদায় স্তৰতে প্ৰভাব বিস্তাৰ ঘটালে যদিও কোনো কোনো সমালোচকে তাত্ত্বিক শিক্ষা বা লোক-শিক্ষা প্ৰবাদ-বাক্য-বিলাকৰ প্ৰধান লক্ষ্য নহয় বুলি অভিহিত কৰিছে; তথাপি ইয়াৰ বিশ্লেষণ আৰু অধ্যয়নত অসমীয়া জাতিৰ মনস্তত্ব, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, সমাজ-নীতি, ধৰ্ম্ম-নীতি আদি বহুত কথাই ধৰা পৰে। ইয়াৰ ভাবা দৈনন্দিন ব্যৱহাৰিক যদিও, প্ৰত্যক্ষ জ্ঞানৰ ওপৰত ভিত্তি কৰি ৰচিত হোৱাৰ কাৰণেই ই শক্তিশালী।

ফকৰা-যোজোনাবিলাকত শব্দৰ স্পষ্টতা আৰু অৰ্থৰ আধিক্য মন কৰিব লগীয়া। এইবিলাকৰ সহায়েৰে চমু কথাৰেই বহুত কথা কব পৰা হয়; এইবিলাক কথাৰ সাগৰ। কেতিয়াবা একোটাইঁত প্ৰবাদৰ অন্তৰালত একোটা মনোৰম সাধুও উম লৈ থাকে। কেতিয়াবা ইইঁত বৰ সৰল আৰু স্পষ্ট আৰু কেতিয়াবা বৰ জটিল। প্ৰত্যক্ষভাবে কবলৈ ইচ্ছা নকৰিলে পৰোক্ষভাবে ইয়াৰ

সমাজেৰেই কথা কোৱা হয়। বিদ্রূপ বা ইতিকিং কৰিবলৈ হলে ইয়াৰ এটা মাত্তিলেই "সাপো মৰে" অথচ "লাঠীও নাভাগে।" নাইবা "অবুজনক বুজোৱা" যে টান কথা, "ঢেকুৰা ঠাবি সিজোৱা"ৰ উপমাৰে বিশদকৈ বুজাই দিব পৰা হয়। কথা চমু অথচ সাৰগৰ্ভ কৰিবলৈও এই ফকৰা, যোজোনা আৰু পটন্তৰৰ ব্যৱহাৰ কৰা হয়। শব্দ আৰু কথাৰ মিতব্যয়িতাও এইবোৰত মন কৰিব লগীয়া। যেনেঃ "বাঘ চাব নালাগে বিড়ালীকে চোৱা," "দেখাতে চিতল, পিঠিত কাঁইট" ইত্যাদি। প্রবাদ-বাক্য-বিলাকত অসমীয়া সাহিত্যৰ স্বাভাবিক ছন্দৰ প্রাচীন ৰূপটো পোৱা যায়। ইয়াত আছে অসমীয়া সমাজৰ লগত বাহিৰ জগতখনৰ সম্বন্ধ, জীৱনৰ অভিব্যক্তি; ইয়াত আছে অসমীয়া জীৱনৰ তীব্ৰ সমালোচনা, চমু সাৰগৰ্ভ মন্তব্য—অন্তৰ সৰকি যোৱা ব্যঙ্গ। আৰু আছে, অসমীয়া জাতীয় জীৱনৰ ধাৰা, বৈশিষ্ট্য আৰু সামাজিক জীৱনৰ প্রতিবিম্ব। চমুতে কবলৈ গলে অসমীয়া-প্রবাদ-বাক্যবিলাক অসমীয়া জাতীয় জীৱনৰ লগত ঘনিষ্ঠ ভাবে জড়িত হৈ আছে। প্রবাদ-বাক্যবিলাকৰ আন এটি মনোৰম কথা হল ইয়াৰ অত্যুক্তি বিলাক ( hyperbole )। এইবোৰত স্বভাৱ কবিসকলৰ কল্পনা-বিলাসিতা বিশেষ মন কৰিব লগীয়া। যেতিয়া কোনো সমাজত এনে অত্যুক্তি থকা প্রবাদ কোৱা হয়, তেতিয়া ই সমজুৱা সকলকো বৰ আমোদ দিয়ে। অৱশ্যে এনে প্রবাদৰ অন্তৰালত মাজে-সময়ে ব্যঙ্গৰ মনোভাবো নথকা নহয়। উদাহৰণ স্বৰূপে চুলি কম থকা মাইকী মানুহে নিজৰ চুলিৰ বিষয়ে যহ কৰিলে কোৱা হয় :—

"মোৰ চুলি এইটাৰ, ছগে খালে তিনিবাৰ।
তাতে আকৌ মজুমদাৰৰ পুতেকেও খৰি লোৱে,
তেওঁ আছে এইটাৰ॥"

আকৌ, নিজক তামোলতী বোলাই ফুৰা লোকৰ পুতৌ লগা অৱস্থা দেখি কোৱা হয় :—

"তামোলৰ চকুৱাৰ হাঁচতিখনি ফলীয়া বেতেৰে সিয়া।
বাঁহৰ চেঁচুৰ কটাৰীখনি সিও শানত দিয়া॥
আমগুটিৰ টেমাটি কাউৰী লাডৰ চুণ।
বাটে বাটে সুধি ফুৰোঁ তামোল খোৱা কোন॥

থাওঁ চাৰিখন, দিওঁ চাৰিখন, গাঁঠিতো চাৰিখন থাকে।
নাথালেও নোৱাৰোঁ খোৱা ৰামুহ ৰছেৰেকত তাৰোলটো লাগে॥"
ইত্যাদি।

এনে অত্যুক্তি থকা প্ৰবাদ আমাৰ বহুতো আছে।

সাধাৰণ অৱস্থাত আমি ফকৰা, যোজনা আৰু পটন্তৰ এই তিনিটাৰ ভিতৰত বিশেষ ব্যৱধান মনত নাৰাখোঁ। কিন্তু দৰাচলতে তিনিওটা ভিন্ন বস্তু আৰু প্ৰয়োগতো ইহঁতৰ স্বকীয়া বৈশিষ্ট্য আছে।

পটন্তৰত প্ৰথমে মূল কথাটো এটা উদাহৰণৰ সহায়েৰে বুজোৱা হয়। ইয়াত প্ৰথমটোৰ পট বা প্ৰতিমূৰ্ত্তি, অন্তৰটোত, অৰ্থাৎ ভিতৰৰ বা দ্বিতীয়টোত, পোৱা যায়। যেনে :—

"বাঘ চাব নালাগে, বিড়ালীকে চোৱা"।
"অবুজনক বুজোৱা ঢেকৰাঠাৰি সিজোৱা।"

প্ৰথম পটন্তৰত বাঘৰ প্ৰতিমূৰ্ত্তি বিড়লীত চাবলৈ কোৱা হৈছে আৰু দ্বিতীয়টোত অবুজনক বুজোৱা কামটো ঢেকৰাঠাৰি সিজোৱাৰ লগত তুলনা কৰা হৈছে। যোজোনাবিলাকত এফাঁকি কথা পূৰাবলৈ এফাঁকি কথা যোগ কৰি দিয়া হয় আৰু এইকাৰণেই ইহঁতক যোজোনা বোলা হয়। যেনে :—

"কোটাৰ ঘৰৰ কুটা।
লোকলৈ বুলি হুল চাঁচি নিজে মৰে কুটি॥"

ইয়াত প্ৰথমৰ কথা ফাঁকি পিচৰ কথা ফাঁকি পূৰাবলৈকে যোজোনা বা যোগ কৰি দিয়া হৈছে। যোগ কৰি দিয়া কথা ফাঁকিৰ কেতিয়াবা কেতিয়াবা কোনো অৰ্থ বা বৈশিষ্ট্য নাথাকিবও পাৰে। যোজোনাবিলাক উপস্থিত সময়ত উপস্থিত বুদ্ধি বা প্ৰতিভাৰ সহায়ত সৃষ্টি কৰা বস্তু। বিহুনামবিলাকত দেখা যায় যে প্ৰেমিক-প্ৰেমিকাই পৰস্পৰক লক্ষ্য কৰি, এজনৰ অভিযোগ বা প্ৰতিবাদ খণ্ডাবলৈ আনজনে উপস্থিত সময়তে এইবোৰ সৃষ্টি কৰি গাইছে। গতিকে এইবোৰত আমাৰ স্বভাৱ-কবিসকলৰ কাব্যিক প্ৰতিভা আৰু বুদ্ধিদীপ্ততা বিৰাজমান। উপস্থিত সময়তে লৰালৰিকৈ মুখতে ৰচনা কৰাৰ কাৰণে প্ৰথম শাৰীটোৰ বা যোজনা কৰি দিয়া শাৰীটোৰ বিশেষ অৰ্থ বা তাৎপৰ্য্য সাধাৰণতে নাথাকিবও পাৰে। দ্বিতীয় বা প্ৰধান শাৰীটোতহে তাৎপৰ্য্য বা তেওঁলোকৰ

অভিপ্ৰেত অৰ্থ লুকাই থাকে। তাকে কৰলৈহে আগতে অৱলম্বন হিচাবে আৰু ছন্দৰ সামঞ্জস্য ঘটাবলৈ এটা সাধাৰণ কথা কৈ লয়। অৱশ্যে এই শাৰী কথা স্বভাৱ-কবিসকলে তেওঁলোকে সদায় দেখি থকা আৰু তেওঁলোকৰ চিৰপৰিচিত প্ৰাকৃতিক জগতৰপৰাই সততে চয়ন কৰি আনে। বিহুগীত, বিয়ানাম, কাহিনীমূলক গীতবিলাক ইয়াৰ জ্বলন্ত উদাহৰণ। বৰ্ত্তমান যুগতো আমাৰ গাঁৱলীয়া স্বভাৱ-কবিসকলে এনে যোজোনা শই শই সৃষ্টি কৰি আছে; কিন্তু সেইবিলাকৰ সংৰক্ষণ হোৱা নাই কাৰণেই সেইবিলাকৰ বিষয়ে আমি একো নাজানোঁ। সহজ-সৰল অন্তৰৰপৰা সৃষ্টি হোৱা বুলিয়েই ইয়াৰ ভাষাও সহজ আৰু সৰল। আধুনিক যুগৰ প্ৰভাব পৰা শিক্ষিত লোকৰ অন্তৰৰপৰা এনে কাব্য সৃষ্টিৰ সম্ভাৱনা কম।

ফকৰাবিলাকত একোফাঁকি কথা ছন্দত পদ্যৰদৰে শুৱলাকৈ কোৱা হয়। যেনে:—

"থাই কাঁৰশলা ডালত উঠিল।
মাজত কাঠীচেলেকাৰ মৰণ মিলিল॥",
"কথিলেই কথা মথিলেই ঘিঁউ।
ভাতত দিয়া হাঁহকণীৰ কেনি যায় জীউ॥"

ইত্যাদি।

ইয়াত সংহতিপূৰ্ণ ছন্দত কথাবিলাক কোৱা হৈছে। কিন্তু ফকৰাবিলাক কেতিয়াবা ইয়াতোকৈ অধিক সংকোচিত গণ্ডীৰ ভিতৰত ধৰিবৰ থল আছে। ফকৰাবিলাকৰ কিছুমান ধৰ্ম্ম সম্বন্ধীয়। গাৱঁৰ বুঢ়াসকলে ফকৰা বুলিলে এই ধৰ্ম্ম সম্বন্ধীয় ফকৰাবিলাকৰ কথাই বুজে। এই ধৰ্ম্ম সম্বন্ধীয় ফকৰাবিলাক সাঁথৰৰ নিচিনা। অৱশ্যে ফকৰাৰ অৰ্থও হৈছে সাঁথৰৰ নিচিনা এফাঁকি বা ভুকাঁকিত লিখা বাক্য। এইবোৰ সংস্কৃতৰ প্ৰহেলিকাৰ নিচিনা। কিন্তু কালক্ৰমত বোধহয় ফকৰাই সংকোচিত অৰ্থৰপৰা প্ৰসাৰ লাভ কৰিলে। এতিয়াও ভকতীয়া বা ধৰ্ম্ম সম্বন্ধীয় ফকৰাবিলাকৰ দুটাকৈ অৰ্থ কৰিব পৰা হয়। ইয়াৰ ভিতৰুৱা বা ভকতীয়া অৰ্থ ব্যাখ্যা কৰা অলপ জটিল আৰু ই সাঁথৰৰ নিচিনা। যেনে:—

"সাগৰৰ যৌ, পৰ্ব্বতৰ ঢৌ।
বাপেকৰ তিৰী নাই পুতেকৰ সাত বৌ॥"

সাধাৰণতে অসম্ভৱ বা আচৰিত ঘটনা এটাৰ কথাৰ প্ৰসঙ্গত এই প্ৰবাদ কোৱা হয়। কিন্তু ইয়াৰ ভকতীয়া বা ধৰ্মীয় অৰ্থ সম্পূৰ্ণ বেলেগ আৰু ঠিক সাঁথৰ ভঙাৰ দৰেই ভাঙিব লগা হয়। ভকতসকলে এই ফকৰাটোৰ ব্যাখ্যা এনেদৰে কৰে :—"সাগৰ হ'ল সাধু সকলৰ হিয়া বা মন, যৌ ৰাম নাম, পৰ্ব্বত অহঙ্কাৰাদি ৰিপুবিলাক আৰু ঢৌ উত্তেজনা।"

ব্যাখ্যা : "মানুহৰ ভিতৰত অনেকক দেখা যায় যে বাপেক অভক্ত আৰু কামাদি ৰিপুবিলাক দমন কৰিব নোৱাৰি সমাজত দুৰ্নাম পায়। কিন্তু পুতেকে ধৰ্মক আশ্ৰয় কৰি, কাম-ক্ৰোধ আদিক দমাই ৰাখি, সৎ পথত চলি সুনাম অৰ্জ্জন কৰে আৰু মুক্ত হৈ যায়। যেনে, প্ৰহ্লাদ।" এয়ে ইয়াৰ ভকতীয়া অৰ্থ আৰু ব্যাখ্যা আৰু প্ৰায়বিলাক ভকতীয়া ফকৰাই এনেকুৱা। ভকতীয়া ফকৰাবিলাকৰ কিছুমান দেখাত বৰ স্থূল আৰু অশ্লীল; কিন্তু ইয়াৰ ভিতৰুৱা অৰ্থ বৰ ভাল। যেনে :—

"তিনিমহীয়া ছোৱালীৰ ন মহীয়া পেট।
হ'ল কি নহল পুৰুষৰ ভেট॥"

"তিনিমহীয়া ছোৱালী লৰাকাল, ন মহীয়া পেট জ্ঞান আৰু পুৰুষ হ'ল গুৰু।" ব্যাখ্যা :—"যি লৰাকালতে স্বাভাৱিকতে জ্ঞানী আৰু ঈশ্বৰপৰায়ণ হয় সেইলোকৰ এই গুণটি প্ৰায় দেখা যায় যে সেই লৰা ডাঙৰ নিচিনা; গুৰুবৈষ্ণৱৰ ঠাইত শিক্ষা-দীক্ষা নোপোৱাকৈয়ে পূৰ্ণ আৰু সিদ্ধ ভকত বুলি গণ্য হয়। যেনে, ধ্ৰুৱ, প্ৰহ্লাদ আদি।" এই ভকতীয়া ফকৰাবিলাকৰ কিছুমান ৰচনা কৰে নাৰায়ণদাস ঠাকুৰ আতাই। কথিত আছে যে এনেকুৱা ফকৰাৰ সংখ্যা ৩৭৩। ফকৰাত কোৱা হয় :—

"কথা নহয় ফকৰা।
এটা মুগাৰ তিনিশ তিনিকুৰি তেৰটা চকৰা॥"

ধৰ্ম্মৰ নামত জড়িত নথকা আন ফকৰাবিলাক আগৰেপৰা প্ৰচলিত আছিলনে ধৰ্ম্ম সম্বন্ধীয় ফকৰাৰ পিচতহে ফকৰাৰ অন্তৰ্ভুক্তি লাভ কৰিলে সেইবিষয়ে দৃঢ় কোনো কথা কব নোৱাৰি।

অসমীয়া প্ৰবাদ-বাক্যৰ ভিতৰত ডাকৰ বচনৰ প্ৰাধান্যই সৰাতোকৈ বেছি। এই ডাকৰ বচনৰ প্ৰচলন অসমৰ বাহিৰেও বঙ্গদেশ, উৰিষ্যা আদিতো আছে। ডাক এজন ঐতিহাসিক পুৰুষ বুলিও এই তিনিও ৰাজ্যৰ জনসাধাৰণৰ মাজত

এটা প্ৰবল ধাৰণা আছে। এই তিনিও ৰাজ্যৰ লোকেই ডাকক তেওঁলোকৰ নিজৰ নিজৰ দেশৰ বুলি কয়। বঙ্গদেশৰ লোকে ডাকক বঙ্গৰ চব্বেশ্চিছ বুলি অভিহিত কৰিছে। ডাক যিখন দেশৰেই নহওক তেওঁৰ নামৰ কিন্তু তাৎপৰ্য্য আছে। অসমৰ লোকে বৰ্ত্তমান কামৰূপ জিলাৰ বৰপেটা নগৰৰ ৬।৭ মাইল দূৰৈত অৱস্থিত লেহীডিঙৰা গাৱঁত ডাকৰ জন্ম বুলি কয়। ডাকৰ বচনত ইয়াৰ স্পষ্ট ইঙ্গিত আছে :—

"লেহীডিঙৰা ডাকৰ গাওঁ।
তিনিশ ষাঠিটা পুখুৰীৰ নাওঁ॥"

এই অঞ্চলত বোলে বহুতো পুৰণি পুখুৰীৰ চিনো বৰ্ত্তমান আছে। 'ডাক চৰিত' মতে ডাক কুমাৰৰ ঘৰ আৰু বৰাহমিহিৰৰ ঔৰষত জন্ম হয়। যেনে :—

"উত্তম কুমাৰ কুলে জনম লভিলা।"

আৰো— "এদিন আসিয়া মিহিৰ মুনি।
অতিথি স্বৰূপে ৰৈলা আপুনি॥
তুষ্ট হৈয়া মিহিৰে দিলা বৰ।
পুত্ৰ এক হৌক মোৰ সমসৰ॥
* * *
ডাক জন্ম শুনি মিহিৰ মুনি।
পুত্ৰ জন্মে বুলি আসে আপুনি॥" ইত্যাদি।

বৰাহমিহিৰৰ লগত ডাকৰ সম্বন্ধ ইমানেই নহয়; ডাকৰ বচনবিলাকত বৰাহমিহিৰৰ উল্লেখ বহুতো আছে। বৰাহমিহিৰ বিক্ৰমাদিত্য ৰজাৰ ৰাজসভাৰ 'নবৰত্ন' সভাৰ এজন প্ৰখ্যাত জ্যোতিষৰ পণ্ডিত। ডাকৰ বচনত জ্যোতিষৰ আৰু বৰাহমিহিৰৰ নামৰ উল্লেখে আমাক হয়তো ডাকৰ লগত বৰাহমিহিৰৰ সম্বন্ধৰ কথা ভাবিবলৈ বাধ্য কৰায়।

ডাকৰ বচনাবিলাকক বিশ্লেষণ কৰি কেবাটাও প্ৰকৰণত ভাগ কৰিব পৰা যায়। যেনে জন্ম প্ৰকৰণ, বসতি প্ৰকৰণ, ৰন্ধন প্ৰকৰণ, কৃষি প্ৰকৰণ, বৃষ্টি প্ৰকৰণ, জ্যোতিষ প্ৰকৰণ, ন্যায় প্ৰকৰণ, ৰাজনীতি প্ৰকৰণ, বিবিধ প্ৰকৰণ, গৃহনীতি প্ৰকৰণ, ধৰ্ম্ম প্ৰকৰণ ইত্যাদি। জ্যোতিষ প্ৰকৰণৰ বাহিৰে এই বিলাকৰ প্ৰায় সকলোবোৰেই মানৱৰ দৈনন্দিন জীৱনৰ অভিজ্ঞতাৰ ওপৰতেই ৰচিত বা প্ৰতিষ্ঠিত হৈছে। যেনে :

"গাঁৰৰ বলদ ওচৰৰ ভুঁই।
তাক নেৰিবা আনন্তা হুই" ॥

( কৃষি প্ৰকৰণ ),

"চাউল দিবা যেতেক।
পানী দিবা তিনি তেতেক ॥" ( ৰন্ধন প্ৰকৰণ ),
"জাপি লাঠী টনা।
ইয়াক এৰিলে দিনন্তে কণা ॥" ( বিবিধ প্ৰকৰণ ) ইত্যাদি।

এইবিলাক কথা প্ৰত্যক্ষ জ্ঞানৰপৰাও আহৰণ কৰা বুলি ভাবিব পাৰি। আমি আগতে কৈছোঁ যে প্ৰবাদ-বাক্যবিলাক "দহৰ জ্ঞান একৰ বাণী"। এইবিলাক সমাজৰ প্ৰাজ্ঞ আৰু সাধাৰণ ৰসিকসকলৰ সৃষ্টি হবও পাৰে। গতিকে ডাকৰ বচনবিলাকক কোনো, ঐতিহাসিক পুৰুষৰ সৃষ্টি বুলি নধৰি সমাজৰ জ্ঞানী বা ৰসিকসকলৰ সৃষ্টি বুলিও ভাবিবৰ থল আছে। দেখা যায় যে হোমাৰ, বেদব্যাস আদিৰ অন্তৰালতো কোনো নিৰ্দ্দিষ্ট ব্যক্তিৰ অস্তিত্ব বহুতে স্বীকাৰ কৰিব নোখোজে; ব্যাস বা হোমাৰ সমাজৰ জ্ঞানী শ্ৰেণীৰ প্ৰতিনিধিহে। গতিকে এই বুলিও ভাবিব পাৰি যে সমাজৰ এই জ্ঞানী শ্ৰেণীয়ে লোকৰ মঙ্গলৰ কাৰণেই 'ডাকি' কোৱা কথাকেই "ডাকৰ বচন" বোলা হয়। বাইজৰ মঙ্গলৰ কাৰণে ডাকি কোৱা কথাকেই শেহলৈ "ডাকৰ বচন" বুলি কোৱা হল আৰু তাৰো বহুকালৰ পাচত "ডাক" এই ক্ৰিয়াবাচক পদটোকেই ব্যক্তিবাচক পদলৈ ৰূপান্তৰিত কৰি ডাকক ব্যক্তি বা পুৰুষ কৰা হল। ভাৰতীয় সাহিত্যত এনেদৰে ব্যক্তি কৰণ ( personification ) কৰাৰ কথা বেলেগে ব্যাখ্যা কৰি বুজাবৰ প্ৰয়োজন নাই। মধ্যযুগৰ ধৰ্ম্মমূলক গ্ৰন্থৰ ভণিতা-বোৰতো 'ডাক' শব্দৰ প্ৰয়োগ এই ক্ষেত্ৰত মন কৰিব লগীয়া। প্ৰতিপদৰ অন্তত পোৱা যায় "ডাকি বোলা হৰি হৰি" বা "ডাকি বোলা ৰাম ৰাম" ইত্যাদি। মানুহৰ অন্তৰত গভীৰ প্ৰভাব বিস্তাৰ কৰিবৰ কাৰণেই বা বহুতে শুনিবৰ কাৰণেই 'ডাকি' অৰ্থাৎ চিয়ঁৰি কৰলৈ কোৱা হৈছে। ডাকৰ বচনৰ কথাবোৰো চিয়ঁৰি কৰৰ যোগ্য কথা আৰু বহুতে শুনিব লগীয়া কথা।

যদি ওপৰৰ এই কথা স্বীকাৰ কৰি ডাকক এজন ঐতিহাসিক লোক বুলি ধৰা নহয়, তেনেহলে ডাকৰ বচনৰ অন্তৰ্গত থকা ডাক যে বৰাহমিহিৰৰ লগৰ

আৰু জ্যোতিষ বচন আৰু খনাৰ বচনৰ প্ৰবাদবোৰ কেনেকৈ সম্ভৱ হ'ব পাৰে ? অসমত জ্যোতিষৰ চৰ্চাই অতি প্ৰাচীন কালৰেপৰাই গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। প্ৰাচীন কামৰূপীয়া জ্যোতিষ-চৰ্চাৰ কোনো কোনো পদ্ধতি সৰ্ব্বভাৰতীয় পদ্ধতিৰপৰা বেলেগ। আহোম যুগতো দেখা যায় যে আহোম ৰজাসকলৰ আমোলতো অসমত জ্যোতিষ-চৰ্চা প্ৰবলভাবে হৈছিল আৰু জ্যোতিষৰ বহুত কিতাপ এই যুগত অসমত ৰচিত হৈছিল। জ্যোতিষ-চৰ্চা কৰা দৈবজ্ঞসকলে অসমৰ সামাজিক জীৱনতো ভাৰতবৰ্ষৰ আন ঠাইতকৈ বহুত বেছি উচ্চ মৰ্য্যাদা লাভ কৰি আহিছে। অসমীয়া সাংস্কৃতিক জীৱনলৈ এওঁলোকৰ বৰঙণি উল্লেখযোগ্য। জ্যোতিষজ্ঞসকলৰ বহুতেই আহোম ৰজা-সকলৰপৰা ৰাজানুগ্ৰহ পাইছিল। জ্যোতিষ-চৰ্চাত অসাধাৰণ ব্যুৎপত্তি লাভ কৰা বহুত জ্যোতিষজ্ঞ পণ্ডিতৰ কথা অসম বুৰঞ্জীত আছে। যুদ্ধৰ খেণ গণি চাই দিবৰ কাৰণে ডাঙৰ ডাঙৰ যুদ্ধ বিলাকৰ সময়ত সেনাপতিসকলৰ লগত আহোম ৰজাৰ দিনত এজনকৈ জ্যোতিষীও ৰাখিছিল। গতিকে জ্যোতিষৰ কথাই অসমীয়া প্ৰবাদ-বাক্যবোৰৰ ভিতৰত ঠাই পোৱাটো কোনো আচৰিত কথা নহয়। জ্যোতিষৰ এই প্ৰাধান্য থকাৰ কাৰণেই, 'ডাক' শব্দটোক ব্যক্তিকৰণ কৰাৰ পাচত বোধহয় প্ৰখ্যাত জ্যোতিষজ্ঞ বৰাহমিহিৰৰ লগত ডাকৰ পিতা-পুত্ৰৰ সম্বন্ধ ঘটোৱা হ'ল। অসমৰ জ্যোতিষ-চৰ্চাৰ ঐতিহ্য সম্পৰ্কেও আন এটি কথা এইখিনিতে লক্ষ্য কৰিব লগীয়া। অতি প্ৰাচীন কালত, বৰ্ত্তমান গুৱাহাটীত, জ্যোতিষ-চৰ্চা আৰু গ্ৰহ-নক্ষত্ৰৰ গতি নিৰূপণৰ চৰ্চাৰ কেন্দ্ৰ থকাৰ কাৰণেই ইয়াক 'প্ৰাগ্‌জ্যোতিষ' বোলা হৈছিল। প্ৰাচীন কালত, আনকি বৈদিক আৰ্য্যসকল এই দেশলৈ অহাৰ আগতেই, এই দেশত প্ৰাক্‌বৈদিক আৰ্য্য, গ্ৰহ-নক্ষত্ৰৰ চৰ্চা কৰা ইৰাণীয় মাগীসকলৰ বসবাস আছিল আৰু এইদেশৰ ৰাজধানী গ্ৰহ-নক্ষত্ৰ চৰ্চাৰ প্ৰধান কেন্দ্ৰ হৈ উঠিছিল বুলি স্পুণাৰ চাহাবকে প্ৰমুখ্য কৰি বহুত পণ্ডিতে মত পোষণ কৰে। প্ৰত্নতাত্ত্বিক কনকলাল বৰুৱা দেৱেও অসমৰ দৈবজ্ঞসকলক ইৰাণীয় মাগীসকলৰ লগত জড়িত কৰিব খোজে। গতিকে এই দেশৰ প্ৰবাদ-বাক্যবোৰত জ্যোতিষৰ কথা থকাটো এটা স্বাভাবিক কথা। যদি ডাকক ঐতিহাসিক পুৰুষ বুলি স্বীকাৰ কৰা হয় তেনেহলে ওপৰত উল্লেখকৰা "লেহী ডিঙৰা গাৰ্হৰ" কিম্বদন্তীৰ ভিত্তিতো তেওঁক প্ৰাচীন অসমৰ লোক বুলিয়েই ঠাহৰ কৰিব পাৰি।

নাইবা এনেধৰণেও ভাবিব পৰা যায় যে ডাকৰ বচনবিলাক সমাজৰ খ্যাতিমান বিশিষ্ট জ্ঞানী সকলৰ বচন। সমাজৰ এই বিশিষ্ট জ্ঞানীসকলে তেওঁলোকৰ সাৰগৰ্ভ জ্ঞান-যুক্ত বাণীসমূহ দহৰ বা ৰাইজৰ মঙ্গলৰ কাৰণে ডাকি কৈ ফুৰিছিল বা ডাকি কোৱাইছিল। লেহীডিঙৰাও বোধহয় এনে কোনো এজন বিশিষ্ট জ্ঞানী বা ডাকৰ জন্মস্থান আছিল।

বৰ্ত্তমান বঙ্গদেশৰ অন্তৰ্ভুক্ত উত্তৰ-বঙ্গ এসময়ত কামৰূপ ( বৰ্ত্তমান অসম ) ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। যাক উত্তৰ-বঙ্গ বুলি কোৱা হয় তাৰ প্ৰায় কেউখন জিলাই সুদূৰ সপ্তম শতিকাৰ ভাস্কৰবৰ্ম্মাৰ দিনৰ পৰাই প্ৰায় ত্ৰয়োদশ শতাব্দীলৈকে কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ আছিল। আনকি ত্ৰয়োদশ শতাব্দীৰ কমতাপুৰ ৰাজ্যৰ আৰু পঞ্চদশ-ষোড়শ শতাব্দীৰ কোচবিহাৰ ৰাজ্যৰ অন্তৰ্গত উত্তৰ-বঙ্গৰ প্ৰায় সমস্ত অঞ্চলেই অন্তৰ্ভুক্ত হৈ আছিল। কোৱা নিষ্প্ৰয়োজন যে কমতাপুৰ ৰাজ্যৰ কমতাপুৰ নগৰ আৰু কোচবিহাৰ ৰাজ্যৰ কোচবিহাৰ নগৰ ত্ৰয়োদশ শতাব্দীৰপৰা যথাক্ৰমে অসমীয়া ভাষা-সাহিত্য তথা সাংস্কৃতিক চৰ্চ্চাৰ প্ৰধান কেন্দ্ৰ আছিল। গতিকে তেতিয়া উত্তৰ-বঙ্গৰ ভাষা অসমীয়া ভাষাই আছিল। এতিয়াও দিনাজপুৰ, ৰংপুৰ, কোচবিহাৰ আৰু জলপাইগুৰি জিলাত অসমীয়া ভাষাৰ নিদৰ্শন বৰ্ত্তমান। আহোম ৰজাৰ দিনত অসমৰ সীমা কিছু সংকোচিত হৈ উত্তৰ-বঙ্গক এৰি পূবলৈ আৰু কিছুদূৰ আগুৱাই আহিল। তথাপিতো কোচবিহাৰ ৰাজ্যত অসমীয়া ভাষা-সংস্কৃতিৰ চৰ্চ্চাই চলি আছিল। মাত্ৰ আজি প্ৰায় ডেৰশ বছৰমানৰ আগত, অসম বৃটিছৰ হাতলৈ যোৱাৰ পাচত আৰু বঙ্গদেশৰ লগত কোচৰজাসকলৰ বৈবাহিক সম্বন্ধ ঘটাৰ পৰাহে কোচ-বিহাৰত অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰভাব কমি আহিবলৈ ধৰিলে। গতিকে উত্তৰ-বঙ্গৰ লগত বঙ্গদেশৰ ভৌগোলিকভাবে ওচৰ সম্বন্ধ থাকেই উত্তৰ-বঙ্গৰ বহুতো কথাই বঙ্গদেশ আৰু উৰিষ্যা আদিলৈ প্ৰব্ৰজন কৰিছিল। এইদৰেই একালত অসমৰ অন্তৰ্ভুক্ত উত্তৰ-বঙ্গৰপৰাই ডাকৰ বচনবোৰো বঙ্গদেশ, উৰিষ্যা আদিলৈ প্ৰব্ৰজন কৰিছিল বুলি নিশ্চয় ভাবিব পাৰি।

উল্লেখ কৰি অহা হৈছে যে সমাজৰ জ্ঞানীসকলৰ বা ৰসিকসকলৰ বাণী-বিলাকেও আমাৰ প্ৰবাদ-বাক্যৰ অন্তৰ্ভুক্তি লাভ কৰিছে। যেনে : "সত্যৰ সদায় জয়" বা "অহিংসা পৰম ধৰ্ম্ম।" ইয়াৰ বাহিৰেও ধৰ্ম সম্বন্ধীয় জনপ্ৰিয় গ্ৰন্থবিলাকৰ কিছুমান বাণীও সমাজ-বিশেষত প্ৰবাদ-বাক্য হিচাবে ব্যৱহাৰ হবলৈ ধৰিলে।

যেনে : "সেৱকে যদি কৰে অপকাৰ। পায়ে অপযশ স্বামীক তাৰ" ( কীৰ্ত্তন ), "কুকুৰ গৰ্দ্দভ শৃগালযো আত্মা বাম" ইত্যাদি। মহাকাব্য বা পুৰাণ আদি গ্ৰন্থৰ অলেখ বাক্য, খণ্ডবাক্য বা কথা আনি আমাৰ দৈনন্দিন জীৱনত পটন্তৰ হিচাবে ব্যৱহাৰ কৰোঁ। কোনো লোকক ব্যঙ্গ বা ভালভাবেই অতি ধাৰ্ম্মিক বুলি অভিহিত কৰিব খুজিলে আমি তেওঁক 'ধৰ্ম্ম যুধিষ্ঠিৰ' বুলি কওঁ। সেইদৰে দাতাক 'দাতাকৰ্ণ', বীৰক 'কলিৰ ভীম' ইত্যাদি কওঁ। এই কাব্য, পুৰাণ আদি গ্ৰন্থবিলাকৰ ভিতৰতো জনসাধাৰণৰ ব্যৱহৃত বহুতো প্ৰবাদ-বাক্য সোমাই আছে। উদাহৰণস্বৰূপে ৰামায়ণ, মহাভাৰত, কীৰ্ত্তন, নামঘোষা, বিভিন্ন পুৰাণ আদিৰপৰা লোৱা পটন্তৰ আৰু ফকৰা-যোজোনাও আমাৰ বহুত আছে। অসমৰ মধ্যযুগত ৰচিত হোৱা এই কাব্য-গ্ৰন্থবোৰৰ অসংখ্য উদ্ধৃতিয়ে অসমীয়া সমাজত প্ৰবাদ-বাক্য হিচাবে ব্যৱহৃত হোৱালৈ লক্ষ্য কৰিলে ধাৰণা হয় যে এই কাব্যবোৰৰ লগত অসমীয়া জনসাধাৰণৰ গভীৰ আৰু ঘনিষ্ঠ সম্বন্ধ হৈছিল। কিন্তু বৰ্ত্তমান যুগৰদৰে সেই যুগৰ লোকসকল শিক্ষিত ( লিখা-পঢ়া জনা ) নাছিলা তথাপিও কাব্যবোৰৰ বিষয়বস্তুৰ লগত কিয়, তাৰ কথা-বাৰ্ত্তা, বচনবিলাকৰ লগতো তেওঁলোকৰ পৰিচয় হৈছিল। ইয়াৰ কাৰণ বোধ হয় সেই সময়ত এই কাব্যবোৰ জনসাধাৰণে আজৰি পৰত নামঘৰ বা আন কোনো ৰাজহুৱা ঠাইত গোটখাই পাঠকৰ হতুৱাই পাঠ কৰাই শুনি তাৰ ধৰ্মভাৱ গ্ৰহণ কৰিছিল আৰু তাত থকা আন ৰসাল কথাবোৰবো ৰস উপলব্ধি কৰি মনত ৰাখি লৈছিল। এই কাব্যবিলাক ৰচনা কৰোঁতেও কাব্যকাৰসকলে এইকথা সততেই মনত ৰাখিছিল যে এই কাব্যবোৰৰ পাঠকৰ সংখ্যাতকৈ শ্ৰোতাৰ সংখ্যাইহে সৰহ। সেই কাৰণেই কাব্যকাৰসকলে কাব্যবোৰ জনসাধাৰণৰ বোধগম্য কৰি লিখিছিল আৰু তাত জনসাধাৰণে ব্যৱহাৰ কৰা প্ৰবাদ-বাক্যও যোধহয় যিমান পাৰে সিমান অন্তৰ্ভুক্ত কৰি দিছিল। উদাহৰণস্বৰূপে মাধৱকন্দলিৰ ৰামায়ণত জনসাধাৰণৰ দ্বাৰা ব্যৱহৃত হোৱা অসংখ্য প্ৰবাদ-বাক্য পোৱা যায়। আকৌ আনহাতেদি কাব্যৰ বিষয়বস্তুৰ অন্তৰ্ভুক্ত বহুতো কথাও জনসাধাৰণে প্ৰবাদ-বাক্য হিচাবে ব্যৱহাৰ কৰিছিল। কাব্যবোৰ জনসাধাৰণৰ আজৰি পৰৰ বৈঠকবোৰত পাঠ কৰা হৈছিল। কাব্যবোৰৰ যিবোৰ তাৎপৰ্য্যপূৰ্ণ উক্তিয়ে হৃদয়ত ৰেখাপাত কৰিছিল, পাচলৈ সেইবোৰকেই তেওঁলোকে সাদৃশ্যপূৰ্ণ অৱস্থাত বা জীৱনৰ সাদৃশ্যপূৰ্ণ ঘটনাত প্ৰবাদ-বাক্য হিচাবে ব্যৱহাৰ কৰিছিল। এইদৰেই

আমাৰ প্ৰাচীন কাব্যবোৰৰ অসংখ্য বাক্যই প্ৰবাদ-বাক্যৰ অন্তৰ্ভুক্তি লাভ কৰিলে।

অসমীয়া বুৰঞ্জী সাহিত্যত অন্তৰ্ভুক্ত হোৱা কিছুমান প্ৰত্যক্ষ জ্ঞানৰ বাণীও অসমীয়া প্ৰবাদ-বাক্যমালাৰ ভিতৰত সোমাইছে। এই বাক্যবোৰো অতি শক্তিশালী। যেনে: "দেশতকৈ মোমাই ডাঙৰ নহয়", "শত্ৰুৰ মাজ কেতিয়া কি হয় ঠিক নাই—পৰচিত্ত অন্ধকাৰ," "গড়গঞা কটাৰীৰ ডাবেও কাটে," "কি কৰিছ পিকচাই, পৈয়েৰে থৈছে ঠিক চাই" ইত্যাদি। এনেকুৱা বুৰঞ্জীমূলক বহুতো প্ৰবাদেই আমি দৈনন্দিন জীৱনত ব্যৱহাৰ কৰোঁ। এইবোৰেও আমাৰ প্ৰবাদ-বাক্যৰ ক্ষেত্ৰখন বহল কৰিছে। আমাৰ দৈনন্দিন জীৱনৰ অভিজ্ঞতাৰ-পৰাও নিতৌ নতুন নতুন ফকৰা, যোজোনা আৰু পটন্তৰ সৃষ্টি হৈ আছে; কিন্তু সেইবোৰৰ হয়তো অতি কম সংখ্যকেইহে সংগ্ৰহ বা সংৰক্ষণ কৰা হৈছে।

আমাৰ প্ৰবাদ-বাক্যবোৰৰ সম্পৰ্কত আন এটা উল্লেখযোগ্য কথা হ'ল ফকৰা-যোজোনাবিলাকৰ কাল নিৰূপণ। কিন্তু দুখৰ কথা যে আমি প্ৰায় সকলো প্ৰবাদৰ কাল নিৰূপণ কৰিবলৈ সক্ষম নহওঁ। আগতে উল্লেখ কৰি অহা হৈছে যে কালৰ কৰাল গ্ৰাসত আমাৰ বহুতো প্ৰবাদ-বাক্য লুপ্ত হৈ গৈছে। যিবিলাক ইতিমধ্যে সংৰক্ষিত অৱস্থালৈ আহিছে সেইবিলাকবো যুগে যুগে মানুহৰ মুখত পৰি বহুতো পৰিবৰ্ত্তন হৈছে। গতিকে এনে অৱস্থাৰ কাৰণেও প্ৰবাদ-বাক্য-বোৰৰ কাল নিৰূপণ কাৰ্য্য দুৰুহ হৈ পৰিছে। তথাপিতো বুৰঞ্জীমূলক আৰু কিছুমান অৰ্ব্বাচীন প্ৰবাদৰ সময় চেষ্টা কৰিলে নিৰ্ণয় কৰিব পৰা যায় আৰু তাৰ দ্বাৰাই আমাৰ সামাজিক বুৰঞ্জীতো বা জাতীয়-জীৱনৰ বুৰঞ্জীতো কিছু নতুন পোহৰ পেলাব পৰা যায়। প্ৰবাদ-বাক্যবোৰৰ ভাষা, ৰচনা-পদ্ধতি আৰু তাৰ অৰ্থলৈ লক্ষ্য কৰিও সেইবিলাকৰ প্ৰাচীনতা আৰু অৰ্ব্বাচীনতা নিৰ্ণয় কৰিব পাৰি।

## প্ৰবাদ-বাক্য আৰু জন-বিশ্বাস:

অসমীয়া প্ৰবাদবিলাকৰপৰা অসমীয়া জন-বিশ্বাসৰ এটা সুন্দৰ চিত্ৰ উদ্‌ঘাটন কৰিব পাৰি। জন-বিশ্বাসৰ অন্তৰালতো এটা জাতিৰ সাংস্কৃতিক বৈশিষ্ট্য আৰু চিন্তাপ্ৰণালীৰ ধাৰা নিহিত আছে। ইয়াৰ যথাযথ অধ্যয়নৰ যোগেদি জাতিটোৰ মৌলিকতা আৰু সাংস্কৃতিক গভীৰতা জুখি চাব পাৰি। জন-বিশ্বাসৰ গভীৰতা

আৰু সভ্যতাৰ ওপৰতেই তেওঁলোকৰ জাতীয় জীৱনৰ মৌলিকতা আৰু সংস্কৃতিক মানদণ্ড নিৰ্ভৰ কৰে। অসমীয়া প্ৰবাদ-বাক্যবোৰৰ পৰা জনা যায় যে অসমীয়া জনসাধাৰণৰ বিশ্বাস জাতীয় জীৱনৰ বিভিন্ন দিশক কেন্দ্ৰ কৰি ৰূপ লৈ উঠিছে আৰু সেইবিলাকৰ বহুতেই জাতিটোৰ সুষ্ঠ-সবল মনোভাবৰ পৰিচয় দিব পাৰিছে।

অসমীয়া জনসাধাৰণৰ কিছুমান বিশ্বাস বা ধাৰণা বহুত দিনৰপৰাই চলি আহিছে। প্ৰবাদ-বাক্যবিলাকৰ বোকোচাত উঠি এইবিলাকে আজিৰ সমাজতো বিচৰণ কৰি ফুৰিছে। ইইঁতৰ কিছুমান পূৰ্ব্ব-পুৰুষসকলে প্ৰত্যক্ষ জ্ঞানৰপৰা আহৰণ কৰা। এতিয়া এইবিলাক আমাৰ কি শিক্ষিত কি অশিক্ষিত সকলোৰে সাধাৰণ বিশ্বাসত পৰিণত হৈছে। এই বিশ্বাসবিলাক হয়তো ইজনৰ পিচত সিজনকৈ বহুত ব্যক্তিৰ বহুকাল পৰ্য্যবেক্ষণৰ ফলত গঢ় লৈ উঠিছিল আৰু কাল-ক্ৰমত ইয়াৰ গভীৰ সত্যতাৰ কাৰণেই সৰ্ব্বসাধাৰণৰ বিশ্বাসত পৰিণত হ'ল। অৱশ্যে সৰ্ব্বসাধাৰণৰদ্বাৰা সমাদৃত হবলৈ নিশ্চয় বহুকাল লাগিছিল। প্ৰত্যক্ষ জ্ঞানৰপৰা আহৰণ কৰা বিশ্বাস নিহিত থকা প্ৰবাদ-বাক্যবোৰ বিশেষকৈ অসমীয়া জাতিৰ খেতি, খেতিৰ সা-সঁজুলি, গৰু-ম'হ, বতৰ, ঘৰ-বাৰী, স্বাস্থ্য, ৰন্ধনপ্ৰণালী আৰু ব্যৱসায়-বাণিজ্য সম্পৰ্কেই গঢ় লৈ উঠিছে আৰু ধাৰণা হয় ইইঁতৰ সত্যতা পৰ্য্যবেক্ষণ আৰু নিৰীক্ষণতেই নিৰূপিত হৈছিল। যেনে :

"খাটে, খটায় বান্ধে গাঁটি।
তাৰ অৰ্দ্ধেক ঘৰত জাপি॥
ঘৰত বহি সোধয় কথা।
সেই কৃষি সমূলি বৃথা॥" (ডাকৰ বচন)।

যিজন মানুহে নিজৰ খেতিত লাগি-ভাগি কাম কৰে, তেৱেঁই আটাইতকৈ বেছি লাভবান হয়; যি নিজে নাখাটে, মাত্ৰ শস্যক্ষেত্ৰলৈ গৈ আগত থাকি কাম কৰায়, তেওঁ প্ৰথম জনৰ আধাহে আশা কৰিব পাৰে আৰু যিজনে ঘৰত থাকি বহিয়েই খেতিৰ লেখ-বুজ লয় তেওঁৰ খেতি বৃথা বুলিব লাগে। এইবিলাক প্ৰত্যক্ষ জ্ঞানৰ কথা। সেইদৰেই "তিনিশ বাঠি জোপা কৰা কল। মাহেকে পৰেকে চিকুণাবা তল। পাত-পচলা লাভত খাবা। লঙ্কাৰ বাণিজ ঘৰতে পাবা॥" ইত্যাদি। এইবিলাক বিশ্বাস এজন-দুজন মানুহৰ প্ৰত্যক্ষ জ্ঞানৰ ওপৰত প্ৰতিষ্ঠিত হোৱা বুলি বিশ্বাস নহয়; শ-শ মানুহৰ যুগ যুগ ধৰি পৰ্য্যবেক্ষণৰ ওপৰতহে

এইবোৰ বিশ্বাস গঢ় লৈ উঠিছে। সেইহে এই প্ৰবাদ বাক্যবোৰে "ডাকৰ বচন বেদৰ বাণী" বুলি গভীৰ শ্ৰদ্ধা লাভ কৰি আছে। এইবোৰ যে আমাৰ উপৰিপুৰুষসকলৰ যুগ-যুগ ধৰি পৰ্য্যবেক্ষণ কৰাৰ ফল তাৰ প্ৰমাণো প্ৰবাদ-বাক্যবিলাকে দিছে। যেনে :

"তিনিশ ষাঠি বছৰে ইটা হয় মাটি,
খোলাই চী-চিয়াঁয়, এঙাৰে চকু মেলি চায়।—
বোলে বছেৰেকৰ এদিনহে যায়॥"

( সেইহে বোধ হয় অসমীয়া মানুহে কাঠৰ খুটা দি ঘৰ সাজিলে মাটিত পোতা অংশ জুই দি অলপ পুৰি লয়। ) খেতিৰ সা-সঁজুলি, গৰু-মহ সম্পৰ্কে প্ৰবাদ-বাক্যবিলাকে দিয়া পৰামৰ্শৰ ওপৰত আমাৰ বৰ্ত্তমানৰ সমাজৰো গভীৰ শ্ৰদ্ধা আছে আৰু এই পৰামৰ্শবোৰ এতিয়াও মানি চলে। এই বিশ্বাস তেওঁলোকৰ ব্যৱহাৰিক জ্ঞানৰ ওপৰত প্ৰতিষ্ঠিত। হালৰ গৰু সম্পৰ্কে অসংখ্য প্ৰবাদ-বাক্য আছে। যেনে :

"গৰু কিনিবা উদাঁত।
গৰু কিনিবা দু-দাঁত॥
গৰু কিনিবা নিফুল বগা।
তেওঁ যদি হয় দগা, তাৰ হয় মই লগা॥" ইত্যাদি।

বতৰৰ কাৰণেও অসমীয়া লোক বৰ সচেতন। হ'বই লাগিব; কাৰণ অসম কৃষিপ্ৰধান দেশ। বতৰৰ লগত কৃষিৰ সম্বন্ধ অতি ঘনিষ্ঠ। কোনো কোনো দেশত এজন মানুহে আন এজন অচিনাকি মানুহৰ লগত কথা পাতিব খুজিলে বতৰকে কেন্দ্ৰ কৰি কথাৰ পাতনি মেলে। অসমীয়া খেতিয়ক দুই-চাৰিজন গোটখালেই বতৰৰ সম্পৰ্কে কথা নোহোৱাকৈ নাথাকে। অসমীয়া খেতিয়ক প্ৰায় সকলোৱেই বতৰৰ বিষয়ে অভিজ্ঞ। দুই-চাৰিদিনৰ ভিতৰত ৰদ দিবনে বৰষুণ দিব, এই কথা বুজিলৈহে তেওঁলোকে কঠীয়া পৰা বা মাটি কৰলৈ দিয়াৰ ব্যৱস্থা কৰে। তেওঁলোকে আকাশ, বতাহ, চন্দ্ৰ, সূৰ্য্য, পৰুৱা-পিপৰা আৰু চৰাই-চিৰিকতিৰ মাতৰপৰাও বতৰৰ ভবিষ্যত জানে। আনকি মাঘ মাহতে অহা বৰ্ষাকালত ভাল বৰষুণ হবনে নহয় তাকো জানে। যেনে :

"মাঘী সপ্তমীত ওপৰে কালি।
আহু-এৰি ধৰা শালি॥"

আকৌ— "মাঘী সপ্তমীত বৰষে দেৱ।
বেহা এৰি কৰা নাঙলত সেৱ॥" ইত্যাদি,

জ্যোতিষ-চৰ্চাৰ পৰাও এই সম্পৰ্কে কিছু ধাৰণা বাগৰি অহাৰ অনুমান কৰিবৰ অৱকাশ আছে। আৰ, ঋতু ব'দ সকলো মাহতে সমান নহয়। এইবোৰ কোনো কোনো সময়ত শৰীৰৰ পক্ষেও অপকাৰী। এই কথা অসমীয়া মানুহে ভালকৈ জানে। যেনে:

"কাতি মহীয়া পিত্তে।
মাঘমহীয়া ( পুহমহীয়া ) শীতে॥
জেঠমহীয়া খৰে।
জানোঁ বুঢ়ী তোৰ সেইহে পুতেৰ মৰে॥"

ব্যৱসায়ৰ কোনটো ভাল, ঘৰদুৱাৰ কেনেকৈ সাজিব লাগে আদি বিষয়েও বহুতো বিশ্বাস অসমীয়া সমাজত প্ৰচলিত আছে। যেনে:

"দক্ষিণ দুৱৰী ঘৰৰ ৰজা।
পূব-দুৱৰী তাৰ প্ৰজা॥
পশ্চিম-দুৱৰীৰ মুখত ছাই।
উত্তৰ-দুৱৰীৰ কাষলৈ নেযায়॥"

প্ৰকৃততে পূব বা দক্ষিণকালে মুখ কৰি সজা ঘৰ স্বাস্থ্য সম্মত।

ডাকৰ বচন বিলাকত ৰন্ধন-প্ৰণালীৰ বিষয়ে বহুতো কথা আছে। এই-বিলাক কথাৰ সত্যতা অসমীয়া জনসাধাৰণে এতিয়াও তেওঁলোকৰ দৈনন্দিন জীৱনত মানি আছে। যেনে:—

"মাগুৰ মাছক কচি-কুটিয়া।
হালধি মৰিচ হিঙক দিয়া॥
তৈল লোণ দিয়া কৰিবা পাক।
এহি ব্যঞ্জন সাৰ বোলে ডাক॥"

আকৌ কোন মাহত কি-বস্তু খাবলৈ ভাল আৰু খালে কেনে উপকাৰ হয় বা কি কি বস্তু মিলাই খালে স্বাস্থ্যৰ কেনে উন্নতি সাধন হয়, তেনেকুৱা প্ৰবাদো বহুত আছে। যেনে:—

"জেঠত নৈ আহাৰত খৈ।
শাওণত মৰা শাক খাবা নৈ॥
ভাদত ওল আহিনত কল।
কাত্তিত কচু বঢ়াই বল॥
আঘোণ মাহত খাবা চৰাই।
পুহত পিঠা মাঘত কড়াই॥
ফাগুনত মধু চতত ঔ বহাগত বৰ।
ইয়াক খালে পুৰুষৰ গুচে কৰ্ম্ম-জ্বৰ॥"
"জামিৰৰ ৰসে লোণ মিহলাই।
নাশিব অৰুচি প্ৰভাতে খায়॥"
"ভোগজিৰা পথৰুৱা তৰুৰ মূল।
বেলপাত খালে নাশয় শূল॥"

ইত্যাদি। এইবিলাক প্ৰবাদত প্ৰত্যক্ষ জ্ঞানৰ উপৰিও অসমীয়া নিদান আৰু আন আয়ুৰ্ব্বেদীয় শাস্ত্ৰৰ প্ৰভাৱ থকা যেন অনুমান হয়। উদাহৰণ স্বৰূপে 'ভাৱ-প্ৰকাশ' নামৰ আয়ুৰ্ব্বেদীয় গ্ৰন্থৰ প্ৰভাৱ এই প্ৰবাদবাক্যবোৰত থকা বুলি নিশ্চিতভাৱে অনুমান কৰিব পাৰি।

পৃথিৱীৰ সকলো দেশতে সকলো জাতিৰ কিছুমান অলৌকিক বা অতি-প্ৰাকৃতিক কথাত বিশ্বাস আছে। ভূত-প্ৰেতৰটো কথাই নাই। বিজ্ঞানৰ অৱদানেৰে আগবাঢ়ি যোৱা জাতিবিলাকো এনে বিশ্বাসৰপৰা মুক্ত নহয়—যদিও তেওঁলোকে এইবোৰক অন্ধ বিশ্বাস বুলি অভিহিত কৰিব খোজে। অসমীয়া প্ৰবাদবাক্যবিলাকত এনে অলৌকিক বা অতি-প্ৰাকৃতিক বিশ্বাসৰ বহুতো নিদৰ্শন আছে। আকাশত নেজাল তৰা ওলোৱা, দাবাগ্নি, অসময়ত জীৱ-জন্তুৱে, চিয়ঁৰা আৰু কিছুমান জীৱ-জন্তু, চৰাই-চিৰিকতিৰ আৰু প্ৰকৃতিৰ কাৰ্য্যকলাপকো অমঙ্গলীয়া বুলি বিবেচনা কৰা হয়। মণিৰাম দেৱানৰ ফাঁচীৰ সময়ত উত্তৰ লক্ষীমপুৰৰ এখন হাবি দাবাগ্নিয়ে ধ্বংস কৰিছিল আৰু আকাশত নেজালতৰা ওলাইছিল। পাশ্চাত্য জগততো এনে বিশ্বাস বহুত প্ৰকাৰৰ আছে। আমাৰ মহাকাব্য-বোৰৰ পৰা আৰম্ভ কৰি প্ৰাদেশিক ভাষাৰ কাব্যবোৰলৈকে এই অলৌকিক বিশ্বাস পৰম্পৰাগত ভাৱে চলি আহিছে। যদুবংশ ধ্বংসৰ সময়ত শিয়াল,

কাউৰী, এন্দুৰ, নিগনি আদিৰ অসময়ত আৰু অস্থানত বিচৰণ আৰু ইহঁতৰ উৎপাতৰ বৰ্ণনা মহাভাৰতত আছে। কাব্যবোৰত কোনো বীৰে যুদ্ধলৈ যোৱাৰ আগমুহূৰ্ত্তত তেঁওৰ যুদ্ধৰ ভৱিষ্যত পৰিণতিৰ ইঙ্গিত হিচাবে সুমঙ্গলীয়া বা অমঙ্গলীয়া চিন দেখাৰ বৰ্ণনাও বহুত আছে। ইয়াৰ ভিতৰত শৰীৰৰ অঙ্গ স্পন্দন, পশু-পক্ষীৰ কাৰ্য্য-কলাপ, নানান অলৌকিক কাৰ্য্য আদিৰ বিভিন্ন সুমঙ্গলীয়া আৰু অমঙ্গলীয়া বৰ্ণনা আমাৰ কাব্যবিলাকত আছে। হালধীয়া বৰষুণ, তেজৰ বৰষুণ, পৃথিবী ধুঁৱলি-কুঁৱলী হোৱা ইত্যাদি বৰ্ণনাও আমাৰ কাব্যবিলাকত আছে। আনকি আহোমৰ আমোলত ৰচিত আমাৰ বুৰঞ্জী পুথি সমূহতো এনে বৰ্ণনা পোৱা যায়। উদাহৰণ স্বৰূপে মীৰজুমলাৰ অসম আক্ৰমণৰ আগত ৰজা জয়ধ্বজ সিংহই এদিন ভাত খাই থাকোঁতেই হঠাৎ ভাতখিনি ৰঙা দেখিছিল। ইয়াৰ বাহিৰেও উথুৰা ধানৰ গজালি মেলা, দিনতে এন্ধাৰ হোৱা ইত্যাদিৰ বৰ্ণনাও বুৰঞ্জীত আছে। কাব্য বা বুৰঞ্জীবোৰৰ অনুৰূপ কিছুমান বিশ্বাস আমাৰ প্ৰবাদবাক্যবোৰতো আছে। ঢেঁকীয়া ফুল আৰু থেকেৰা ফুলা দেখা আৰু বাঁহগছ ফুলা অমঙ্গলীয়া চিন। বাঁহগছ ফুলা কাৰ্য্যই ভৱিষ্যতৰ আকালৰ নিদৰ্শন হিচাবে লুচাই পাহাৰৰ অধিবাসী সকলৰ কথাই নাই, স্বয়ং অসম চৰকাৰকো এসময়ত ব্যতিব্যস্ত কৰি তুলিছিল। এন্দুৰৰ কথাও জনাজাত। যোৰসাপ দেখা, গৰু ফুলা, গৰুৱে গোহালিৰ খুঁটাত নেজ মেৰিওৱা, ঘৰৰ ভিতৰত সোনগুঁই সোমোৱা, ঘৰত হুদু পৰা বা শগুণপৰা আদি অমঙ্গলীয়া চিন। কোনো মানুহক বংশ নাশ হবলৈ শাও দিয়াত "ভেটিত হুদুৱে হগা", "ভেটিত তিতালাও গজা" আদি বচন অসমীয়াত ব্যৱহৃত হয়। শৰীৰৰ অঙ্গ স্পন্দনৰ পৰাও বহুত কথাৰ শুভাশুভ নিৰ্ণয় কৰা হয়। তিৰোতা মানুহৰ কাৰণে শুক্লপক্ষত বাম অঙ্গৰ স্পন্দন শুভজনক আৰু মতা মানুহৰ কৃষ্ণ পক্ষত দক্ষিণ অঙ্গৰ স্পন্দন শুভজনক। যেনে :

"শুক্লপক্ষত লৰে বাম।
লঙ্কা জিনি আহে ৰাম॥"

জেঠী গাত পৰাৰ পৰাও নিজৰ শুভাশুভ নিৰ্ণয় কৰে। ভাদ মহীয়া কলীগৰু জগাটো গিৰিহঁতৰ পক্ষে অমঙ্গলজনক বুলি কোনোৱে বিবেচনা কৰে : "ভাললৈ ভাদত কলীগৰু নজগে।" সাধাৰণজনে ঘৰত কপিলী গৰু নাৰাখে। ঘৰৰ

ভিতৰত কঠাল গছৰ শিয়া সোমোৱা, গোহালিত কপিলী বা গজমুখী গাই থকা গিৰিহঁতৰ কাৰণে বেয়া। যেনে :

"গলিত (গোহালিত) আছে কপিলী গাই।
সেই গিৰেতনী (গিৰিহঁতনী) চকত খায়॥
ঘৰত সোমাইছে কঠালৰ শিয়া।
মই শেতে কৰিম কিয়া" ॥ ইত্যাদি।

মাহ, বাৰ, তিথিৰ শুভাশুভ সম্বন্ধেও বহুত প্ৰবাদ বাক্য আছে। যেনে :

"ভাদত কল কৰি ৰোপণ।
সবংশে মৰিল লঙ্কাৰ ৰাৱণ॥"
"শীত সৰিয়হ মীত মাহ।" (বৰ নাপায়),
"সোমে শনি পূবে যায়।
ছুটি গলেও এটি খায়॥" ইত্যাদি।

শনি আৰু মঙ্গলবাৰ সততেই কালস্বনীয়া বাৰ বুলি মানুহৰ ধাৰণা; শিপিনীয়েও শনি আৰু মঙ্গলবাৰে তাঁত বাটি নকৰে :

"শনি ফাটে ফুটে।
মঙ্গলে আও (আয়ু) টুটে॥"

যুক্তি কি জানিবৰ উপায় নাই, সৰ্ব্বসাধাৰণৰ মনত এতিয়াও প্ৰবল বিশ্বাস এয়ে যে "দু-তিৰী ফেদেলী"হে আৰু "নেজ-শুৰবীয়া গো" আৰু শেকুন নকা পোৱেহে বোলে সময়ত "গেলা কঠীয়াই ঠন ধৰি উঠা" দি উঠে।

অসমখন তন্ত্ৰ মন্ত্ৰৰ দেশ। তন্ত্ৰ-মন্ত্ৰ আৰু আহুদি কৰা বিশ্বাস এই দেশত প্ৰবল। তান্ত্ৰিক অভিনৱগুপ্তই 'হাৰা' দি শঙ্কৰাচাৰ্য্যক বধ কৰিছিল বুলি কথিত আছে। কাৰোবাৰ অমঙ্গল কৰিবলৈ বা কাৰোবাক নিজৰ বশ কৰিবলৈ হলে মন্ত্ৰ কৰা বা আহুদি কৰাৰ বিশ্বাস এতিয়াও অসমত আছে। যেনে :

"মতা গাহৰিৰ জিভা।
ঘৈণীয়েকে খুৱালে কিবা॥"

অসমীয়া প্ৰবাদবাক্যবিলাকে বহন কৰি অনা এটা অধ্যায়ত আমি পাওঁ

কৰ্মফল বিশ্বাসী ভাৰতীয় মনৰ পৰিচয়। অৱশ্যে এই কৰ্মফলৰ ওপৰত আছে নিয়তি বা অদৃষ্ট, নিয়তিক কোনে বাধে ?

"সাতহাল হাতীয়ে টানে একালে।
অকলে অদৃষ্টই টানে একালে ॥"

—নিয়তি বা অদৃষ্টৰ ওপৰত মানুহৰ হাত নাই :

"জয়কালত ভয় নাই।
মৰণ কালত ঔষধ নাই ॥

যাৰ মৃত্যু সন্নিকট তেওঁক ঔষধেও কাম নিদিয়ে। আনহাতে মানুহে ভৱিষ্যত নাজানিলেও তাৰ গতিশীল আৰু আকাঙ্ক্ষাশীল মনটোৱে বিচাৰে নিৰ্বিবাদে আগবাঢ়ি যাবলৈ। কিন্তু বিধিৰ বিধানত হয়তো আছে তাৰ সম্পূৰ্ণ বিপৰীত-টোহে। সেয়েই মানুহে "মনে পতা পুখুৰীত পানী খাবলৈ নাপায়", "মানুহে পাতে আৰু ঈশ্বৰে ভাঙে।" বিধিৰ বিধান বা ভৱিষ্যত নাজানিলেও মানুহ জানো কৰ্মৰপৰা বিৰত হ'ব পাৰে ? কাৰণ, "মৰোঁ বুলি নাজিলে জীলে খাবা কি ?" নিয়তি অপৰাজেয় বুলি জানিলেও হতাশ হৈ কৰ্মৰপৰা বিৰত থকা নিৰাশাবাদী ভাবধাৰাৰ স্থান ভাৰতবৰ্ষত নাই। কৰ্ম আৰু সদাচাৰৰ ওপৰত ভাৰতীয়ৰ প্ৰগাঢ় বিশ্বাস। কৰ্ম অনুযায়ী তাৰ ফল ভোগ কৰিবই লাগিব : "আৰ্জিলে ফল ভুঞ্জিব লাগে।" যি ভাল কাম কৰে আৰু ভাল আচৰণ কৰে সি ভাল ফল ভোগ কৰিবলৈ পায় আৰু যি বেয়া কাম কৰে আৰু বেয়া আচৰণ কৰে, সি তাৰ ফলো সেই অনুপাতে ভোগ কৰিবলৈ পায় : "সন্তৰ শ-কাল। দুষ্টৰ এবাল।" কৰ্মফল মানুহে ইহজন্মতো ভোগ কৰিব পাৰে বা পৰজন্মতো ভোগ কৰিব পাৰে। ভাল দিন আহিলে বিপদ-বিঘিনি আঁতৰি যায়, কিন্তু বেয়া দিন আহিলে কৰপৰা বিপদ-বিঘিনি চাপি আহে ক'ব নোৱাৰি। যেনে :

"দুৰ্কপলীয়া বলৈ যায়।
হলেও কুটে বৰলেও খায়" ॥
"দিন পৰিছে খালত।
লাও-কোমোৰা ফুটে চালত ॥" ইত্যাদি।

কিছুমান প্ৰবাদবাক্যত নিহিত বিশ্বাসৰ মূল বিচাৰি গ'লে সাৰ্বজনীন্ বা

সাম্প্ৰদায়িক ধৰ্ম আৰু নীতি বচনৰ প্ৰভাৱ পৰা যেন লাগে। নীতি বচন আদিৰ প্ৰভাৱ পৰা প্ৰবাদবোৰ দহৰ জ্ঞানো হ'ব পাৰে, যেনে 'যতে ধৰ্ম ততে জয়' বা একৰ জ্ঞান হ'ব পাৰে, যেনে "অহিংসা পৰম ধৰ্ম।" ডাকৰ বচনবোৰত সাৰ্ব্বজনীন ধৰ্মৰ প্ৰভাৱ পৰিলক্ষিত হয়। যেনে :

"যেৰে স্বধৰ্মক কৰিবা জানি।
পুখুৰী খান্দিয়া ৰাখিবা পানী॥"
"বৃক্ষ ৰোপণত অধিক ধৰ্ম।
মঠ-মণ্ডপত শোভন কৰ্ম॥" ইত্যাদি।

বৃক্ষ ৰোপণ আদি বৈদিক প্ৰথাও। আনকি আজি-কালিও পুখুৰী খান্দি, তাৰ পাৰত গছ কই, কোনো লোকৰ সদ্গতিৰ অৰ্থে বেদ-বিহিত প্ৰথানুসাৰে উৎসৰ্গা কৰি দিয়াৰ প্ৰথা আমাৰ সমাজত নোহোৱা নহয়। গছ ৰোৱা, পুখুৰী খন্দোৱা আদি কথাৰপৰা বহুতে ডাকৰ বচনত বৌদ্ধ ধৰ্মৰ প্ৰভাৱ পৰা বুলি কয়। অৱশ্যে প্ৰাচীনকালত অসমত বৌদ্ধ ধৰ্মৰ প্ৰভাৱ আছিল। কিন্তু সেই বুলি এইবিলাকত কেৱল বৌদ্ধ ধৰ্মৰ প্ৰভাৱকে স্বীকাৰ কৰি লোৱাটোও সমীচীন নহয়—এইবিলাক বাৰু সনাতন হিন্দু ধৰ্মৰো ভিত্তকথা। বিভিন্ন সম্প্ৰদায়ৰ ধৰ্মমতক কেন্দ্ৰ কৰিও বহুত অসমীয়া প্ৰবাদ গঢ় লৈ উঠিছে। যেনে :

"হিন্দুৰ গুৰু, মুছলমানৰ পীৰ।
ইয়াক নামানিলে হয় কাফিৰ॥"—

হিন্দু ধৰ্মত গুৰু প্ৰধান বস্তু। অসমৰ বৈষ্ণৱ ধৰ্মতো গুৰুৰ প্ৰধান স্থান আছে। শিষ্যৰ গুৰুৰ ওপৰত প্ৰগাঢ় বিশ্বাস আৰু ভক্তি হলেহে ধৰ্মৰ তত্ত্ব হৃদয়ঙ্গম হ'ব পাৰে, এয়ে জনসাধাৰণৰ বিশ্বাস। কোনো কামত দোহাই দিবলৈ হ'লে সৰ্ব্বসাধাৰণে গুৰুৰ নামতো "গুৰু-গোসাঁইৰ অন্তৰ" বুলি দোহাই দিয়ে। গুৰু-গোঁসাই নমনা জনক প্ৰবাদ বাক্যই—"গুৰু-গোঁসাই নমনা বৰা। চৰণ পৰি মৰা আঠীয়াকলা" বুলিহে আখ্যা দিছে। আকৌ "মুচীও শুচি হয় যদি কৃষ্ণ ভজে" আদি বাক্যত বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ স্পষ্ট। বৈষ্ণৱ গ্ৰন্থবিলাকৰপৰাও বহুত উক্তি প্ৰবাদ হিচাবে উদ্ধৃত কৰি জনসাধাৰণৰ বিশ্বাস আহৰণ কৰা হয় যেনে :—

"মহা পাপী অতি অধম জাতি।
তাকো নামে কৰৈ পবিত্ৰ আতি॥",

"এক সেউ, এক সেউ, এক বিনে নাই কেউ ॥",
"হৰিয়ে ৰাখিবনে অৰীয়ে ৰাখিব।" ইত্যাদি।

অন্যান্য ধর্ম্মসম্প্রদায় আৰু ধর্ম্মৰ অন্যান্য অঙ্গক কেন্দ্র কৰিও অসমীয়াত বহুত প্রবাদ ৰচিত হৈছে। উদাহৰণস্বৰূপে দান ধর্ম্মৰ এটা প্রধান অঙ্গ। দান সম্পর্কেও প্রবাদবাক্য অনেক আছে। যেনে :—

"বিজনে দিয়ে অন্নৰ শাৰী।
তেওঁক যায় যমেও ডৰি ॥",
"অন্ন দান জানা অধিক দান।
তাত কৰি শ্রেষ্ঠ নাহিকে আন ॥" ইত্যাদি।

ধর্ম্মৰ কথা হলেও মাজে-মাজে দুই-এক সামাজিক কথাও আহি ইয়াৰ মাজেদি তুমুকি মাৰি অতীতৰ বহুত কথাই কৈ যায়। অসমীয়া মানুহৰ বিশ্বাস "লোণ দানে সোণ দানে সমান।" লোণৰ মূল্য সোণৰ সমান নহলেও, এসময়ত কিন্তু অসমত লোণ বৰ আপুৰুগীয়া বস্তু আছিল। দৈনন্দিন আহার্য্যৰ ই এটা অত্যাবশ্যকীয় বস্তু, গতিকে এনে অত্যাবশ্যকীয় অথচ আপুৰুগীয়া বস্তু পাই দাতাক প্রাণখুলি আশীর্ব্বাদ দিয়া স্বাভাৱিক। অসমীয়া মানুহৰ ঘৰত নাম-কীর্ত্তন, পূজা-পার্ব্বণ আদি হলে অনুষ্ঠানৰ অন্তত ভকতক একোটুপলি লোণ দান দিয়া নিয়ম প্রচলিত আছে। কালক্রমত লোপ পাই আহিছে যদিও এসময়ত হুঁচৰিগোৱা আদি ৰাজহুৱা অনুষ্ঠানে সংগ্রহ কৰা অর্থৰ এটা অংশেৰে লোণ কিনি সমানে ভগাই লোৱা প্রথা প্রচলিত আছিল। এইবিলাক বিশ্বাসৰ অন্তৰালত সামাজিক আৰু বুৰঞ্জীমূলক তথ্যও নিহিত আছে। সুখৰ কথা লোণৰ মূল্য কমি আহিলেও আমাৰ সমাজত আজিও বিশ্বাসটো আছে আৰু সি অন্ত নহলেও আমাক অতীত বুৰঞ্জীৰ কথা ক'ব।

আগতে সদাচাৰ আৰু নীতিৰ কথা কোৱা হৈছে। ধর্ম্মৰ লগত সদাচাৰ আৰু নীতিৰ সম্বন্ধ আছে। দৰাচলতে ভাৰতীয় সংস্কৃতিত ধর্ম্ম শব্দৰ অর্থ অতি ব্যাপক আৰু গভীৰ। ধর্ম্মৰ প্রধান কথা আচাৰ আৰু বিচাৰ। ধর্ম্মই আমাক নিজৰ উৎকর্ষ সাধন কৰি জীৱন-যুদ্ধত জয়ী হৈ সুষ্ঠভাৱে জীৱন-নির্ব্বাহ কৰাত সহায় কৰে। সেই কাৰণেই সদাচাৰ, সৎনীতি আৰু শৃঙ্খলা ব্যক্তি তথা জাতীয় জীৱনৰ জীৱনী-শক্তি বৃদ্ধিৰ কাৰণে সঞ্জীৱনী-সুধা আৰু অনাচাৰ, অনীতি আৰু বিশৃঙ্খলাই হৈছে জাতীয়-জীৱনৰ গৰল। যিসকল নীতিপৰায়ণ আৰু সদাচাৰী

তেওঁলোকেই জীৱন-যুদ্ধত জয়ী হ'ব পাৰে আৰু তেওঁলোকেই বসুন্ধৰা ভোগ কৰিবৰ কাৰণে যোগ্য লোক: "যোগ্য ভোগ্যা বসুন্ধৰা।" অসমীয়া লোকৰো এই সদাচাৰ আৰু নীতিৰ ওপৰত প্ৰবল বিশ্বাস। যেনে:

"নীতি এৰি অনীতিত চলে।
অৱশ্যে তাক বিধাতাই হৰে॥"

নীতি-পৰায়ণে জীৱন-যুদ্ধৰ অগ্নিপৰীক্ষাতো উত্তীৰ্ণ হ'ব পাৰে, কিন্তু অনীতি-পৰায়ণ অনায়াসেই পৰাজিত হয়: "পাপৰ পৰ্ব্বত, ধৰ্ম্মৰ সূতা।" আৰিমত্ত ৰজাৰ নিচিনা পৌৰাণিক আৰু কিম্বদন্তীমূলক কাহিনীবোৰতো এনে বিশ্বাসৰ বহুত প্ৰমাণ আছে। এনে বিশ্বাসত আস্থা ৰাখিয়েই আমাৰ সত্ৰ আৰু নামঘৰ-বিলাকতো বহুতো পৰীক্ষাৰ প্ৰচলন আছিল। বৃটিছ শাসনৰ লগে লগেই এই-বিলাক হয়তো ভালৰ কাৰণেই অন্তৰ্হিত হ'ল। নীতিবাক্যমূলক প্ৰবাদ বাক্য-বোৰত সংস্কৃতৰ নীতিবাক্য বা কাব্যৰ প্ৰভাৱ নিশ্চয় আছে। সংস্কাৰ সম্বন্ধীয় কিছু কথাও প্ৰবাদ বাক্যবোৰত আছে। যেনে:

"নাপিতৰ ঘৰে যদি ক্ষৌৰ কৰ্ম্ম কৰে।
আছোক মনুষ্য দেৱতাৰো চিৰি হৰে॥" ইত্যাদি।

আজিৰ দৰে মনোবৈজ্ঞানিক বিশ্লেষণ পদ্ধতি আগৰ যুগত হয়তো নাছিল। কিন্তু আধুনিক যুগৰ দৰে নহলেও, কিছুমান প্ৰবাদবাক্যত এনে বিশ্লেষণ পদ্ধতিৰ আভাস দেখা যায়। দৈনন্দিন কাৰ্য্যকলাপ আৰু আৱয়বিক বৈশিষ্ট্যৰ পৰাও মানুহৰ স্বভাৱ-চৰিত্ৰ সম্পৰ্কে ধাৰণা কৰাৰ কথা প্ৰবাদ বাক্যবোৰৰ পৰা জনা যায়। অকল মানুহ কিয়, মানুহৰ প্ৰয়োজনীয় জীৱ-জন্তুবোৰৰো স্বভাৱ-চৰিত্ৰৰ বিষয়ে অসমীয়া মানুহে জানে। মানুহৰ মনৰ ভাৱ মুখত প্ৰতিফলিত হয় বুলি মানুহৰ বিশ্বাস আছে: Face is the index of mind. গছ-পুলিটিৰ দৰেই লৰাটিয়েও তাৰ ভবিষ্যতৰ আগজাননী দিব পাৰে: "যি মুলা বাঢ়িব তাৰ দুপাততে চিন।" চাৰিত্ৰিক বৈশিষ্ট্য আৱয়বিক অধ্যয়নৰপৰা নিৰ্ণয় কৰাৰ উদাহৰণ প্ৰবাদ বাক্যত বহুত আছে। যেনে:

"পাতল ওঁঠেৰে যাৰ কুটকুৰা কেশ।
সেইজনী মানুহৰ ৰণচণ্ডী বেশ॥"
"চকু লাল, হিয়া খাল।
সেই পুৰুষৰ লক্ষণ ভাল॥",

"অলপ আৰ্হুন, বিস্তৰ ভোজন।
সেই পুৰুষৰ দৰিদ্ৰ লক্ষণ॥" ইত্যাদি।

গৰু, ঘোঁৰা, হাতী, ম'হৰ বিষয়েও এনে প্ৰবাদ আছে। যেনে :

"নেজখৰ্থৰা মনেই মানি।
বাঘচপৰীয়াক ঘৰত নানি॥
তালখুৰীয়াই বয় হাল।
ভাতে নাটে সৰ্ব্বকাল॥" ইত্যাদি।

মানুহে গৰু-মহ কিনিবৰ সময়ত এইবিলাক লক্ষণ চাইহে কিনে।

আগতে উল্লেখ কৰি অহা হৈছে যে জ্যোতিষ চৰ্চাৰ পৰাও বহুতো বিশ্বাস অসমীয়া সমাজলৈ বাগৰি আহিছে আৰু সেইবোৰক কেন্দ্ৰ কৰিও অসমীয়াত বহুত প্ৰবাদ ৰচিত হৈছে। ডাকৰ বচনবিলাকত জ্যোতিষ সম্বন্ধীয় বিশ্বাস বহুত সোমাই আছে। ইয়াৰ বাহিৰেও খনাৰ বচনৰ প্ৰভাবো আছে। জ্যোতিষ চৰ্চাত অসমীয়া মানুহৰ প্ৰগাঢ় বিশ্বাস অতি প্ৰাচীন কালৰে পৰা আছে : "গণকে গণিলে, তললৈকে মনিলে।" গণকৰ দক্ষতা সম্পৰ্কেও বহুত গল্প আছে। জ্যোতিষ চৰ্চাৰ পৰা জনা বহুত কথা এতিয়া আমাৰ সমাজত প্ৰবাদ বাক্য হিচাবে আছে। যেনে :

"অষ্টমে ৰাহু সপ্তমে ৰোহিত।
তৰঙ্গ ভূমিত হৰাইবে বিত॥
একড়া কড়িও মুহুইব ঘৰে।
সৰ্ব্বকালে তাক বাইবে·পৰে॥" ইত্যাদি।

আহোম ৰজাসকলৰ আমোলত অসমত বিশেষভাবে জ্যোতিষ চৰ্চা হৈছিল।

## প্ৰবাদ বাক্যত কৃষি ব্যৱস্থা, ঘৰখন আৰু বাজছৰা জীৱন :

অসম এখন কৃষি-প্ৰধান দেশ আৰু অসমীয়া এটা কৃষিজীৱী জাতি। এই দেশৰ সংস্কৃতি গঢ়ি উঠিছে কৃষিকেই কেন্দ্ৰ কৰি। ডাকৰ বচন আৰু অন্যান্য ফকৰা-যোজনা সমূহত কৃষি সম্বন্ধে বহুতো তথ্য পোৱা যায়। এই প্ৰবাদবোৰ কৃষিৰ লগত সম্বন্ধ থকা অখ্যাতনামা চহা কবিৰ সৃষ্টি। এই উক্তিবোৰৰ

পৰামৰ্শ আজিও আমাৰ খেতিয়কসকলে শ্ৰদ্ধাৰে গ্ৰহণ কৰে। কাৰণ এই উক্তি সমূহৰ পৰা আমাৰ খেতিয়কসকলে যি উপদেশ বা উপকাৰ পাই আহিছে, সি তৰাং বা ছুৰাদিয়া প্ৰচেষ্টাৰ নহয়। আধুনিক বিজ্ঞানৰ বলত বহুতৰে আওঁৰাই অহা আজিৰ পৃথিবীখনতো কৃষি সম্বন্ধীয় প্ৰবাদবোৰে মূল্য আৰু মৰ্য্যাদা হেৰুওৱা নাই। খেতিৰ বতৰ, মাটি, খেতিৰ প্ৰণালী আৰু আহিলা-পাতি সম্বন্ধে বহুত কথা প্ৰবাদ বাক্যবোৰত পোৱা যায়। বতৰেই আটাইতকৈ ডাঙৰ কথা। মৌচুমীৰ ওপৰতেই ভাৰতীয় খেতিয়কৰ ভৰসা। যি বছৰ মাঘৰ শেৰত বৰষুণ হয়, তাৰ পাচৰ বছৰ খেতিৰ কাৰণে ভাল বতৰ হয়:

"যদি বৰষে মাঘৰ শেষ।
ধন্য ৰজা ধন্য দেশ॥" আৰু
"আষাঢ় নৱমী শুক্ল পক্ষত।
যদি নবৰষে ভুমিৰ তলত॥
হাল ফাল বেচি চিন্তিও দেৰ।
ৰজাঘৰত কৰিও সেৱ॥" ইত্যাদি।

খেতি কৰিবলৈ হলে মাটি লাগিব। ঘৰৰ ওচৰতে মাটি হলে খেতি কৰিবলৈ ভাল। যেনে: "টিক্ বলধা ওলাই মাটি।" ঘৰৰ ওচৰৰ মাটিত খেতি কৰিলে সকলো প্ৰকাৰৰ তত্ত্বাৱধান ল'ব পৰা হয়। বাৰীৰ সাৰো তাত পৰে। ধানখেতিৰ কাৰণে মাজ-খাল মাটি হলে ভাল; কাৰণ তাত পানী বয়: "মাটি কিনিবা মাজ-খাল।" খেতিৰ ভিতৰতো শালিধানৰ খেতিয়েই প্ৰধান। কিন্তু তাকো কৰিব জানিব লাগিব। বহুতে খেতিৰ কাৰণে মাটিক দোষ দিয়ে। প্ৰকৃত কৰ্ম্মী মানুহে মাটিক দোষ নিদিয়ে; নিষ্কৰ্ম্মাইহে মাটিক দোষ দিয়ে। যেনে:

"অকৰ্ম্মা নিন্দিতো ভুমি।
বেশ্যা নিন্দিতো স্বামী॥"

সত্তিকে খেতি কৰিব জানিব লাগিব। কঠীয়াতলীতো শালি খেতি হ'ব—"বোৱাব জানিলে পানী।" পানী ৰাখিবলৈ হলে:

"ঘন্ ঘন্ কৈ দিবা আলি।
পৰ্ব্বতৰ টিঙত কৰা শালি॥

বোৱাৰ পাচত আহিন-কাতিমহীয়া পথাৰত যত্ন কৰি পানী ৰাখিব লাগে :

"আহিনে কাতিয়ে ৰাখিবা পানী।
যেনেকৈ ৰাখে ৰজাই ৰাণী ॥"

তেতিয়াহলে ধানো ভাল হয় আৰু পোক-পৰুৱায়ো নাখায়। অন্য খেতিৰ বিষয়েও প্ৰবাদ বাক্যত আছে :

"ভাদৰ চাৰি আহিনৰ চাৰি।
মাহ ৰ'বা, যিমান পাৰি ॥"

আকৌ—"শীত মৰিয়হ, মীত মাহ" ৰ'ব নালাগে। সেইদৰে—"চ'ত তামোল শৰতত ৰাঁহ" কৰ নালাগে। তামোল কেনেকৈ কৰ লাগে সেই বিষয়ে কৈছে :

"সাতে তম্ব, পাচে ঘন।
ছয়ে তামোল নদন-বদন ॥"

কলগুলি বোৱাৰ বিষয়ে কৈছে :

"এহাত এমোঠন কলৰ পোত।
তেহে চাবা কলৰ গোট ॥" ইত্যাদি

তামোল, কল, বাওধান আদিৰ খেতি অতি লাভজনকো।

খেতি কৰিবলৈ খেতিয়কক আহিলা-পাতিবোৰ ভাল লাগে। আহিলা-পাতি ভাল নহলে খেতিয়কৰ খেতি কৰি চখ নালাগে :

"জুতিৰ হাল, জুতিৰ ফাল।
জুতিয়ে বাবা সৰ্ব্বতি কাল ॥"

এই জুতিৰ প্ৰধান কথা হল গৰু হাল। খেতিয়কৰ কাৰণে ডুহালি গৰু হলে ভাল :

"বুঢ়াই ডেকাই ডুহালি বাবা।
তপতে-পইতাই ডুসাঁজি খাবা ॥" ইত্যাদি।

গৰু কেনেকুৱা কিনিব লাগে আৰু কেনেকৈ কিনিব তাৰো বিতং পৰামৰ্শ প্ৰবাদ বাক্যবোৰত পোৱা যায়। যেনে :

"গৰু কিনিবা বিংটিয়াৰ।
ছোৱালী আনিবা দিনটিয়াৰ ॥"

ব্ৰিংটিয়াম গৰু আনিলে হেবালে পাবলৈ সহজ। গৰু কিনাৰ আগতে চাই-চিন্তি, ওচৰ-চুবুৰীয়াক সোধপোছ কৰি লোৱা ভাল। যেনে :

"বলধক কিনিবা বহু বুজিয়া।
বাছি সুধিবা খোবা তেলীয়া॥
দহ-চাৰিত সোধ-পোছ।
তেবেসে কিনিবা বলধ গোট॥"

তাৰ লক্ষণ সম্পৰ্কে উপদেশ দিছে :

"গৰু কিনিবা চিকুণ ভালি।
দুই-চাৰি-ছয় দন্তীয়া ভালি॥
হৰিণৰ সদৃশ যাৰ কাণ।
সেই বলধক বিচাৰি আন॥" ইত্যাদি।

কৃষিজীবী লোকৰ প্ৰয়োজনীয় কোৰ, কুঠাৰ, দা, ওখোন, ঢেঁকী আদিৰ জোখো প্ৰবাদ বাক্যবোৰত আছে। যেনে :

"দুই হাত দুই মুঠি কোৰৰ নাল।
চিবুক সমান লাগে টোকোন ভাল॥"
"এহাত এমুঠি কুঠাৰৰ নাল।
লাগে দুই মুঠি দাৰ নাল॥"
"বটালীৰ মুৰীয়া একমুঠি।
চাঁচৰ নাল ছয় মুঠি॥"
"আৰে ডেঢ় গজে মুঠি।
তেহে জানিবা উঠে ঢেঁকী॥" ইত্যাদি।

এইবিলাক আহিলা-পাতিৰ লগত অসমীয়াৰ ঘনিষ্ঠ সম্বন্ধ; সেই কাৰণে সেই বস্তুবোৰ কি জোখত কৰিলে কাম কৰিবলৈ সুচল এই বিষয়ে তেওঁলোকে ভালকৈ জানে।

অসমীয়া মানুহৰ ঘৰবাৰী আৰু গৃহস্থালিৰ পৰা তেওঁলোকৰ সু-পৰিচালনা আৰু শৃংখলবোধৰ বিষয়ে জানিব পৰা যায়। অসমীয়া মানুহৰ ঘৰ আৰু বাৰী সংহতিপূৰ্ণ আৰু ৰুচিসম্পন্ন। প্ৰবাদবাক্যবোৰৰপৰা বাৰী আৰু ঘৰৰ অটোমটোকাৰী, সুৰুচি-সম্পন্ন আৰু স্বাস্থ্য-সম্মত এটি সুন্দৰ পৰিকল্পনা পাব

পাৰি। আজিকালিও অসমীয়া গাঁৱলীয়া মানুহে তেওঁলোকৰ ঘৰ-বাৰী যি পৰিকল্পনাৰে কৰে, ভাৰতবৰ্ষৰ খুব কম প্ৰদেশৰ গাঁৱতহে তেনে পৰিকল্পনা দেখা যায় বুলি কলে বোধকৰোঁ অত্যুক্তি কৰা নহব। বাৰী-ঘৰ কেনেকৈ পাতিব লাগে, কেনি পুখুৰী খান্দিব লাগে, বাট-পদূলি কেনে হ'ব লাগে ইত্যাদিৰ সুন্দৰ পৰামৰ্শ প্ৰবাদ বাক্যবোৰত আছে যেনে :

"উত্তৰে চৰু, দক্ষিণে গৰু।
পূবে তৰাল, পশ্চিমে গঁড়াল॥" (গোৱনীঘৰ) ইত্যাদি।

আৰো— "সৰু সৰু কৈ সাজিবা ঘৰ।
যিমান লাগে সিমান কৰ॥"

কিছুমান গছৰপৰা স্বাস্থ্যৰ অপকাৰ ঘটে। সেইবোৰ গছ ঘৰৰ ওচৰত কৰবলৈ মনা :

"আগফালে তেতেলি পাচফালে ঔ।
সেইঘৰ মানুহ হলনে নৌ॥"

আম, কঠাল, নৰৰী আদি ফল আৰু বাঁহ, টকৌ আদি লাগতিয়াল গছ বাৰীত কৰবলৈ প্ৰবাদবাক্যবোৰে পৰামৰ্শ দিছে। এই বিলাকৰ পৰা গৃহস্থৰ আয়ো যথেষ্ট হয়। যেনে :

"এবছৰ ছমাহত নৰৰী লাগে।
তাক দুকই লোকত মাগে॥" ইত্যাদি।

এইবোৰ শস্য বা খেতি কৰিলেই নহয়, তাৰ প্ৰতি গৃহস্থই নিজে তদাৰক ল'ব লাগে। যি গৃহস্থই নিজে গাত লাগি তদাৰক লয় তেওঁহে খেতিৰ ভাল ফল পায়।

এইদৰে খেতি-বাতি কৰি, ঘৰ-বাৰী পাতি সুখেৰে থাকিবলৈ প্ৰথম কথা স্বাস্থ্য ভালে থাকিব লাগিব—"শৰীৰমাদ্যং খলু ধৰ্ম সাধনম্"। স্বাস্থ্যৰ প্ৰথম কথা হল আহাৰ :

"ভাতে মৰদ।
ঘাঁহে বলদ॥"

আৰু "ভোকত ভাত পিয়াহত পানী।
ইয়াক নাখালে বল হয় হানি॥" ইত্যাদি।

ভাত আমাৰ প্ৰধান খাদ্য। অৱশ্যে অকল ভাত খালেই নহয়, অন্যান্য শক্তিশালী

আহাৰো লাগিব। কোন আহাৰত কোন ভিটামিন্ পোৱা যায় তাক বিশ্লেষণ কৰি দেখুৱা বিশেষজ্ঞ সেই যুগত নাছিল যদিও কোন শ্ৰেণীৰ আহাৰে শৰীৰৰ পুষ্টি সাধনত কেনে সহায় কৰে তাক দেখুৱাই থৈ গৈছে। যেনে :

"মাংসত মাংস বাঢ়ে, ঘৃতে বাঢ়ে বল।
দুগ্ধে চন্দ্ৰ ( শক্তি ) বাঢ়ে, শাকত বাঢ়ে মল ॥"

এইদৰে আহাৰ খালেও নহব,—মানুহ নীতিপৰায়ণ হব লাগিব :

"সোনকালে শুবা, সোনকালে উঠিবা।
তেহে দেহৰ শান্তি পাবা ॥"

কাতি মাহৰ ব'দ, পুহ-মাঘ মাহৰ ঠেটুৰৈ ধৰা জাৰ, জেঠ মাহৰ খৰ আদিও স্বাস্থ্যৰ কাৰণে হানিকৰ। সেইকাৰণে এই কেইটাৰ পৰা শৰীৰক বেছি কষ্ট দিব নালাগে :

"কাতিমহীয়া পিতে।
মাঘ ( পুহ ) মহীয়া শীতে ॥
জেঠ মহীয়া খৰে।
জানোঁ বুঢ়ী তোৰ সেইহে লৰা ( পুতেৰ ) মৰে ॥"

দৈনিক আহাৰৰ দৰেই আমি সচৰাচৰ পোৱা কিছু বস্তু ব্যৱহাৰ কৰিলে আমাৰ শৰীৰ, নিৰোগী আৰু সবল হয়। এইবোৰ বস্তুৰ কাৰণে অধিক খৰচৰো প্ৰয়োজন নহয়, অথচ অলপ যত্নতেই পোৱা এই বস্তুবোৰ প্ৰয়োগ কৰিলে বহুত বেমাৰৰ পৰা হাত সাৰি থাকিব পৰা যায়। যেনে :

"কাণত কচু নাভিত তেল।
তাৰ ঘৰত নাই বেজৰ মেল ॥",
"ভাত খাই উঠি তিনি শিলিখা।
তাৰ মানত ৰোগ ভিলিকা ॥",
"ৰাত্ৰি শেষে ঘিটো পিয়য় পানী।
তাৰ চিৰকাল সুস্থ জানি ॥",
"মৰিচ শিলিখা সমভাগ কৰি,
মউ দিয়া তাক কৰয় ভোজন।
তবে দৃষ্টি যায় অৰ্দ্ধেক যোজন ॥" ইত্যাদি।

ল'ৰা আৰু বুঢ়া ঘৰখনৰ বিশেষত্ব। লৰাই ঘৰৰ জেউতি চৰায়, বুঢ়ায় ঘৰৰ গাম্ভীৰ্য্য বঢ়ায়। ঘৰখনৰ লৰা-বুঢ়া কাকো অৱহেলা কৰিব নোৱাৰি। লৰা ভৱিষ্যতৰ উত্তৰাধিকাৰী। ইহঁতৰ কাৰণে সকবেপৰা সাৱধান হ'ব লাগে। লৰা-ছোৱালীৰ জঞ্জাল সহিব নোৱাৰি কোনো কোনো গৃহিণীয়ে লৰা-ছোৱালীক ফুট গধূলিতে শুৱাই থয়। প্ৰবাদে এই বিষয়ে সাৱধান কৰি দিছে :

"আচুত্তত নিদিবা হাত।
লৰাছোৱালীক লঘোনে নথবা,
দিবা গধূলিতে ভাত ॥"

আচুতত অৰ্থাৎ সাঁচতীয়া বস্তু খৰচ কৰাটো যেনেকৈ বেয়া, লৰা-ছোৱালীক ভাত খুৱাই শুৱাই থোৱাটোও বেয়া। আকৌ যি মানুহে অলপ আৰ্জ্জন কৰি ভৱিষ্যতৰ কাৰণে সঞ্চয় নকৰি অধিক খৰচ কৰে তেওঁ দৰিদ্ৰ হয় :

"অলপ অৰ্জ্জন বিস্তৰ ভোজন।
সেই পুৰুষৰ দৰিদ্ৰ লক্ষণ ॥

এনে মানুহ ঘৰ পাতি থোৱা বিধৰ নহয়—"ভাঙি আন মুচৰি খাওঁ" লক্ষণৰহে। গতিকে ঘৰখনৰ সকলো কথাতে তত্ত্বাৱধান লওঁতা এজন মানুহৰ, অৰ্থাৎ বুঢ়াৰ, প্ৰয়োজন। আগতে কোৱা হৈছে বুঢ়াই ঘৰৰ গাম্ভীৰ্য্য আৰু মৰ্য্যাদা বঢ়ায়। জুহালৰ মুঢ়াই জুইকুৰা গপ্ গপীয়া কৰি ৰাখে আৰু ঘৰৰ বুঢ়াই সেইদৰে ঘৰখন গহীন কৰি ৰাখে। বুঢ়াহে ঘৰৰ গিৰিহঁত, বাকীবোৰ "গৰু চৰোৱা পইতা খোৱা।" যেনেকৈ হাজাৰ "লাও লাগক পাতৰ তল", সেইদৰে ঘৰত যিমান মানুহ নাথাকক, সকলো বুঢ়াৰ তলতীয়া। ঘৰখনত সকলো কামৰ কাৰণে ৰাজহুৱা বা সামাজিক ভাবে কৈফিয়ৎ দিব লগা হলে সেই কৈফিয়ৎ বুঢ়ায়েই দিব লাগিব। বুঢ়াৰ অভিজ্ঞতাৰে চালি-জাৰি চাই সিদ্ধান্ত বা দিহা-পৰামৰ্শ নিদিলে নহয়, লাগে ঘৰৰ কাৰণে হাজাৰ ডেকা ডেকেৰীয়ে কপালৰ ঘাম মাটিত পেলাই কাম নকৰক :

"দহো আঙুলিয়ে খায়।
বুঢ়াই হৈঁচুকিলেহে যায় ॥"

এয়ে বুঢ়াৰ উপমা। পৰিয়াল পাতি থকা ঘৰখনৰ পৰাইহে ৰাষ্ট্ৰ গঠনৰ প্ৰেৰণা আহিছে। মুঠতে ৰাষ্ট্ৰক ৰাষ্ট্ৰপতি যি, নামঘৰত গাওঁবুঢ়া বা বৰমেধি যি, আমাৰ ঘৰখনত বুঢ়াও সি। ঘৰৰ ৰাষ্ট্ৰপতি বুঢ়াৰ স্থান জুহালৰ গুৰিত,

ৰ'ত, ঘৰৰ সকলো৷ কামৰ বিচাৰ হয় আৰু ৰ'ত বুঢ়াই তেওঁৰ পো-নাতি-ৰোৰক ভৱিষ্যতলৈ একোজন উপযুক্ত লোক কৰি গঢ়ি তুলিবলৈ প্ৰয়াস পায়।

অসমীয়া মানুহৰ দৈনন্দিন জীৱনত সততেই লগা কিছুমান সাধাৰণ বস্তু আছে। এই বস্তুবোৰৰ মূল্য অধিক নহলেও প্ৰয়োজন অধিক। সেই কাৰণে প্ৰতিঘৰ মানুহেই এই বস্তুবোৰ ব্যৱস্থা কৰি ল'ব লাগে। যাৰ ঘৰত এই যাৱতীয় সামগ্ৰীবোৰ নাথাকে তেওঁ প্ৰতিবন্ধকৰ সন্মুখীন হব লগা হয় বা কোনো সময়ত লাজ পাব লগা বা বিপদত পৰিব লগা হয়। প্ৰবাদ বাক্যবোৰে এই দিশটোলৈ আঙুলিয়াই কৈছে :

"যাৰ নাই গৰু।
সবাতোকৈ সৰু॥",
"যাৰ নাই জলৰ পাত্ৰ।
সি সবাৰো অপাত্ৰ॥"
"যাৰ নাই বাঁহ।
তাৰ নাই সাহ॥" ইত্যাদি।

আকৌ— "জাপি, লাঠি টনা।
ইয়াক এৰিলে দিনতে কনা॥"

এই বস্তুবোৰৰ প্ৰয়োজনো এওঁলোকে ভালকৈ জানে। উদাহৰণ স্বৰূপে লাঠিডালেও তেওঁলোকৰ জীৱনত বহুত সহায় কৰে :

"শুন শুন শুন।
একেডালি টোকোনৰ ( লাঠিৰ ) নটা গুণ।
হাতৰ সখা। পানীৰ জখা ( জোখা )॥
দেখিলি সাপ পেলালি মাৰি।
নাই পীৰা বহিলি পাৰি॥
নাই ব'ঠা হলি পাৰ।
নাই কানমাৰি বান্ধিলি তাৰ॥
শক্ৰয়ে কুকুৰে নাপাই লাই।
সি হল তোৰ লগৰ ( সোদৰ ) ভাই॥" ইত্যাদি।

আমাৰ সমাজৰ মানুহবোৰ আদিম অৱস্থাত বস্তুজন্তুৰ বিভীষিকাত অতিষ্ঠ

হৈছিল। এই জন্তুবোৰৰ লগত সততেই সজ্বর্ষ কৰি সিহঁতৰ আক্ৰমণত নিজক কেনেকৈ বচাব লাগে তাকো এওঁলোকে ভালকৈ জানিছিল আৰু বংশধৰ সকলৰ উপকাৰৰ কাৰণে প্ৰবাদ বাক্যত তাক সন্নিবিষ্ট কৰি থৈ গৈছে। যেনে :

"বৰাত কাতি। কুকুৰত মাটি॥
গড়ত উঠি। সাপত লাঠি, হাতীত বাগি॥
ম'হত পৰ। বাঘত ঘৰ॥" ইত্যাদি।

প্ৰবাদ বাক্যবোৰ অধ্যয়ন কৰিলে দেখা যায় যে অসমীয়া মানুহৰ সংস্কৃতিটো ঘৰখন বা পৰিয়ালটোৰ ভিতৰতে নিৰূপ্‌কপীয়া নহয়, গাওঁ, জাতি তথা ৰাইজক লৈ এটা বহল দৃষ্টিভঙ্গীৰ সংহতি আছে। নিজৰ ওচৰত থকা জনক বা থকা ঘৰক সদায় আপোন যেন ভাবিব লাগে :

"ওলাই দেখিবা যাক।
শক্ৰ নাভাবিবা তাক॥"—

হঠাৎ বিপদে-আপদে ওলাই দেখা কেইজনেহে পৰস্পৰক পায়। ইয়াতকৈ দৃষ্টি অলপ দূৰলৈ নিলেই আমি গাওঁখন দেখিবলৈ পাওঁ। গাঁৱৰ জনো আমাৰ আপোন : "গাৱঁৰনে মাৱৰ", অৰ্থাৎ একে গাৱঁতে বাসকৰা সকল পৰস্পৰ সহোদৰ স্বৰূপ। ৰাইজৰ মাৰ ভাঙিবলৈ বা গাৱঁৰ ৰাইজৰ দলৰপৰা ওলাই আহিবলৈ প্ৰবাদবাক্যবোৰে ইঙ্গিতেৰে বাধা দিছে। ৰাইজৰ শক্তি অসীম : "ৰাইজেই ৰজা, জাতিয়েই গঙ্গা"। ৰাইজৰ বিচাৰত দোষী হলে দণ্ড দিবলৈ বাধ্য। ৰাইজক বিতুষ্ট কৰি "হোঁকা-পানী বন্ধ" হৈ এঘৰীয়া হৈ থাকিব নোৱাৰি, কাৰণ মানুহ সামাজিক প্ৰাণী। তদুপৰি বিপদত পৰিলে জাতিয়েহে উদ্ধাৰ কৰিবলৈ প্ৰথমে আগবাঢ়ি আহে। অভাৱ-অভিযোগ ৰাইজে নখ জোকাৰিলেই মুহূৰ্ত্ততে উৰি যাব : "ৰাইজে নখ জোকাৰিলেই নদী"। ৰাইজৰ লগত থাকিলে মৰিব (বিপদত পৰিব) নালাগে, ৰাইজক কোনে মাৰে : "ৰাইজ ডুবৰি বন"। সেইকাৰণে প্ৰবাদ বাক্যই কৈছে : "ৰাইজ যেনি যায় তেনি যাবা", "ৰাইজ তৰিলে তৰিবা, ৰাইজ মৰিলে মৰিবা"। ৰাইজৰ লগত কিন্তু মৰিব নালাগে। কাৰণ, "মাউৰে উজালে গুৰি পকৰ্যাবো মৰণ নাই"।

প্ৰবাদ বাক্যৰপৰা অনুমান হয় যে ৰাজনীতি সম্পৰ্কীয় জ্ঞানো অসমীয়া জনসাধাৰণৰ মাজত পূৰ্ব্বকালত ব্যাপকভাৱে প্ৰচাৰ হৈছিল। ৰাজনীতি

সম্পৰ্কীয় বহুত প্ৰবাদ বাক্য অসমীয়াত আছে। ডাকৰ বচন বিলাকৰ এটি প্ৰকৰণ 'ৰাজনীতি প্ৰকৰণ' বুলিয়েই অভিহিত কৰা হৈছে। আমি আগতে উল্লেখ কৰি আহিছোঁ যে বৈষ্ণৱ আন্দোলনৰ কিছু আগৰেপৰা সংস্কৃত কাব্য আৰু পুৰাণবোৰ জনসাধাৰণৰ বোধগম্য কৰি অসমীয়ালৈ ৰূপান্তৰিত কৰা হৈছিল আৰু সেইবোৰ আজৰি সময়ত পাঠক সকলে জনসাধাৰণৰ আগত পাঠ কৰি তাৰ অৰ্থ ব্যাখ্যা কৰি দিছিল। এইবিলাক শাস্ত্ৰৰ পৰাও ৰাজনীতি সম্বন্ধীয় বহুত জ্ঞান জনসাধাৰণৰ মাজলৈ বাগৰি আহিছিল। উদাহৰণ স্বৰূপে ৰামায়ণ আৰু মহাভাৰতত ৰাজনীতি সম্পৰ্কীয় বহুত কথা আছে। মহাভাৰতৰ শান্তিপৰ্ব্ব আৰু উদ্যোগ পৰ্ব্ব এই প্ৰসঙ্গত বিশেষ উল্লেখযোগ্য। ব্যৱহাৰিক জীৱনৰ অভিজ্ঞতাৰ উপৰিও এইবিলাকৰ পৰা তেওঁলোকে নীতি বচন, ধৰ্ম্মনীতি আৰু ৰাজনীতি সম্পৰ্কীয় কথাও জানিব পাৰিছিল। আহোম ৰজাসকলৰ আমোলত ৰাজনীতি সম্পৰ্কীয় দুই-এখন গ্ৰন্থও ৰচনা হৈছিল। ডাকৰ বচনকে প্ৰমুখ্য কৰি আমাৰ প্ৰবাদ বাক্যবোৰৰ ভিতৰত বহুত ৰাজনীতি সম্বন্ধীয় প্ৰবাদ আছে। যেনে:

"অপুত্ৰক মন্ত্ৰী নোহয় ভাল।
দন্ত খসিলে কিসেৰ গীতাল॥"
"দণ্ড, ভেদ, সম দান।
চাৰি উপায়ে জিনিবা আন॥" ইত্যাদি।

**প্ৰবাদ বাক্যৰ অন্তৰালত স্ত্ৰী-চৰিত্ৰ:**

অসমীয়া ঘৰ আৰু সমাজত নাৰীয়ে যে এখন বিশিষ্ট স্থান অধিকাৰ কৰি আছে, অসমীয়া প্ৰবাদ বাক্যবোৰেও এই কথাৰ সাক্ষ্য দিছে। আমাৰ ঘৰুৱা আৰু সামাজিক জীৱনৰ আৰ্থিক, সামাজিক, নৈতিক আদি প্ৰতিটো দিশতে তিৰোতাৰ বৰঙণি অস্বীকাৰ কৰিবৰ ক্ষমতা কোনো অসমীয়াৰে নাই। প্ৰবাদ বাক্যবোৰ অধ্যয়ন কৰিলে অসমীয়া তিৰোতাৰ বহুমুখী চৰিত্ৰৰ এটা বিৰাট অধ্যায় আমাৰ আগত ফুকলি হয়। ইয়াত তিৰোতাৰ ভাল বেয়া দুয়োটা দিশেই হয়তো ধৰা পৰিব। কিন্তু আমাৰ উদ্দেশ্য প্ৰবাদ বাক্যৰ পটভূমিত স্ত্ৰী-চৰিত্ৰৰ মানদণ্ড নিৰ্ণয় কৰা নহয়—ইয়াৰ দ্বাৰাই আমাৰ সাংস্কৃতিক ৰূপটো প্ৰবাদ-বাক্যই কিমান বিশ্লেষণ কৰি দেখুৱাব পাৰিছে তাক চোৱাহে।

অসমীয়া মানুহৰ ঘৰ এখনত গিৰিহঁতকৈ গিৰিহঁতনীৰ বা ঘৈণীৰ আধিপত্য দেখি, গিৰিহঁতনী বা ঘৰিণীক ( ঘৈণীক ) বাদ দি অসমীয়া ঘৰ বা গৃহস্থালি হব নোৱাৰে। ঘৰখন গঢ়ি তোলাত তিৰোতাই সহায় নকৰিলে নহয়। অসমীয়া 'ঘৰ' শব্দটোৰ লগত ঘৈণীৰ অৰ্থও কিছু পৰিমাণে জড়িত হৈ আছে। উদাহৰণ স্বৰূপে এজন মানুহে আন মানুহক কোনো এটা কথাৰ সিদ্ধান্ত দিবলৈ হ'লে বিনীত ভাবে "মই ঘৰত সুধিলেহে হব" বুলি কোৱাৰ মানে সততে ইয়াকে বুজায় যে মানুহজনে তেওঁৰ পত্নীক সুধিহে কথাটোৰ সিদ্ধান্ত কৰিব পাৰিব। তিৰোতা ঘৰৰ গিৰিহঁতনী, ভবিষ্যৎ উত্তৰাধিকাৰী ল'ৰাহঁতৰ মাক ; গতিকে সকলো কথাতে গিৰিহঁতে, অৰ্থাৎ ল'ৰাহঁতৰ বাপেকে, তেওঁৰ পৰামৰ্শ লবই লাগিব। যেনে :—

"ঘৰৰ ঘৈণী লৰাহঁতৰ মাক।
তোমাক নুসুধি সুধিম কাক ॥"

ঘৰৰ সৌন্দৰ্য্য ঘৈণীহে। ঘৈণীয়ে ঘৰ ভালো কৰিব পাৰে বেয়াও কৰিব পাৰে :

"ৰজাৰ দোষত ৰাজ্য নষ্ট প্ৰজাই কষ্ট পায়।
ঘৈণীৰ দোষত ঘৰ নষ্ট লখিমী এৰি যায় ॥"

গতিকে ঘৈণীয়েই ঘৰৰ শুৰি টিপা। তদুপৰি ঐহিক আৰু পাৰলৌকিক উদ্দেশ্যত আমাৰ পুত্ৰ-পিণ্ডৰ কাৰণেও ভাৰ্য্যা লাগে :—

"ভাৰ্য্যা নহলে কিহৰ ঘৰ।
স্নেহ নহলে কিহৰ সাদৰ ॥

যি ঘৰত, স্ত্ৰী-পুৰুষ উভয়ে সমিল-মিল হৈ দৈনন্দিন কৰ্ত্তব্য সম্পাদন কৰে, সেইখন গৃহস্থালি আদৰ্শপূৰ্ণ আৰু তাত কৰ্ত্তব্যও অটুট থাকে :

"তিৰীয়ে পুৰুষে হবা একেমতি।
তেহে সিজিব হৰিত ভকতি ॥"

মতা-মাইকীৰ ভিতৰত মনান্তৰ হ'লে সেইঘৰত শ্ৰীবৃদ্ধি নহয় আৰু তাত গাৰ্হস্থ্য জীৱনৰ সৌন্দৰ্য্য আৰু শৃঙ্খলাও নাথাকে :—

"ভায়ে ভায়ে দ্বন্দ্ব লাগে পৰে পাই আস।
মতা-মাইকীয়ে দ্বন্দ্ব লাগে ঘৰেই পৰবাস ॥"

আনকি ভাই-ককাইৰ ভিতৰতো একতা স্থাপনত বোৱাৰীৰ যোগ্যতাই অন্যৰেৰ ভিতৰৱাতকৈ যথেষ্ট প্ৰভাৱ আছে বুলি আমাৰ সমাজৰ ধাৰণা। বিয়া কৰাই আনি ভাৰ্য্যাৰ কথা শুনি ককাই ভাইৰ লগৰ পৰা বেলেগ হলে বিদ্রূপ কৰি কোৱা হয় :

"ভাই-ভনী খেৰৰ পনি।
ভাৰ্য্য হ'ল গলৰ মণি॥" ইত্যাদি।

পুতেক বেলেগ হোৱা দেখিলেই মাক-বাপেকেও আক্ষেপ কৰে :

"জী তুলিলো জোঁৱাইৰ বুকুত।
পো তুলিলো বোৱাৰীৰ বুকত॥"

বোৱাৰীৰ গুণত বোলে ঘৰৰ সৌষ্ঠৱ বৃদ্ধি হয় আৰু বোৱাৰীৰ দোষত ঘৰ] লাংলাং—ঠাং ঠাং হয়। ঘৰপতা আৰু ঘৰ ভঙা বোৱাৰীক লৈ অসমীয়াত বহুত সাধুকথাও আছে।

ঘৰখন হৈছে পৰিয়ালৰ সকলোৰে সামূহিক প্ৰচেষ্টাৰ ফল। কপালৰ ঘাম মাটিত পেলাই যিখন ঘৰ পতাত সকলোৱে কষ্ট স্বীকাৰ কৰে, সেইখন ঘৰৰ দায়িত্ব লবলৈ যাকে-তাকে দিব নোৱাৰি। লৰাৰ মাক-বাপেকে সেইকাৰণেই লৰালৈ ছোৱালী আনিবৰ সময়ত বহুত চাইচিন্তিহে কামত আগবাঢ়ে। তিৰোতাৰ স্বভাৱ-চৰিত্ৰ, সু-লক্ষণ, কু-লক্ষণ আদিৰ সম্পৰ্কে প্ৰবাদ বাক্যবোৰত বহুত কথা আছে। লৰাৰ মাক-বাপেকে সেইমতে পৰীক্ষা কৰিহে লৰালৈ ছোৱালী আনে। লৰা-ছোৱালীৰ গাত মাক-বাপেক আৰু বংশ-পৰিয়ালৰ স্বভাৱ পৰিলক্ষিত হয়। সজবংশ, উচ্চমনৰ ভাওৰ পৰিয়ালৰ লৰা-ছোৱালীৰ মনৰ ভাব বহল। সেইকাৰণে হুৰীয়া-নিচলা হলেও গুৰিটো, অৰ্থাৎ বংশটো, ভাল হব লাগে। প্ৰবাদ বাক্যত আছে : "কণা হওক কুজা হওক ভূঞাৰ পোৱালী।" ভূঞা অসমৰ ঐতিহ্যপূৰ্ণ বংশ। আকৌ বাপেকৰ চৰিত্ৰ পুতেকত আৰু মাকৰ চৰিত্ৰ জীয়েকত প্ৰতিফলিত হয়। ছোৱালী আনিবৰ সময়ত ছোৱালীৰ মাককো চোৱা বা অধ্যয়ন কৰা হয়। যেনে :

"মাটি কিনিবা মাজ থাল।
ছোৱালী আনিবা মাক ভাল॥"
"মাক-ৰীতি জী কথাই ভাজি খায়।
বাপ-ৰীতি পো বাণিজ্যলৈ যায়॥" ইত্যাদি

ছোৱালীৰ মাক-বাপেকে শলগাটো স্বাভাৱিক কথা। যি ছোৱালীৰ ওচৰ-চুবুৰীয়া, দহে শলাগে, সেই ছোৱালীহে ভাল :

"মাকে শলাগে ভাল, বাপেকে শলাগে ভাল।
ওবে-চুবুৰীয়াই যাক শলাগিব, সেয়েহে ছোৱালী ভাল॥" ইত্যাদি।

ছোৱালী চোৱা মানুহবোৰো বৰ টেঙৰ আছিল :

"কটাৰীৰ চিকুণ গুৱা, টোপনিৰ চিকুণ পুৱা।
আকৈ বাওঁতে ছোৱালী চাবা কোন কেনেকুৱা॥"

আকৈ বাওঁতে ছোৱালী চাওঁতে সেই ছোৱালীৰ স্বভাৱ-চৰিত্ৰ, লক্ষণ আদি বহুত কথাই জানিব পৰা যায়। আকৌ :

"কাজী চাবা আগত।
ছোৱালী চাবা মাঘত॥"

ছোৱালী কাজী অৰ্থাৎ ভাল শিপিনী হয়নে নহয়, তাক আগত বা তাঁতৰ শেষ কাপোৰ থনৰ আগত, দোৱাবন্ধাৰ সময়ত চাব লাগে। এই সময়ত ভাল শিপিনী নহলে কাপোৰখন শৃঙ্খলা লগাই একেআগীকৈ বোৱা টান; যি ব'ব পাৰে সেইজনীহে কাজী বা ভাল শিপিনী। মাঘমহীয়া জাৰত মানুহৰ হাত, ভৰি, মুখ আদি ফাটে। যিজনী ছোৱালীৰ মুখ, হাত, ভৰি মাঘত নাফাটে, জানিব লাগিব সেই ছোৱালীৰ আঁহ কোমল আৰু স্বাস্থ্যবান। সু-লক্ষণৰ সম্পৰ্কেও বহুত প্ৰবাদ আছে। সকমুৱা, পাতল ওঁঠ, ডাঙৰ ওঁঠ, কুটকুৰা চুলি ইত্যাদি স্ত্ৰীৰ কুলক্ষণীয়া চিন বুলি প্ৰবাদ বাক্যবোৰে কৈছে। যেনে :

"পাতল ওঁঠেৰে যাৰ কুটকুৰা কেশ।
সেইজনী মানুহৰ ৰণচণ্ডী বেশ॥"

তাই যিমানেই সাজি-কাচি ধুনীয়া নহওক, তাইক বিয়া কৰাবলৈ মানুহে ভেতায়। এইবোৰ কথাৰ সত্যাসত্য নিৰ্ণয় কৰা বেলেগ কথা কিন্তু ইয়াত জন-বিশ্বাসৰ ৰূপটো ধৰা পৰে। সু-স্ত্ৰীৰ লক্ষণ সম্পৰ্কেও প্ৰবাদ বাক্যত কৈছে :

"যিবা দ্ৰব্য আসি গৃহে মিলয়।
তাক যত্ন কৰি সাঞ্চি থয়য়॥
অল্প অল্প কৰি ধন সঞ্চয়।
সেইমতে ধন ধৰ্ম্ম লভয়॥

সত্য-কথা কয়ে মিছা নামাস্তি ।
শাহু-শহুৰক কৰে ভকতি ॥
অতিথিক অন্ন ভুঞ্জিবাক দেয় ।
তেওঁৰ ঘৰে সদা লক্ষ্মী নেৰয় ॥"  ইত্যাদি ।

ৰং বিলাসী, চঞ্চল তিৰোতাবোৰৰ নৈতিকতাক প্ৰবাদ বাক্যবোৰে সন্দেহৰ চকুৰে চায় ; প্ৰবাদ বাক্যই "সুতিৰী ফেদেলী" বুলিহে অভিহিত কৰিছে ।

প্ৰবাদ বাক্যই "সু-তিৰী ফেদেলী" বুলি কলেও দৰাক কিন্তু দেখিবলৈ ভাল ছোৱালী লাগিবই, নহলে লগৰ সমনীয়াই তাক জোকাই মাৰিব । সমনীয়াৰ ভয়ত দেখিবলৈ ভাল নোহোৱা ছোৱালীক দৰাই কৈছে :

"সমনীয়াৰ আগলৈ নোলাবি ফাপৰী
খিকথি মাৰিব মোক ।"

ইকালে ছোৱালীও কিন্তু কম নহয় ; উপযুক্ত দৰা নাপালে তাইনো কিয় যাব ?—

"কাঁহীত নাখাওঁ বাটিত নাখাওঁ
নাখাওঁ সঁফুৰাত গুৱা ।
মনৰ জোখাই নাপাওঁ যানে
দেহাকো নকৰোঁ চুৱা ॥"

আনহাতেদি মাক-বাপেকৰ পক্ষে "বৰঘৰ গুৱনী জীয়ৰী ছোৱালী উলিয়াই দিবলৈ টান" হলেও জীয়ৰী ছোৱালী বেছিদিন ঘৰত ৰখা শোভনীয় নহয় । গতিকে "যমে নিলেও নিয়া, জোঁৱায়ে নিলেও নিয়া" হলেও জীয়ৰী ছোৱালী উলিয়াই দিবলৈ পালেই মাক বাপেকৰ শান্তি ।

চাই-চিন্তি সুলক্ষণীয়া ছোৱালী এজনী আনিলেও যে সকলো ঘৰতে ছোৱালীয়ে সুখে-শান্তিৰে বাস কৰিব পাৰিব এনে নহয় ; কোনো কোনো ঘৰত শাহু বোলা গৰাকীয়ে বাঘৰ অৱতাৰো ধৰে : "শাহু নহয় বাঘ ।" আকৌ :

"কচু হলে খজুৱায় ।
শাহু হলে নচুৱায়,
ননদ্‌হলে খুটিতাল বায় ॥"

লক্ষিৰে প্ৰবাদ বাক্যই জীয়ৰীক আগতেই সাৱধান বাণী শুনাই থৈছে : "খাইল খাইল লৌ শাহুৱীলৈ খুৱাওঁতে"। যি মহওক "শাহু ভা'লেই বোৱাৰী ভাল" আৰু শাহুৰ বশবৰ্ত্তী বোৱাৰী থকা ঘৰখন ভাল :

"মাছে গধকা পাচলি খাৰা।
শাহুৱে গধকা বোৱাৰী বাৰা॥" ইত্যাদি।

শাহু বোৱাৰীৰ কলহৰ চিত্ৰ থকা প্ৰবাদ বাক্যও অসমীয়াত বহুত আছে। বোৱাৰীয়ে কপাহসূতা কৰিব জানিব লাগিব। বোৱা-কটা অসমীয়া তিৰোতাৰ প্ৰধান কাম। ইয়াৰ ব্যতিক্ৰম মোমাইতামুলী বৰবৰুৱাৰ ৰাজ্যত অপূৰ্ব্বাস্তেই মহলা, পৰিণামো ভীষণ :

"মাধৌ বেটী গমহ।
কপাহ-সূতা নকৰাৰ বঙহ॥"

আন কিছুমান প্ৰবাদত শাহুৰ "বাঘ" আৰু বোৱাৰীৰ "সাতঘাটৰ চেঙেলী" উভয় চিত্ৰই দেখিবলৈ পোৱা যায়।

মাইকী মাহুহে ৰন্ধনপ্ৰণালী জানিব লাগে। ৰন্ধন-প্ৰণালী কলাবিদ্যাৰ অন্তৰ্ভুক্ত। যি তিৰোতাই ৰান্ধিব নাজানে তাইক বৰ-কাটিব নজনা তিৰোতাৰ দৰেই নিন্দা কৰা হয় :

"ক বুলিব নোৱাৰে মন্ত্ৰাৱলী পঢ়ে।
পচলা খাৰৰ জুতি নাজানে
ভোজ ৰান্ধিবলৈ ফুৰে॥"

"ৰান্ধিব নাজানে বাঢ়িব নাজানে
খৰি মুঠা-মুঠে পোৰে।
ব'ব নাজানে কাটিব নাজানে
লোকৰ শালে শালে ফুৰে॥" ইত্যাদি।

ভাল ৰান্ধনীৰ লক্ষণ সম্পৰ্কেও ডাকৰ বচনত আছে :

"যি নাৰী ৰন্ধন শালক যায়।
মিষ্ট কৰি পাক কৰে সদায়॥
নাহি মাত-বোল নকৰে দ্বন্দ্ব।
খণ্ড তোলালেও নোবোলে মন্দ॥

সিটো গৃহস্থৰ বাঢ়য় শ্ৰী।
বোলয় ডাকে সেই লক্ষ্মী স্ত্ৰী ॥"   ইত্যাদি।

ঘৰৰ গাম্ভীৰ্য্য আৰু গুৰুত্ব নিৰ্ভৰ কৰে মাইকী মানুহৰ ওপৰত। যি ঘৰৰ মাইকী মানুহ চৰিত্ৰহীন, সেইঘৰ বাহিৰৰ পৰা দেখিবলৈ ভাল হলেও ভিতৰি কোঁৱা ভাতুৰীয়া; আৰু সেইঘৰত নাথাকে: "গৰখীয়া নাইকিয়া গৰু। চাকোন নাইকিয়া চৰুঁৰ যেনে অৱস্থা সেইঘৰৰ অৱস্থাও তদ্ৰূপ। গতিকে চৰিত্ৰ-হীনাৰ সম্পৰ্কে প্ৰবাদ বাক্যই সাৱধান বাণী শুনাইছে:

"পৰিহৰা বিনা ঢাকনিৰ জাৰি।
পৰিহৰা নিলাজ কুলৰ নাৰী ॥
পৰিহৰা অসতী নাৰীৰ কোল।"   ইত্যাদি।

বাহ্যিক লক্ষণবোৰৰ পৰাও নাৰীৰ নৈতিক চৰিত্ৰ সম্পৰ্কে জানিব পাৰি। বাহ্যিক আচৰণত মানুহৰ মনৰ ভাব প্ৰকাশ পায়। সতী নাৰীৰ লক্ষণৰ বিষয়ে প্ৰবাদত আছে:

"শক সূতা কাটে বোয়য় তাঁত।
চা-চুবুৰীয়াই শুনেনয় মাত ॥
বন্ধন শালত নালাগে কালি।
ডাকে বোলে তেওঁ বান্ধনী ভালি ॥"

আকৌ— "কাষত কলসী জলক যায়।
তলমূৰ কৰি কাকো নেচায় ॥
যেই পথে যায় সেই পথে আসে।
ডাকে বোলে ভাল মনত ভাষে ॥"   ইত্যাদি।

অসতী নাৰীৰ লক্ষণ:

"ঘৰে চুলি মেলি বান্ধে বাহিৰে।
অল্প চুলি তুলি বান্ধয় শিৰে ॥
নিজ ঘৰ এৰি যায় পৰ ঘৰ।
ডাকে বোলে তাইক এৰিবা নৰ ॥"
"সঘনে বাটত উলটি চায়।
পৰ-পুৰুষত থাকে অভিপ্ৰায় ॥

জলক পেলাই জলক যায়।
পৰ-পুৰুষৰ মুখক চায় ॥
মানুহ নহলে গাবয় গীত।
পৰ-পুৰুষত থাকে চিত ॥" ইত্যাদি।

সতী আৰু অসতী তিৰোতাৰ বিষয়ে এইদৰে অসমীয়াত অসংখ্য প্ৰবাদ আছে।

সতিনীৰ চৰিত্ৰত স্ত্ৰী-চৰিত্ৰৰ আন এটা বৈশিষ্ট্যপূৰ্ণ দিশ ধৰা পৰে। সাধাৰণতে সতিনী থকা ঘৰত পাৰিবাৰিক শান্তি নাথাকে বুলিয়েই প্ৰবাদ বাক্যবোৰে অভিমত দিছে:—

"পুখুৰী থাকোঁতে পুখুৰী খন্দালো বাজহাঁহৰ চৰিবৰ মনে।
এজনী থাকোঁতে এজনী আনিলো খৰিয়াল শুনিবৰ মনে ॥"

ঘৈণীয়েক এগৰাকী হ'লে গিৰিয়েকে যথেষ্ট শুশ্ৰূষা পায়; কিন্তু একাধিক হলে শুশ্ৰূষা পাওক ছাৰি ভাতকিটা পোৱাও টান হয়:

"এক তিৰী লোডোৰ পোডোৰ।
দুই-তিৰী গাঁতৰ এন্দুৰ ॥
তিনি তিৰী নাপায় ভাত।
চাৰি তিৰী গালত হাত ॥" ইত্যাদি।

সতিনীৰ প্ৰতি সতিনীৰ আক্ৰোশো অতি তীব্ৰ। এজনী ছোৱালীয়ে আন এজনী ছোৱালীৰ ওপৰত প্ৰতিহিংসা চৰিতাৰ্থ কৰাৰ উৎকৃষ্ট পন্থা হিচাবে সতিনী খাটিবলৈও হুমিয়ায়:

"লাটিম বকৰাক খাটিম,
লাগে চাৰিকড়া বঢ়াই ভৰিম,
তেওঁ তাইৰে সতিনী খাটিম।"

অসমীয়া সাধুকথা বোৰতো সতিনী বিদ্বেষৰ কথা আছে:

"কৰপৰা আহিলি শাখিনী তেজা।
সোমায়ে ভাঙিলি দুয়াৰৰ সজা ॥"

সতিনী অহা গম পালেই ঘৰত থকা গৰাকী খড়াহস্ত হৈ উঠে:

"তিনটাতে টেটেৰী বাঁহপাতৰ জুই।
কোনজনী আহিছ সতিনী হই ॥

আহিছু সতিনী ধম চুকত।
ভুৰি-ঘূৰি কৰিলে পোৰ দিম খুকত॥" ইত্যাদি

সতিনীৰ বিদ্বেষ সতিনীতে আবদ্ধ নাথাকি সতিনীৰ পোলৈও চোঁচা লয় :

"মোৰ পো নহয় সতিনী পো।
চাৰি নাই পাচী নাই মাটিতে শো॥"
"কিনো মাহী আইৰ গুণ।
এহাতে খাৰণী এহাতে লোণ॥" ইত্যাদি।

আমাৰ ঘৰুৱা জীৱনৰ এই সতিনী পৰ্ব্বই লাগী আৰু এলাগী উপপৰ্ব্বৰো সৃষ্টি কৰিছে। এইবোৰে কেতিয়াবা বৰ বিয়োগান্ত হিচাকেও দেখা দিয়ে। লাগীৰ কপাল সদায় ভাল, একদশত বৃহস্পতি :

লাগিয়ে ভাঙিলে কাঁহী।
পেলালে মিচিকিয়াই হাঁহি॥"

কিন্তু এলাগীৰ কপাল মন্দ; ঘৰৰ সকলো দোষৰ 'নন্দঘোষ' এলাগীয়েই। এলাগীৰ সাধাৰণ দোষটোও বৰটো হৈ পৰে :

"এলাগীয়ে ভাঙিলে কটৰা।
পালেগৈ গড়গাওঁ বতৰা॥" ইত্যাদি।

কিন্তু মাতৃৰ সমান হলে জগতত কোনো হ'ব নোৱাৰে। আমাৰ সমাজত নাৰীয়ে শ্ৰেষ্ঠতা আৰু পৰিপূৰ্ণতা লাভ কৰিছে মাতৃ ৰূপত : "জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী।" মাতৃ থাকিলে তীৰ্থৰো প্ৰয়োজন নাই "মাতৃ গঙ্গা"। মাতৃৰ প্ৰেম জগতত অতুলনীয় :

"আইৰ সমান হ'ব কোন।
নৈৰ সমান ব'ব কোন॥"

মাকেহে পুতেকৰ সমস্ত দুখ-ব্যথা উপলব্ধি কৰে। একালৰ পথা পুতেক ঘৰলৈ আহিলে মাকে মুখলৈ চাই পুতেকৰ সুখ-দুখৰ ভাব বুজিবলৈ চেষ্টা কৰে। যেনে :

"মাকে চায় মুখলৈ।
তিৰোতায় চায় হাতলৈ॥"

পিতৃহীন হলেও মাকে পুতেকক অশেষ দুখ-কষ্টৰ মাজেৰে, অশেষ যতনেৰে ডাঙৰ-দীঘল কৰে। বাপেক থকা পুত্ৰতকৈ বাপেক নথকা পুত্ৰ বৰঞ্চ বেছি সুখতহে ডাঙৰ-দীঘল হয়। প্ৰবাদ বাক্যত আছে :

"ৰাণী কোঁৱৰো কোঁৱৰ।
ৰজাৰ কোঁৱৰো কোঁৱৰ॥"

মাতৃমান পুত্ৰ জগতত পুণ্যবান। প্ৰবাদ বাক্যত আছে :

"মাঠি বছৰত বোলে আই, বাৰিষা-খৰালি দুহে গাই।
তাৰ সমান পুণ্যৱান নাই॥"

বোৱা-কটা অসমীয়া তিৰোতাৰ কৰ্মময় জীৱনৰ বিশিষ্ট অঙ্গ। যি তিৰোতাই বোৱাকটা নাজানে তেওঁক 'থুপৰী' বুলি হাঁহে। যি তিৰোতাই নিজে বৰ-কাটিব নাজানে অথচ ভালৰ ভাল খনিহে বাছি পিন্ধি যায় তেওঁৰ প্ৰতি কৰবাৰপৰা নহয় কৰবাৰপৰা একোষাৰ ঠেহেঁৰীয়া বিদ্ৰূপ-বাণী আহিবই :

"কাজীৰ পোকৰত জাজী।
একাজীৰ পোকৰত এৰীয়াৰ মেখেলা
যায় খম্ খম্ বাজি॥"

কাজী বৰ মিতব্যয়ী, দহিকটা এডালো নষ্ট নকৰে। কিন্তু একাজীৰপৰা এনে আশা কৰিব নোৱাৰি :

"কাজীয়ে পালে কৰে দহিকটাকো বাণি।
একাজীয়ে পালে কৰে দহিকটাকো হানি॥"

পতিকে :

"একাজীৰ ছিগা ৰ।
ৰ'ৰ নোৱাৰ যদি তুলিয়ে থ॥"

বোৱা-কটা অসমীয়া শিপিনীৰ হাতৰ বিদ্যা। আ-অলঙ্কাৰে চোৰে চুৰ কৰি নিব পাৰে ; কিন্তু হাতৰ বিদ্যা কোনে নিব ?—

"হাতৰ নিব কাণৰ নিব।
দহো আঙুলিৰ কোনে নিব॥"

বাস্তৱিকতে এই দহো আঙুলিৰ বিদ্যাৰে অসমীয়া শিপিনীয়ে অসমীয়াৰ আৰ্থিক সমস্যা সমাধানত বহুত সহায় কৰি আহিছে। মাকৰ পৰাহে জীয়েকে বোৱা-কটা

শিকিবলৈ পায়। জীয়ৰী বোৱা-কটাত পাকৈত নহলে বাকো তাৰ বাবে তীব্ৰ গঞ্জনাৰ পাত্ৰ হয়:

"মাকে নাজানে তাঁতৰ শিহা।
জীয়েকে বিচাৰে কুঁলাৰ বিহা॥"
"মাকতকৈ জীয়েক কাজী।
ঢেঁকী থোৱাৰে বাটে পাঁজী॥" ইত্যাদি।

অসমীয়া সমাজত থুপৰী ইমান গঞ্জনাৰ পাত্ৰ যে সেই গঞ্জনাৰ হাত সাৰিবৰ কাৰণে থুপৰীয়েও বাধ্য হৈ অভিনৱ পন্থা অৱলম্বন কৰিব লগা হয়। থুপৰীয়ে তেল্‌কী-বাজীৰে গিৰিয়েকক ঠগা সাধু অসমীয়াত বহুত আছে। গিৰিয়েক আক শাহুয়েকৰ পৰা তাঁত ব'বলৈ হুকুম পাই থকা এজনী থুপৰীয়ে কেনেবাকৈ দুই-এনেচা সূতা সংগ্ৰহ কৰি তাকে অপাৰপৰা বাৰেপতি উলিয়াই দুমুৰাই গিৰিয়েকক কৈছে:

"হেনেক নেচা তেনেক নেচা।
পেৰাত আছে তিনি নেচা॥" ইত্যাদি।

অসমীয়া শিপিনীয়ে এৰী, মুগা, পাট আদি শিল্পতো সমানে অংশ গ্ৰহণ কৰে। পাট, এৰী, মুগা আদি সূতা অসমীয়া তিৰোতাই কাটিবলৈ শিকিবই লাগিব:

"চিকাই কৰিলে চিক্।
এৰীয়ে মুগাই যি কৰিব লাগিলে কৰিলে,
জোঁঠা কাটিবলৈ শিক॥"

এইদৰেই দেখা যায় যে বয়ন শিল্পৰ লগত অসমীয়া তিৰোতাৰ এটা এৰাব নোৱাৰা সম্বন্ধ আছে। এই শিল্পৰ জৰীয়তে অসমীয়া তিৰোতাৰ সৌন্দৰ্য্যবোধৰ পৰিচয়ো পাব পাৰি। মহাত্মাগান্ধীয়েও অসমীয়া তিৰোতাৰ বয়ন শিল্পৰ পাৰদৰ্শিতাৰ বিষয়ে প্ৰশংসা কৰি থৈ গৈছে। বিয়া নামত থকা—"হাতে ভকোৱা মুঠিতে লুকোৱা" আইদেউৰ কাপোৰ সাজেও অসমীয়া শিপিনীৰ কলা-কুশলতাৰ আৰু দক্ষতাৰ পৰিচয় দিয়ে। কজিত 'ক' আখৰটো লিখিব নোৱাৰা আৰু কীৰ্ত্তনৰ পদ একাকি পঢ়িব নোৱাৰা শিপিনী জনীয়েও থাপনাত দিয়া পাটুৱাচা থলত বঙা আঁচুৰে দুই-তিনি ফাকি বোৱা সূতাৰকৈ কাঠি তুলি থৈ দিয়া দেখিলে বিস্ময় মানিব লাগে। অসমীয়া সমাজৰ ৰুকৰোৱে-আজাৰ

শিপিনীৰ এই প্ৰতিভাৰ নিদৰ্শন নিশ্চয় নামবোৰত দেখিবলৈ পাইছে। বিয়ানামত অসমীয়া শিপিনীৰ অন্তৰৰ সূক্ষ্ম অনুভূতিয়ে জীৱন্ত ৰূপ লয় :

"এখনি গোমোচা বৈ থৈ আহিছোঁ
ফুলাম সাত শাৰী ( সাতসৰী ? ) দি।"

ফুলাম গামোচা, পাটৰ টঙালি, এৰীবাৰ টঙালি, পাগুৰি, কেচৰচা বিহা ফুলাম মেখেলা, সিংখাপ, মেজাঙ্কৰী আদি কাপোৰ অসমীয়া বয়ন শিল্পীৰ উৎকৃষ্ট নমুনা আৰু এইবিলাকত অসমীয়া শিপিনীৰ শিল্পীসুলভ মনটোৰ এটি সুন্দৰ প্ৰতিচ্ছবি পোৱা যায়।

অসমীয়া তিৰোতাৰ সৌন্দৰ্য্যবোধৰ কথা কওঁতে তেওঁলোকৰ চুলিৰ কথাও বিশেষভাবে উল্লেখ কৰিব লগা হয়। প্ৰবাদ বাক্যবোৰত চুলিৰ কথাও যথেষ্ট পৰিমাণে আছে। চুলি অসমীয়া তিৰোতাৰ সৌন্দৰ্য্যৰ এটা প্ৰধান অঙ্গ। যাৰ চুলি নাই তেওঁ হাঁহিয়াতৰ পাত্ৰ। সেই কাৰণে বহুতে কৃত্ৰিম উপায়েৰেও চুলি বেছি থকাৰ প্ৰমাণ কৰিব খোজে। কিন্তু কোনোবাই জানিব পাৰিলে ব্যঙ্গৰপৰা হাত সাৰিবৰ উপায় নেপায়। যেনেঃ

"আৰ ছিগা চুলি তাৰ ছিগা চুলি
মাৰি যাওঁ নেৰেৰী খোপা।"

আকৌ যাৰ তিনিডাল মান চুলি, তেৰেঁ। তাক নিজক ভাল দেখুৱাবলৈ তুলি বান্ধে :

"তিনিডালি মান চুলি, তাকে বান্ধে তুলি।
পৈয়েকে ভাল দেখক বুলি॥"

চুলিৰ প্ৰতি সকলোৱে যত্ন লব লাগে। শকত, দীঘল কিচ্‌কিচীয়া চুলিটাৰক সকলোৱে প্ৰশংসা কৰে। সেইকাৰণে তেল-টেঙা ঘঁহি চুলি দীঘল, সৰহ আৰু কিচ্‌কিচীয়া কৰিবলৈ সকলোৱে যত্ন কৰে। দীঘল, সৰহ আৰু কিচ্‌কিচীয়া চুলিটাৰি একালত অসমীয়া তিৰোতাৰ বৰ আদৰৰ বস্তু আছিল। সাধুকথাৰ ৰাজকোঁৱৰৰ সঁফুৰাত দীঘল চুলিৰ মেৰপাকৰ অন্ত নাছিল। একেডালি দীঘল চুলিয়েই ৰাজকোঁৱৰক বোহৰৰত সুমুৱাই-ছিলগৈ, বোলে সেই দীঘল চুলিৰ ছোৱালীক আনি দিব লাগে—নহলে ৰাজকোঁৱৰ বোহৰৰপৰা নোলায়। জীয়ৰী ছোৱালীৰ উধনীয়া খোপাই বাটেদি যোৱা হাজাৰী বৰুৱাৰ মনটিও লগতে চুৰকৰি নিছিল :

"খোপা ভাঙৰ খোপা সৰু,
খোপাতে মকৰা।
খোপা দেখি মোহ গ'ল হাজাৰী বৰুৱা॥"

অসমীয়া প্ৰৱাদ বাক্যবোৰ এইদৰে বিশ্লেষণ কৰি চালে স্ত্ৰী-চৰিত্ৰৰ আৰু বে বহুত কথা প্ৰকাশ হ'ব তাত সন্দেহ নাই।

## বৈষ্ণৱ আন্দোলনৰ পটভূমিত প্ৰবাদ বাক্য :

অসমৰ মধ্যযুগৰ বৈষ্ণৱ আন্দোলনেও অসমীয়া প্ৰবাদ বাক্যৰ ভঁৰালৈ এটি বুজন-সংখ্যক বৰঙণি আগবঢ়াই থৈ গৈছে। অসমীয়া প্ৰবাদ বাক্যৰ ভিতৰত ডাকৰ বচন, ফকৰা, যোজনা, পটন্তৰ আৰু কিছুপৰিমাণে জ্যোতিষ বচন আৰু খনাৰ বচনৰ কথাৰেও, অন্তৰ্ভুক্তি লাভ কৰিছে। এইবিলাকৰ ভিতৰত ফকৰা বিলাকেই বৈষ্ণৱ আন্দোলনৰ লগত বিশেষভাৱে সংশ্লিষ্ট হৈ আছে। যিবিলাক ফকৰাত বৈষ্ণৱ ধৰ্মৰ তত্ত্ব সম্বন্ধীয় কথা নিহিত আছে, সেইবিলাকৰ অৰ্থ ব্যাখ্যা কৰা জটিল আৰু সেইবিলাকক ভৰতীয়া ফকৰা বুলিও বেলেগে শ্ৰেণী বিভাগ কৰিব পৰা যায়। প্ৰথমে এই বৈষ্ণৱ ধৰ্মৰ তত্ত্ব সম্বন্ধীয় ফকৰা ৩৭৬টা আছিল বুলি ভকতসকলে কয়:

"কথা নহয় ফকৰা।
এটা মুগাৰ তিনিশ তিনিকুৰি তেৰটা চকৰা॥"

অৰ্থাৎ, এক ঈশ্বৰৰ ভক্তিমাৰ্গ সম্বন্ধীয় ৩৭৬টা ফকৰা আছে। আন এটা প্ৰবাদৰ মতে "বাৰকুৰি বৰগীত, তেৰকুৰি ফকৰা" বুলিও জনা যায়। কথাগুৰুচৰিতত গুৰু আৰু ভকতসকলৰ মাজত ধৰ্মমূলক তত্ত্ব বুজাবৰ কাৰণে চৰ্চ্চনি, ফকৰা আৰু দৃষ্টান্ত সততেই ব্যৱহাৰ কৰা দেখা যায়। ফকৰাবিলাকৰ বেছি সাদৃশ্য চৰ্চ্চনিবিলাকৰ লগতহে আছে। যেনে :—"আৰু এদিন গুৰুজনে বোলে মোহ-পাশ ভকত হলে ছেদিব লাগে। মধু আতৈৰ ভাগিন এটি আছে যাতে, বৰ মোহ থেওঁৰ। তাকে ছেদিবলৈ দাখান ধৰাইছে। ভকতে কলে বোলে বাপ, মধু আতৈ-এ দাখান ধৰাইছে দেখোঁ। বোলে মাতাচোঁ। মাতিলে আহিল। বোলে তুমি কুছু দা ধৰাইছা? কেলেই? বোলে বাপ বোলা যায় দেখোঁ মোহ-পাশ ছেদিব লাগে ভকতে? মোৰ আনন্ত মোহ নাই, একটি ভাগিন আছে যাকে ছেদি গুচাওঁ। গুৰুজনে

লোকে তৰ্কত মোহাইক আজিও নইৰ্ম্মিলিছে ; আৰি কলো মোহেই শিক্ষা, আশাপাশ বন্ধু, অজ্ঞানে অন্ধাৰ, তাত পৰি জীৱ চেতন-জ্ঞান হেৰাল। এখন কম শক্তি নৰ বৰৰ ঘৰকৈ ভকতি প্ৰদীপ লগাই, অজ্ঞান তিমিৰ গুচাই সেৱকে পৰম তত্ত্ব বস্তু দেখি বৈকুণ্ঠে যাব।” ( কথা গুৰু চৰিত—পৃঃ ৫৩১। ) এই পিনিৰেই চৰ্চ্চলি। এনে চৰ্চ্চনি কথা গুৰু-চৰিত পুথিত বহুত আছে। গুৰুসকলে ভাগৱতৰ একোটাইত পদ কেৱা ভাগেও চৰ্চ্চাৰ কথা আছে। নৰনাৰায়ণৰ ৰাজসভাত একোটা শ্লোকক সাত প্ৰকাৰে মহাপুৰুষে চৰ্চ্চি দেখুৱাইছিল। সংস্কৃত কাব্য বিলাকতো, বিশেষকৈ ‘নৈষধ চৰিত’ আৰু ‘কিৰাতাৰ্জ্জুনীয়ত’ একোটা শ্লোকৰে কেইবাটাও ব্যাখ্যা কৰিব পাৰি। চণ্ডী আৰু মাৰ্কেণ্ডেয় পুৰাণৰ একেটা শ্লোকৰে আখ্যানিক আৰু আধ্যাত্মিক ব্যাখ্যা সম্পূৰ্ণ বেলেগ ধৰণৰ। ভকতীয়া ফকৰাবিলাকৰ অৰ্থও চৰ্চ্চিলেহে সহজ হৈ পৰে। তাৰ ওপৰই থকা অৰ্থটোৰ লগত নিহিত থকা ধৰ্ম্মৰ তাত্ত্বিক ব্যাখ্যাৰ মিল নহয়। আগতে উল্লেখ কৰি অহা হৈছে যে বৰ আচৰিত হ’বলগীয়া কথা এটা হোৱা দেখুৱাব খুজিলে মানুহে কয় :—

“সাগৰৰ মৌ, পৰ্ব্বতৰ ঢৌ।

বাপেকৰ তিৰি নাই পুতেকৰ সাত বৌ ॥” ইত্যাদি।

সাগৰৰ মৌ, পৰ্ব্বতৰ ওপৰত ঢৌ আৰু বাপেকে বিয়া নকৰোৱাকৈ পুতেকৰ সাতজনী বৌ থকাতো যেনে আচৰিত, কথাটোও তেনে আচৰিত। কিন্তু ইয়াৰ ভকতীয়া অৰ্থ সম্পূৰ্ণ বিপৰীত। সাগৰ হ’ল সাধুসকলৰ মন বা হিয়া। মৌ ৰাম নাম। পৰ্ব্বত অহঙ্কাৰাদি ৰিপুবিলাক। ঢৌ উত্তেজনা। বাপেক অনাচাৰী আৰু ৰিপু বা ইন্দ্ৰিয়ৰ বশবৰ্ত্তী হলেও কেতিয়াবা তেনেকুৱা একোজনৰ পুতেকে ধৰ্ম্মক আশ্ৰয় কৰি ইন্দ্ৰিয় আৰু ৰিপুক দমন কৰি সমাজত সুনাম অৰ্জ্জন কৰি নিজেও পৰমপদ লাভ কৰিব পাৰে। যেনে, ‘প্ৰহ্লাদ’। এইদৰেই একোটাইত ফকৰাৰ দুই তিনিটা ব্যাখ্যাও সম্ভৱ হ’ব পাৰে। [illegible]লেদি এইবিলাকক সাঁথৰ বিলাকৰ লগতো তুলনা কৰিব পাৰি। এইবিলাকৰ সমাধানৰ কাৰণে উপস্থিত বুদ্ধি আৰু ধৰ্ম্ম সম্বন্ধীয় বিপুল জ্ঞানৰ প্ৰয়োজন হয়। যেনে :

“লাখুটি বিস্তং তং।

মাজ পথাৰত লাখুটি হেৰাল বিচাৰিবলৈ যং ॥”

ভাগটো হৈছে আত্মা। বাকী পথাৰ হৈছে শৰীৰ বা দেহ। ঈশ্বৰ আত্মাৰূপে মানুহৰ শৰীৰৰ ভিতৰতেই আছে। বিচাৰিব জনা জ্ঞানীসকলে ঈশ্বৰক ইয়াতেই পায়, বিচাৰিব নজনা অজ্ঞানীসকলৰ কাৰণে ঈশ্বৰক পোৱা টান। নামঘৰ বিলাকত প্ৰসংগৰ আগে-পাছে এতিয়াও ভকতসকলৰ মাজত এই ভকতীয়া ফকৰাৰে আলাপ-আলোচনা আমোদ-ৰহস্য আদি হয় আৰু এজনে আনজনক এই ফকৰাৰ চাতুৰ্য্যেৰে বিমোহত পেলাবলৈ চেষ্টা কৰে। যেনে:

"যেত্‌তেৰি মগৰমুৰী।
একেডাল বাঁহৰ তিনডাল গুৰি॥
বুজিলে বুজ। নুবুজিলে যুঁজ॥"

এই একেডাল বাঁহৰ তিনিডাল গুৰিৰ অৰ্থ হৈছে—এক নিৰ্গুণ পৰম ব্ৰহ্মৰ পৰা ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰ এই তিনিজন সগুণ ঈশ্বৰৰ সৃষ্টি হৈছে। বুজাই সহজে কথাটো বুজিব পাৰে, নোৱাৰা জনে ইয়াৰ অৰ্থ উলিয়াবৰ কাৰণে ভাবি থাকিব লগা হয়। মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ মুখৰ পৰা নিঃসৃত হোৱা বহুত ফকৰা-যোজনাও চৰিত পুথি বিলাকত আছে। মুঠৰ ওপৰত এসময়ত এই ফকৰাবিলাকে বৈষ্ণৱ আন্দোলনত এটি প্ৰধান ভূমিকা গ্ৰহণ কৰিছিল যেন অনুমান কৰিবৰ স্পষ্ট কাৰণ আছে। মহাপুৰুষ শঙ্কৰদেৱে নিজৰ জীয়েকক মাধৱদেৱলৈ দিবৰ কাৰণে বৰ আশা কৰিছিল; কিন্তু মাধৱদেৱক সন্মত কৰিব পৰা নাছিল। এদিন সুবিধা পাই কথাৰে বান্ধিবৰ কাৰণে, কথা প্ৰসংগত মাধৱদেৱক শঙ্কৰদেৱে ক'লে—"গড় বান্ধি যুঁজিলে শত্ৰুলৈ ভয় নাথাকে।" মাধৱদেৱেও গুৰুৰ অভিপ্ৰেত অৰ্থ উপলব্ধি কৰিব পাৰি তৎক্ষণাত উত্তৰ দি হাত সাৰিলে—"গড় বান্ধি যুঁজিলে যশা, গড় নবন্ধাকৈ যুঁজিলেহে মহাৰথী", অৰ্থাৎ বিবাহাদি কাৰ্য্য নকৰাকৈ ৰিপু আৰু ইন্দ্ৰিয়ক দমন কৰি ধৰ্ম-কাৰ্য্য সম্পাদন কৰিব পাৰিলে যিমান কৃতিত্ব, বিবাহাদি কাৰ্য্য, ৰিপু আৰু ইন্দ্ৰিয়ক চৰিতাৰ্থ কৰি ধৰ্ম-কাৰ্য্য সম্পাদন কৰাত সিমান কৃতিত্ব নাই। এই ফকৰাবিলাকে একোজন প্ৰখৰ বুদ্ধিসম্পন্ন প্ৰতিভাবান ধাৰ্ম্মিক পুৰুষকো স্তম্ভিত কৰি দিয়ে। শঙ্কৰদেৱ দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ গৈ চৈতন্যদেৱৰ মঠৰ সন্মুখ পালেগৈ। (চৈতন্যদেৱ আৰু শঙ্কৰদেৱৰ লগ হোৱাৰ বিষয়ে মতভেদ আছে; ইয়াত এই কথাৰ আলোচনা নিষ্প্ৰয়োজন।) শিষ্যসকলে চৈতন্যক খবৰ দিলত চৈতন্য

শ্ৰীনৰহৰি ঠাকুৰে আহি ফকৰাৰে 'ধৰ্ম-সাধনৰ ভূমি' চাইছিল—"ভুলি চৈতন্য গোসাঁই আৰেবেৰে আগবাঢ়ি মঠতে আছিল। তেতে চৈতন্য ফকৰা মাতিছে,—

"বোলে আহিছা হৰি গো, কি বুলি কাঢ়িলা বাঁহী।
সংসাৰ ভূমি গুৰু বহিছে কত দি আহিছা পাও ॥"

পাছে অকলস ব'ৰা ধৰকা খাই। ছোট আতাৰ মুখলৈ চাই, বোলে বৰা গো, বাৰ আপাদি। পাছে ছোট আতা মাতিছা,—

"হৰিৰ আজ্ঞাতে আহিছোঁ গোসাঁই পৃথিবীত দি পাও।
হৃদয় মাজে গুৰু আছে আত্মা বিছাৰি চাও ॥"

( কথা গুৰুচৰিত পৃঃ ১৫২—১৫৩ )। এই দৰেই চৈতন্যই ফকৰাৰে বাট ভেটিলে আৰু মাধৱদেৱে ফকৰাৰেই বাট মোকোলালে। কথা-গুৰু-চৰিতত নাৰায়ণ ঠাকুৰে দিয়া ফকৰা আৰু দৃষ্টান্ত বহুত আছে। এই ফকৰাবিলাকে বৈষ্ণৱ সমাজত ইমান ব্যাপকভাৱে প্ৰভাৱ বিস্তাৰ কৰিছিল যে আনকি স্ত্ৰীসকলৰ বহুতেও ফকৰা কোৱাত পাকৈত হৈ উঠিছিল। নাৰায়ণ ঠাকুৰৰ পত্নীয়ে ভিক্ষা কৰিবলৈ যোৱা মধাই আতৈক ফকৰাৰে ভুথি চাবলৈকো প্ৰয়াস পাইছিল : "আৰু একদিনা মধাই আতৈ ভিক্ষা কৰিবলৈ গৈছিল। খুজি গৈ গৈ মলথে পালেগৈ। ঠাকুৰ আতাৰ ৰাণী বুলি ভু নাপায়, শীঘ্ৰে পদূলি সোমাই গৈছে। আএ তাঁত বৈছে, দেখে সুন্দৰ ভৰযৌৱন, দিব্য পুৰুষজন গৌৰ বৰ্ণে; হাতে লাঠি; মাথে ভগ্ন ছাতি, আঁঠুমুৰে ধুনি, ফটা বস্ত্ৰ, কান্ধে জুলি, গমন শান্ত, ধীৰ-ভাৱে গৈছে। বেশটি ভক্তৰ, গা-লক্ষণ ভাগৱীয়া মহন্তৰ, সাজটি দুখী-দৰিদ্ৰ ভিকুৰৰ। মনে পৰীক্ষি আএ ফকৰা মাতিলে—'নাঞ ( নাও ) চপ্ চপ্ দেখোঁ ঢেউ অপাৰ'? আতা বোলে মাতৃ 'মুৰুৰে নৌকা সুজান কণ্ডাৰ। নকৈ নাজোঁ পুৰণি থাঞ ( থাওঁ )। ভিক্ষা দিয়া যাও ঘৰলৈ যাওঁ'॥ শুনি আএ অদ্ভূত আশ্চৰ্য্য হৈ সুধিলে বোলে তোম্ৰা ক'ৰতে আছে ক'ত থাকে? বোলে 'মাও ৰাউসীৰ ( পাটবাউসীৰ ) মহাপুৰুষ সঙ্গে থাকোঁ—ভিক্ষাকৈ প্ৰবৰ্ত্তো'। পাছে আএ উঠি আহি পাৱত পৰি লেৱাৰ্টি বোলে তোম্ৰাক দাসীএ ক'ৰবা বুলি পৰীক্ষা কৰিলোঁ—অপৰাধ ক্ষমা যাব ॥"—( কথা গুৰুচৰিত পৃঃ ১১১ )।

এইবিলাক ভকতীয়া ফকৰাৰ বাহিৰেও ভাগৱতী বৈষ্ণৱ ধৰ্মৰ মূল তত্ত্ব সম্বন্ধীয় বহুত কথা কীৰ্ত্তন, নামঘোষা, ৰত্নাৱলী, দশম, ভাগৱত, ৰত্নাকৰ, গীতা আদিৰ পৰা উদ্ধৃত কৰি প্ৰবাদ বাক্য হিচাবে জন-সমাজত আজিও ব্যাপকভাৱে

ব্যৱহৃত হ'ব লাগিছে। ধৰ্মৰ বাহিৰেও দৈনন্দিন জীৱনৰ সাধাৰণ ঘটনাৰ লগত সাদৃশ্য থকা বহুত উক্তিও উপৰুক্ত গ্ৰন্থবোৰ আদি জনসাধাৰণে আজিও ব্যৱহাৰ কৰে। যেনে,—কাৰোবাৰ লগত শত্ৰুভাৱ থাকিলে সুবিধা পালে সেই শত্ৰুৱে যদি প্ৰতিশোধ লয়, তেনেহলে কোৱা হয়—"পূৰ্ব্ব শত্ৰু মনে জানি, কামদেৱে শৰ হানিলে" ( কীৰ্ত্তন-হৰমোহন )। সেইদৰেই 'দহি আছো মদনক আৰু শঙ্কা নাই' ( কীৰ্ত্তন ), 'মগধ ৰজাৰ সেনা সাগৰ সকাশ', 'যুগে যুগে অৱতাৰ যথা অসংখ্যাত', 'সেৱন্ত শিশু বয়সত বৃদ্ধ', 'আপোন কৰ্ম্মে যাওঁ অধোগতি', 'দেৱৰ বাঞ্ছনি মনুষ্য জন্ম', 'মাংসৰ কাৰণে যেন কুক্কুৰ দোগোটা শেন' ইত্যাদি। এইবিলাক কেৱল কীৰ্ত্তনৰ পৰাহে উদ্ধৃত কৰি দিয়া হৈছে। দৈনন্দিন জীৱনৰ সাধাৰণ ঘটনাৰ প্ৰসঙ্গতহে এইবিলাক উক্তি প্ৰবাদ বাক্য হিচাবে ব্যৱহাৰ কৰা হয়। কীৰ্ত্তনৰ বাহিৰেও আন বৈষ্ণৱ গ্ৰন্থবোৰৰ পৰাও উক্তি উদ্ধৃত কৰি প্ৰবাদ বাক্য হিচাবে ব্যৱহাৰ কৰা হয়।

বৈষ্ণৱ আন্দোলনৰ পটভূমিত সৃষ্টি হোৱা ভকতীয়া ফকৰা আৰু আন বিভিন্ন বৈষ্ণৱ গ্ৰন্থবোৰ আদি প্ৰবাদ বাক্য হিচাবে ব্যৱহাৰ কৰা উক্তিবোৰ ভালৰকমে বিশ্লেষণ কৰি চালেও অসমৰ বৈষ্ণৱ ধৰ্মৰ দাৰ্শনিক ভেটিটোৰ সম্পূৰ্ণ নহলেও এটি সাধাৰণ পৰিচয় নিশ্চয় পোৱা যাব। হিন্দু ধৰ্মত গুৰু প্ৰধান বস্তু; অসমৰ বৈষ্ণৱ ধৰ্মতো সেয়ে। বৈষ্ণৱ ধৰ্মৰ প্ৰধান বস্তু হ'ল চাৰিটি— নাম, দেউ, গুৰু, ভকত। এই চাৰি বস্তুৰ প্ৰতিটিৰে বৈষ্ণৱ ধৰ্মত বিশিষ্ট স্থান আছে। সাধাৰণতে সকলো শিক্ষা গুৰুৰ মুখেদি লোৱা ভাল, "গুৰু লগা ( বা ওজা লগা ) বিদ্যা, পাখি লগা কাঁৰ॥" ধৰ্মও গুৰুৰ যোগেদি ললেহে পৰিষ্কাৰভাৱে জানিব পাৰি। গুৰুৱে দেখুৱাই দিলেহে পন্থ বা মাৰ্গ ভালৰূপে চিনিব পাৰি, নহলে পন্থ বিভিন্ন, চিনিবৰ উপায় নাথাকে। ভকতীয়া ফকৰাত আছে—

"খুজি খালে সৰ্ব্বহ পায়।
চুৰ কৰিলে কটা যায়॥"

অৰ্থাৎ, গুৰুৰ ওচৰত ধৰ্মৰ তত্ত্ব জানি-শুনি ল'লে পৰকালত সুখ হয়, তাকে নকৰিলে যমৰ যাতনা ভোগ কৰিবলৈ আছে। ভাগৱতী বৈষ্ণৱ ধৰ্ম নাম ধৰ্ম নামেৰেও জনা যায়। ঈশ্বৰৰ নামকীৰ্ত্তনৰ প্ৰাধান্য ইয়াত দিয়া হৈছে:

"নামেই পৰম ধন।" এই নাম জানি-শুনি ল'ব লাগে। সাধাৰণ ফকৰাত আছে :

"জানি গাবা, জাগি শুবা, চিনি সিচিবা ধান।
নাজানিলে নহয় ফল জানিবা সুজান॥"

নাম জানি গাব লাগে, নজনাকৈ গোৱা নামৰপৰা তত্ত্ব জ্ঞান লাভ হ'ব নোৱাৰে বা তাৰপৰা সকলো পাব নোৱাৰে। নাম আৰু ঐকান্তিক ভক্তিৰ সহযোগতহে তত্ত্ব জ্ঞান লাভ হ'ব পাৰে। যি একালে মুখত ৰাম নাম লৈছে আৰু আনকালে ঈশ্বৰৰ মূৰ্ত্তি হৃদয়ত লব পাৰিছে সেইজনেই সাৰ্থক ভক্ত, তেৱেঁই মুক্তি বা পৰম্পদ পাব পাৰে :

"ভাই মুখে বোলে ৰাম হৃদয়ে ধৰা ৰূপ।
এতেকে মুকুতি পাইবা কহিলো স্বৰূপ॥"

আকৌ নামৰ বিষয়ে ভকতীয়া ফকৰাত আছে :

"এক নাম আহিল পাতাল ভেদি।
এক নাম আহিল আকাশ ভেদি॥

এক নাম হৈছে পৃথিবী ফটা। এই তিনি নামৰ লাগিল জোটা॥ তিনি আলিৰ মুৰত কোবাই কাটা। তথাপি নাভাগিল নামৰ জোটা॥" ইত্যাদি। আকাশ ভেদি অহা নাম হ'ল ভাগৱত, পাতাল ভেদি অহা নাম গীতা, পৃথিবী ফটা সহস্ৰ নাম আৰু জোটা হ'ল তিনিকো একেলগে লোৱা। গুৰুসকলে গীতা, ভাগৱত, সহস্ৰনাম আদিৰ ৰসতত্ত্ব কলেও যিসকল লোকৰ জ্ঞান নাই, তেওঁলোকৰ নাম-ধৰ্ম্ম সম্পৰ্কে তত্ত্ব বোধ হ'ব নোৱাৰে। "নামক নামে ভজে নামক নামে যজে। নামক নামে কৰে সেৱ। নিজ নাম লৈয়া জীৱ তৰি গৈলা, মূলক নাপাইলা কেৱ॥" অৰ্থাৎ জীৱাত্মাই ঈশ্বৰৰ নাম ভজনা কৰি পৰমাত্মাৰ লগ লৈ মোক্ষপদ লাভ কৰে। আকৌ গুৰুৱে যাকে-তাকে ধৰ্ম্ম দিব নালাগে। শিষ্যক ভালদৰে বুজি লৈহে তত্ত্বজ্ঞান দিব লাগে। অনুপযুক্ত শিষ্যক তত্ত্বজ্ঞান দিলে দোষ ঘটে :

"ভাণ্ড পৰখি লবণ্ ধৰা।
শিষ্য পৰখি জ্ঞান কৰা॥"

প্ৰমাণ নকৰি যিটো হঠাতে কহয়। গুৰুদ্ৰোহ, বিশ্বহত্যা তাহাতে লাগয়॥" ( কথাগুৰু চৰিত পৃঃ ৩৪৬।) যিসকলৰ মন স্থিৰ নহয়, সেইসকলৰ অন্তৰত

তত্ত্বজ্ঞানে স্থিতি লাভ কৰিব নোৱাৰে। "ভকতি তোমাই যায় ( একো ফল নহয় )। কেটাঁ কলপাতত ভকত বহিছে পিছলি পিছলি যায় ॥" ( কেটাঁ কলপাতত বহা ভকত হৈছে যাৰ মন স্থিৰ হোৱা নাই )। ভকতসকলৰ বিষয়েও অসংখ্য ফকৰা আছে। কীৰ্ত্তনৰ পৰা বহুত উক্তি উদ্ধৃতি দিও ভকত-সকলে সেইবোৰ প্ৰবাদ বাক্য হিচাবে ব্যৱহাৰ কৰে। ভকত শ্ৰেষ্ঠ বস্তু, যি ভকতক অৱহেলা কৰে তেওঁ নামৰ দ্ৰোহী :

"ভকতক নিন্দা কৰৈ অধম।
জানিবা নামৰ দ্ৰোহী পৰম ॥" ( কীৰ্ত্তন, নামাপৰাধ খণ্ড। )

ভকতেই ধৰ্ম্মৰ তত্ত্ব স্বৰূপ :

"সৰ্ব্বতত্ত্ব ভকতক মই গুৰু মানোঁ।
ভকত গুৰুত পৰে আনক নেজানোঁ ॥"

( কথাগুৰুচৰিত পৃষ্ঠা ১১৬। )

য'তেই ভকত ত'তেই ঈশ্বৰ বিৰাজমান আৰু সেইস্থানৰ সকলোৱেই ভকতৰ সংসৰ্গত পবিত্ৰ হয় :

"যৈত থাকে মোৰ ভক্ত উদাৰ চৰিত্ৰ।
কীট-পতঙ্গকো তথা কৰয় পবিত্ৰ ॥" ( প্ৰহ্লাদ চৰিত্ৰ )।

গতিকে ভকত প্ৰধান বস্তু। 'পাপক ঘিণ কৰিবা পাপীক ঘিণ নকৰিবা'ৰ দৰেই ভকতৰ দোষ হলেও সেই দোষহে ভাগিব পাৰে ভকত ভাগিব নোৱাৰে : "দায়হে ভাগে, ভকত কাহানি ভাগে।" বৈষ্ণৱ ধৰ্ম্মৰ আন এটি প্ৰধান বস্তু হ'ল দেউ। এই ধৰ্ম হ'ল এক শৰণীয়া নাম ধৰ্ম, ইয়াত দেৱতা এজনহে আৰু সেই জনেই হৈছে "দৈৱকীনন্দন, গোপাল গোবিন্দ যদুনন্দন কৃষ্ণ।" তেওঁক এৰি অন্যক উপাসনা কৰাৰ স্থান এই ধৰ্মত নাই। তেওঁক উপাসনা কৰিবৰ কাৰণে দেশ, কাল, পাত্ৰ হিচাবে ভাৰতবৰ্ষ, কলিকাল আৰু মানৱেই শ্ৰেষ্ঠ : "ধন্য ধন্য কলিকাল, ধন্য নৰতনু ভাল, ধন্য ধন্য ভাৰতবৰিষ।" দোষৰ সাগৰ কলিক এই কাৰণেই ভাল বুলি কৈছে যে এই যুগৰ শ্ৰেষ্ঠ ধৰ্ম হ'ল সহজ-সৰল নাম ধৰ্ম। কীৰ্ত্তন আৰু নামঘোষা গ্ৰন্থৰ পৰা বৈষ্ণৱ ধৰ্ম্মৰ তত্ত্ব নিহিত থকা যিবোৰ উক্তি প্ৰবাদ বাক্য হিচাবে ব্যৱহাৰ কৰে তাৰে অলপ তলত দিয়া হ'ল : চণ্ডালো হৰি নাম লবে মাত্ৰ। কৰিবে উচিত যজ্ঞৰ পাত্ৰ ॥, ভকতেসে খুজি পায়ে তুমি অন্তৰ্য্যামী, বৈৰ ভাৱে চিন্তিবাহা

মোক। অন্নকালে পাইবা এহিলোক॥, গুরু উপদেশে আপোনাত হন্তে নোপজে কৃষ্ণত মতি, ভকত চণ্ডালে আপোনাক তাৰে সমস্ত কুল উদ্ধাৰে, কুকুৰ, গৰ্দ্দভ, শৃগালৰো আত্মাৰাম, সমস্ত ভূতৰে তুমি আছা হৃদয়ত, তৰ্কশাস্ত্ৰ মহাব্যাঘ্ৰী, হৰিনাম কীৰ্ত্তনত নাহি কাল দেশপাত্ৰ নিয়ম সংযম একো বিধি, আপুনি আপোন বন্ধু, আপুনি আপোন শত্ৰু আপুনি আপোন বাধে মাৰে, ইত্যাদি অনেক উদ্ধৃত কৰি দেখুৱাব পৰা যায়। এইবিলাক উদ্ধৃতিয়ে ইমান ব্যাপক ভাবে প্ৰভাব বিস্তাৰ কৰিছে যে অনাবৈষ্ণৱৰ মুখতো এইবিলাক প্ৰবাদ বাক্য শুনা যায়।

আন এটি বিশেষ শুভলক্ষণ-যুক্ত-কথা এয়ে যে ধৰ্ম্ম সম্পৰ্কে এই প্ৰবাদ বাক্যবোৰত সমালোচনামূলক দিশ এটিও দেখিবলৈ পোৱা যায়। যেনে: "মুখে ৰাম নাম, হাতে কুতী কাম।" ঐকান্তিক ভক্তিহে শ্ৰেষ্ঠ: "ভক্তিৰ ভাল একচিত। বিবাদৰ ভাল মাটমিট॥" অসমীয়া সমাজত সকলোৱেই গুৰু-গোসাঁই মানি চলিব লাগিব, যি ন চলিব তেওঁৰ স্থান সমাজত নাই:

"গুৰু-গোসাঁই নমনা বৰা।
চৰণ পৰি মৰা মৰা আঠীয়া কলা॥"

গুৰু-ভকতসকলে যে বেয়া কাম কৰিও হাত সাৰি যাব পাৰে এনে নহয়, গুৰু ব্যৱসায়ী, শিষ্য কপটীয়া হ'লে পৰস্পৰৰ ভিতৰত কোনোৱেই উপকৃত হব নোৱাৰে: "ভকতি ভোমাই মাই। গুৰু আশাধাৰী, শিষ কপটীয়া, জীয়ৰ তৰণি নাই॥" ইত্যাদি। সমাজত ভকতৰ বেশ ধৰি প্ৰতাৰণা কৰি ফুৰা লোক বহুত আছে:—

"নামতহে গোবিন্দাই ভকতিৰ লেশ মাত্ৰ নাই।"
"ভক্তি নাই ভকতৰ ভেশ মাত্ৰ ধৰে।
ফল নাই বিৰিখৰ টুপ টুপ সৰে॥" ইত্যাদি

অন্তৰৰ লোভ-মোহক জয় কৰিব নোৱাৰিলে গায়ন, বায়ন, দেউৰী, ভঁৰালী আদি বিষয়ববীয়া হলেও লাভ নাই:—

"গায়ন নতৰে, বায়ন নতৰে নতৰে ভাগ বটা।
ভঁৰালী নতৰে, দেউৰী নতৰে নতৰে হাটী মতা॥"

অতিমাত্রাৰ কোনো কথাই কোনো কালে সমাজত সমাদৰ লাভ কৰিব পৰা নাই, :—

"আগৰ কমলাবৰীয়াই ভিয়াই ছিল খৰি।
এতিয়াৰ কমলাবৰীয়াই নিতিয়াই ভৰি ..."

এইদৰেই দেখা যায় যে অসমৰ মধ্যযুগৰ বৈষ্ণৱ আন্দোলনে অসমীয়া প্ৰবাদ বাক্যক বহুত সমৃদ্ধিশালী কৰি থৈ গৈছে।

[ বিঃ দ্ৰঃ—ভকতীয়া ফকৰা কেইটাৰ ব্যাখ্যা প্ৰসঙ্গত শ্ৰীহৰিৰাম মহন্ত ঠাকুৰৰ দ্বাৰা সংগৃহীত আৰু সম্পাদিত "ফকৰাৰ পুথি বা পৰমাৰ্থ তত্ত্ব"ৰ সহায় লোৱা হৈছে। ]

---

# অসমীয়া প্ৰবাদ

## অ

১। অ' হৰি অ' ৰাম বোলা।

২। অ'ৰ গোসাঁই ত'লৈ নিয়া।

৩। অঁকৰা মৈত উঠিল।

৪। অকলশৰীয়া পহু, টিকাই মূৰে খহু।

৫। অকাল কুষ্মাণ্ড।

৬। অকূলত কূল পোৱা।

৭। অকূল সমুদ্ৰত কূল হেৰুৱা।

৮। অগত্যা মধুসূদন।

৯। অগস্ত্য যাত্ৰা।

১০। অগস্ত্য গমন।

১১। অগাধ পণ্ডিতৰো বিধি ভুল।

১২। অগ্নি, ব্যাধি, ঋণ এই তিনিব নাৰাখিৰা চিন।

১৩। অঘাসুৰৰ যুদ্ধ।

১৪। অগুহে বগুহ খায়।

১৫। অচলালক্ষ্মী।

১৬। অচিন কাঠৰ থোৰাকো নলগাৰা।

১৭। অজগৰ সাপ।

১৮। অজগৰৰ দাতা ৰাম।

১৯। অজাতিত খোৱা।

২০। অজা-যুদ্ধ মূৰ্খ-শ্ৰাদ্ধ।

২১। অজাতত তুলসী, অপাত্ৰত ৰূপহী।

২২। অজীণপাতকী।

২৩। অজৌ কালৰ বজৌ গুটি।

২৪। অণ্ঠে-কণ্ঠে শুকোৱা।

২৫। অতি কথকীক কথাই খায়।

২৬। অতি কথকীৰ কথাই সাৰ।

২৭। অতি দৰ্পে হত লঙ্কা।

২৮। অতি শ্ৰী হত-শ্ৰী।

২৯। অতিকৈ গাল মাৰিলে মুখ ফাটে।

৩০। অতি শিপিনীৰ দহিকটা।

৩১। অতি ফুলতীৰ ফুলত কেণা।

৩২। অতি ভক্তি চোৰৰ লক্ষণ।

৩৩। অতি ফুলতীৰ ঘৰ নাই।

৩৪। অতি মন্থনত গৰল উদগীৰণ।

৩৫। অতি মেঘে অনাবৃষ্টি।

৩৬। অতি আশ যাৰ, সৰ্ব্বনাশ তাৰ।

৩৭। অতি বুদ্ধিয়কৰ ডিঙিত কাঁচ।

৩৮। অদৃষ্টৰ ফল, কে খণ্ডাবে বল

৩৯। অধিক বাঢ়েৰ গুৰ ধমনা।

৪০। অধিক মাছত বগলী কণা

৪১। অধিকন্তু ন দোষায়।

৪২। অধিক লাভলৈ চালে মূলো হেৰায়।

৪৩। অধ্যাপকক গায়ত্ৰী শিকোৱা।

৪৪। অনভ্যাসে হত বিদ্যা।

৪৫। অনো নাই বনো নাই।

৪৬। অন্ধলাৰ বিত্-চকু।

৪৭। অন্নপূৰ্ণাৰ ভাণ্ডাৰ।

৪৮। অন্ন-চিন্তা চমৎকাৰা।

৪৯। অপহৃতা-অসুৰা।

৫০। অপাৰ সমুদ্ৰ।

৫১। অপাৰ্থকত অষুগুত।

৫২। অবুজনক বুজোৱা, ঢেকৰা ঠাৰি সিজোৱা।

৫৩। অভাগালৈ বামো নাই।

৫৪। অভাৱেই স্বভাৱ নষ্ট কৰে।

৫৫। অভাৱেই আৱিষ্কাৰৰ মূল।

৫৬। অভ্যাসৰ নৰ কৰ্ণ পথে কৰে শৰ।

৫৭। অময়া ভকত।

৫৮। অময়া সুখ।

৫৯। অমাতৰ মাত, আকালৰ ভাত।

৬০। অমৃতত বিহ ঢলা।

৬১। অমৃতং শিশু ভাষিতম্।

৬২। অমৃতং প্ৰিয়দৰ্শনম্।

৬৩। অমৃতং শিশিৰে বহ্নি।*

(* মূলত তিনিওটা গোটথাই এটা শ্লোক।)

৬৪। অযুত সৰু নিযুতৰ কাষত।

৬৫। অৰণ্যত ৰোদন শোষকত মাগন।

৬৬। অৰ্থই অনৰ্থৰ মূল।

৬৭। অৰ্দ্ধং ত্যজতি পণ্ডিতঃ।

৬৮। অলপ পানীৰ মাছ।

৬৯। অলপতে কলপ্ কটা।

৭০। অলপ কথাই বৰ, কটা কথাই জৰ।

৭১। অলপ দান, বিত্তৰ পুইণ।

৭২। অল্প বিদ্যা ভয়ঙ্কৰী।

৭৩। অৱস্থা বুজি ব্যৱস্থা।

৭৪। অশ্বত্থামা হত, কিন্তু ইতি গজ।*

(* মহাভাৰতৰ দ্ৰোণপৰ্ব্বৰ কথা।)

৭৫। অষ্টমীৰ পঠা। (অষ্টমীৰ বলি)।

৭৬। অসম ৰাজ্যৰ বিষম কথা।

৭৭। অসতীৰ লগত সতী নকৰিবা।

৭৮। অসাৰ সংসাৰ।

৭৯। অস্থি থাকোতে জুমুঠি নোপোৱে।

৮০। অহল্যাৰ শাপ মুক্তি।*

(* ৰামায়ণৰ কথা।)

৮১। অহাৰ দহোটা গুণ, নহাৰ এটা।

৮২। অহুকাণে পহুকাণে শুনা।

৮৩। অক্ষয় ভাণ্ডাৰ।

৮৪। অ' আই জুমাজুমি।
অ' আই কচুতে লেচু।
অ' আই এদাতে খেদা।*

(* সাধুকথা।)

৮৫। অ' মোৰ মৰমৰ পৈ, অ' মোৰ চেনেহৰ পৈ।
তুমি গ'লা বাগিছালৈ, শাহুৰ লগত মোক এৰি থৈ॥
কোমল চাউল মলণ্ডিলে, চিৰা সান্দহ ভেকুৰিলে।
গুৰত বগালে চিকা, টেঙা হ'ল দৈ॥

৮৬। অ' ভেকুলি অ' ভেকুলি টোৰ-টোৰায় কিয়।
বোপা-ককাৰ সহজ এৰিমনো কিয়॥

৮৭। আঁকৰা নগাই খকৰাই কাটিলে,
হুলকম্ চাহাবক পায়।*

(* ঐতিহাসিক ঘটনা জড়িত।)

৮৮। অকৰ্ম্মা নিন্দিতো ভূমি।
বেশ্যা নিন্দিতো স্বামী॥
চোৰ নিন্দিতো চন্দ্ৰমা।
শাস্ত্ৰ নিন্দিতো অধমা॥

৮৯। অকলশৰীয়াৰ ৰাণীকো নানিবা।
জাকৰুৱাৰ বেটীকো আনিবা॥

৯০। অকলশৰীয়া জীৱন।
চমকা-চমকি পিয়ন॥

৯১। অকলে থাকিলে লগ বিচাৰিবা, লগো হয় যদি অকল।
লগৰ লগত লগ বিচাৰিলে, জীৱন হইব বিফল॥

৯২। অক্লা খোৱাৰ ভক্লা গাৰি।
বাছি খোৱাৰ শুকায় নাৰী॥

৯৩। অকাটন কটাৰী, খেপিয়াই থকা পো।
নৈৰ সিপাৰৰ মাটি-গেলা গু॥

৯৪। অকাটন কটাৰীৰ থু থু কৰে নাহি।*

( * নাহি = আগ। )

অভোৰ্থা* তিৰীৰ খিল্ খিল্ কৰে হাঁহি॥

( * অভোৰ্থা = অপাৰগ। )

৯৫। অকাৰ্য্যত যি ফুৰয় ৰাতি। জুইৰ কাষত বান্ধে গাঁটি॥
টাঙনা নাৱৰ ওপৰ ভৰা। ডাকে বোলে তিনিও মৰা॥

৯৬। অকাৰ্য্যত তৃণ কাষ্টে ( কাটে ? )।
অনালোৱে কমাৰশাল খাটে॥

৯৭। অকালে বাঢ়ে। সোনকালে মৰে॥

৯৮। অজ্ঞানৰ আগত সজ্জন বোলোইছা, লোকৰ চাউল লোণ খায়।
ভাৰতবৰ্ষত যি গাঁটি মাৰিছে, কি কৈ গা সাৰি যায়॥*

( * ভকতীয়া। )

৯৯। অজান ফকিৰেও কয়।
দিন গ'লে ৰাতি হয়॥

১০০। অজীৰ্ণে ভোজন, মুণ্ডণত স্নান, পুৰাৰ ব'দ নলয়।
সন্ধ্যাত নখায়, প্ৰাতসে উঠয়, ডাকে বোলে মোৰ ভাই॥

১০১। অজ্ঞানীক জ্ঞান দিয়া।
গৰু চোৰক বোধ দিয়া॥

১০২। অজ্ঞানীক জ্ঞান দি, মনত পালো কষ্ট।
কণীবোৰ ভাঙি পেলাই, বাহৰ কৰিলো নষ্ট॥*

(* সাধুকথা।)

১০৩। অ'ত কৰিবা হৰক-ফৰক ত'ত কৰিবা কি।
ডাঁৰৰ বাতৰি তিলেকে সোধাব,
যাতনা ভুঞ্জাব নি॥

১০৪। অ'ত থিয় ত'ত থিয়।
আলহি আহিছে নোসোধ কিয়॥

১০৫। অ'ত থিয় ত'ত থিয়।
পৈয়েৰৰ ঘৰৰ মানুহ আহিছে নোসোধ কিয়॥

১০৬। অ'ত দি ত'ত দি।
বামুণক দেখুৱাই মোক দি॥

১০৭। অতিপাত শলাগনি ফুচুলনিৰ চিন।
আপুনি আঁতৰি যাবা কৰি তাক ঘিণ॥

১০৮। অতি কথাই ফুণ্ডৰায়।
ডুখৰ বাতি নুপুৱায়॥

১০৯। অতি কথকীক কথাই খায়,
বৈজক খায় সাপে।
সাতখন ভাগৱত বি পঢ়ে,
তাকো চোৰে কিঞ্চিৎ পাপে॥

১১০। অতি কথকীক কথাই খায়,
বলীয়াৰক খায় বাদে।
চাৰি শাস্ত্ৰ যি জানে তাক খায় মহাপাপে।।

১১১। অতি বৰ গ্ৰাসেৰে খাৱয় ভাত।
ধকৰা গৃহস্থক নিজিনে মাত।।
চোৰেএৰে কৰে সঙ্গ।
ই তিনিৰ জানিবা ভঙ্গ।।

১১২। অতি দীঘলে হোৱয় বাণ্ডী।
যুপপ জ্ৰৰে জানিবা বান্দী।।
পিঙ্গটা নয়নে চঞ্চল অাতি।
কেৰা নয়নে কুলটা জাতি।।
যাৰ পেট পিঠি উচ্চ ললাট।
তাইক দেখিলে ছাৰিবা বাট।।
স্বামী বধে মাৰে দেৱৰ।
ডাকে বোলে তাইক ছাৰিও নৰ।।

১১৩। অতি পাতকীক নাম নালাগে, নিয়মে সংযমে তৰে।
শিয়াল খেদিবলৈ সিংহ নালাগে কুকুৰে খেদিব পাৰে।।*

(* ভকতীয়া

১১৪। অতি কথকীক কথাই খায়, বৈদ্যক খায় সাপে।
গণকক খায় নৱগ্ৰহে, বামুণক খায় পাপে॥

১১৫। অতিথি চাউলকঠাৰ গিৰী।
বিধান ধানৰ টোপা লেখাৰ দৰ্কাৰ কি॥

১১৬। অতিথিয়ে খোজে শাকত লোণ।
ধান কিনাই খোজে ভাণ্ডৰ দোণ॥

১১৭। অতিথিক দেখিলে খণ্ডে চায়,
ভাল বস্তু পালে আপুনি খায়।
তাইক পালে যমে মুখ নাচায়॥

১১৮। অতিথিৰ সুখ নাহি একোকালে। ( অসতীৰ সুখ নাহি একোকালে। )
ছুছুক ভাল নেপায় মাতোৱালে ॥
চোৰে ভাল নেদেখে চন্দ্ৰৰ জ্যোতি।
দুষ্টা স্ত্ৰীৰ নাই পুত্ৰত ৰতি ॥

১১৯। অতিৰ লগত যতি মৰে।
উলুৰ লগত বগৰী পোৰে ॥

১২০। অথনি খাইছোঁ সেয়া।
এতিয়া খাইছোঁ এয়া ॥
তাকে নোখোৱা হ'লে লুকাই।
পেটৰ পোৱালী মৰিলেহেতেন শুকায় ॥*

( * সাধুকথা )

১২১। অথিৰ ধন-জন জীৱন যৌৱন,
অথিৰ এহু সংসাৰ ।*

( * বৰগীত )

১২২। অধমে কেৰলে দোষ লৱয় মধ্যমে গুণ
দোষ লয়ে কৰিয়া বিচাৰ।
উত্তমে কেৱলে গুণ লৱয় উত্তমোত্তমে
অল্প গুণ কৰয় বিস্তাৰ ॥*

( * নামঘোষা )

১২৩। অনাচাৰ কৰে যিটো অপৰাধ মুহি।
বিভিচাৰ ( ব্যভিচাৰ) কৰে যিটো সেহি মোৰ দ্ৰোহী ॥*

( * ভক্তচীয়া )

১২৪। অনিত্য দেহত নাহিকে বিশ্বাস।
ধন-জন বস্তুত নাহিকে আশ ॥

১২৫। অনিত্য সংসাৰ বিলম্বত কাজ নাই।
চিন্তামণি জন্ম হেৰা হাতত হেৰায় ॥*

( * ৰামায়ণ

১২৬। অনুমতি মায়ায় পাগল কৰিলে, বিষয়ত কৰিলে ভ্ৰান্তি।
জানি খালে একোনাই, নাজানি খালে উলথায়,
নামে যায় অধোগতি ॥*

(* ভকতীয়া)

১২৭। অনেক ৰাজৰ কথা মনত আছিল।
সৰ্পৰ মূৰত হাঁহিনীয়ে কণী পাৰিল ॥*

(* ভকতীয়া)

১২৮। অন্তেষ পুৰত ঘৰ।
দুই বীৰে যুদ্ধ কৰে লেঙ্গুৰ একেখৰ ॥*

(* ভকতীয়া)

১২৯। অন্ন দান জানা অধিক দান।
তাত কৰি নাহি শ্ৰেষ্ঠ যে আন ॥

১৩০। অন্ন যোনি বিচাৰিলে কুল নৰহয়।
কুল ৰাখি বিচাৰিলে তেহে যুনিষাই ॥*

(* ভকতীয়া)

১৩১। অপৰাধী হলে নাপায় মান্যতা।
বেলি পৰি গলে নোহে সোধোতা ॥

১৩২। অপাৰ সমুদ্ৰখন দেও মেলি খায়।
আঁঠপুৰা চাউল সিটো আনন্দে চোবায় ॥*

(* ভকতীয়া)

১৩৩। অপুত্ৰক মন্ত্ৰী নোহয় ভাল।
দন্ত খসিলে কিসেৰ গীতাল ॥

১৩৪। অবহুতী কন্যাৰ বহিবৰ মন নাই,
ধৰে ওঠৰটা বাৰ।

১৩৫। অবাইছা গৰুক যুৰি বাৱে হাল।
নষ্ট কৰে নাঙল যুৱলি, নষ্ট কৰে কাল ॥

১৩৬। অবুজেনীয়ে পিন্ধে শাৰী।
বুজেনীয়ে পিন্ধে নাৰী॥

১৩৭। অভাগা যেনি যায়।
জুলেও বিন্ধে বৰলেও খায়॥

১৩৮। অভাগীৰ কপাল।
হাঁহকণীতো কুহুম নোলাল॥

১৩৯। অভাগীৰ কপাল ভাগিল।
চাহ-মাটিত লাঙ্গল ছিঙ্গিল॥*

(* ভকতীয়া)

১৪০। অমৰা মৰিছে, নিজৰা জৰিছে, দুখীৰো ধনবৰ নাম।
হাতত জোলোঙ্গা লৈ লক্ষ্মীয়ে মাগিছে, মোৰ থক,
মোৰ থক চেন্দুমণি নাম॥*

(* ভকতীয়া)

১৪১। অমানুহে মানুহ নিন্দে।
জোনাকীয়ে সূৰ্য্য নিন্দে॥

১৪২। অমা পূৰ্ণিমাত বয় হাল।
তাৰ দুখ সবৰ কাল॥

১৪৩। অমাৱস্যা, প্ৰতিপদ, পূৰ্ণিমাৰ তি।
মাকৰ ঘৰলৈ নাযায় যুৱতী॥

১৪৪। অমৃতে গৰল, গৰলে অমৃত।
কিনো ভাগ্য বিপৰীত॥

১৪৫। অৰি কথাই বৰি (বৈৰী)।
ফটা কঁথাই জৰী॥

১৪৬। অৰি কুমাৰৰ গৰি।
কোনে বুলি যাব জহৰা লৰাটো,
বাপেকৰ নিচিনা ভৰি॥

১৪৭। অৰি কুমাৰৰ গৰি।
যি পুখুৰীৰ পানী নেখাওঁ, তাৰ পাৰতো নিদিওঁ ভৰি ॥

১৪৮। অক, অক, অক।
সকল ৰাজ্যৰ একেটি চক ॥
নামতহে গোবিন্দাই।
ভকতিৰ লেশমাত্ৰ নাই ॥*

(* ভকতীয়া)

১৪৯। অলপ আৰ্জ্জন বিস্তৰ ভোজন।
সেই পুৰুষৰ দৰিদ্ৰ লক্ষণ ॥

১৫০। অলপকৈ মাৰিলে ৰৰকৈ কান্দে।
নিতৌ চাপনী টোপোলা বান্ধে ॥

১৫১। অলপ ঘাত নলয় ঔষধি।
বিস্তৰ হ'লে হত হয় বুদ্ধি ॥

১৫২। অলপ জুইৰে ধপাত নলগাবা।
সক মানুহেৰে কথা নহবা ॥

১৫৩। অলপ ধনৰ গিৰী।
শোভা মানুহৰ চিৰি ॥

১৫৪। অলপ ৰৰষুণত বোকা হয়।
অধিক ৰৰষুণত চফা হয় ॥

১৫৫। অশলাগী আউনী পাণ।
খালেও নধৰে ৰাং ॥

১৫৬। অশৌচ বাজে মঙ্গল কৰি।
সূৰ্য্যক দেখাইবা নয়ন ভৰি ॥
তেবেসে পুত্ৰৰ হৈব কুশল।
জয় হৰি বুলি কৰা মঙ্গল ॥

১৫৭। অষ্টমে ৰাহু চান্দক যেবে।
তাৰ শিৰশ্ছেদ হৈবেক তেবে ॥

১৫৮। অষ্টমে বাহু, সপ্তমে বোহিত।
তৰঙ্গ ভূমিত হবাৰৈ বিত॥
একড়া কড়িয়ো সুহুইব ঘৰে।
সৰ্ব্বকালে তাক বাইবে পৰে॥

১৫৯। অষ্টাদশ মূল চপাই আনি।
যথাৱত্তে ল'বা কোৱাথৰ পানী॥
তাক খালে যেবে সুগুচে জৰ।
তাকে বোলে তেৱে আমি পামৰ॥

১৬০। অসঙ্গীৰ লগত সঙ্গী হৈ মধুক কৰিলো পান।
গোসাঁনীৰ লগত তিনিদিন থাকি গড়খয়াত কৰিলো স্নান॥*

( * সাধুকথা )

১৬১। অসতীৰ সজ জ্ঞান।
শগৰু চোৰৰ গঙ্গা স্নান॥

১৬২। অসতীৰ লগত সতী কৰিলো, মধুক কৰিলো পান।
বিক্ৰমাদিত্য ৰজাৰ মূৰত থাকি, গঙ্গাত কৰিলো স্নান॥

( * সাধুকথা )

১৬৩। অসতীৰ কথা লাগে খণ্ডিত।
ধৰ্ম্মক জানে মূৰ্খ পণ্ডিত॥

১৬৪। অসন্ত জন হয় যদি সাক্ষী।
শপত কৰাবা তাহাঁক ৰাখি॥
তথাপিতো যদি অসত্য কয়।
পৰিলে নৰকে নাহি সংশয়॥

১৬৫। অস্তি নাস্তি নজানাস্তি।
দেহি দেহি পুনঃ পুনঃ॥

১৬৬। অহা যোৱা নকৰয় মাজত চিঙ্গিলা ( চিলিঙ্গা )।
যোৰা দিয়া অহা যোৱা তখনি কৰিলা॥*

( * ভকতীয়া )

১৬৭। অছি ৰকত বহি দেও।
নাই ৰকত ধাৰ কৰি দেও॥

---

# আ

১। আইটি বাইটি বুলি ফুৰা।
২। আইধৰ বাইধৰ লগোৱা।
৩। আইবো বাৰ্ত্তা গঙ্গাবো যাত্ৰা।
৪। আইলৈ যেই হাত বাইলৈও সেই হাত।
৫। আঁউসীৰ ধাৰ পূৰ্ণিমাত সুজ।
৬। আওকঠীয়াৰ সঁচ।
৭। আওমৰণেৰে মৰা।
৮। আঁকৰীৰে গৃহবাস।
৯। আকালৰ মাত, নিদানৰ ভাত।
১০। আকাল হ'ল বুলি কোনেও গৰু নেখায়।
১১। আকাল পৰাই বাকলি চোহে।
১২। আকালো নাই ভঁৰালো নাই।
১৩। আকাশ-পাতাল প্ৰভেদ।
১৪। আকাশৰ তৰা ( বা চন্দ্ৰ ) বিচৰা।
১৫। আকাশী চৰগ ভাগি পৰা।
১৬। আখা ইচ্ছাই চৰু।
১৭। আথৈ ফুটিলেহে, পোকৰৰ ধান গুচা নাই।
১৮। আগ-পাত আগ-চাৰি।
১৯। আগমঙ্গহ খোৱা।
২০। আগ চকুৰ কণ্টক।

২১। আগক পাচ কৰিয়ে দিনটো কটোৱা।

২২। আগত কাটি গুৰিত পানী ঢলা।

২৩। আগলি খাৰণি যেন।

২৪। আগলৈ চালে পাচলৈ চাওঁতা নোহোৱা।

২৫। আগতে মাছটি বগলীটি কণা।

২৬। আগৰ গৰু বাঘে খায়।

২৭। আগৰ খোবা পাচৰ ধোঁৱা।

২৮। আগৰ আগ পাচৰ কৰম ভাগ।

২৯। আগদাঁত সৰিল, দুনাই জেউতি চৰিল।

৩০। আগে দুখ পাচে সুখ।

৩১। আগে ফাঁচী পাচত বিচাৰ।*

( * ঐতিহাসিক ঘটনা জড়িত )

৩২। আগে আগ ভাগ, পাচে পৰম কপাল।

৩৩। আগে তিতা পাচে মিঠা।

৩৪। আগে আত্মা তুষ্টি পিচে জগত তুষ্টি।

৩৫। আঘোণ মহীয়া ধান চপোৱাদি চপোৱা।

৩৬। আচলত জীৱ বন্ধা।

৩৭। আচলৰ ধন।

৩৮। আচলে পিছলে হস্তীৰো পাও পিছলে।

৩৯। আচাৰে স্বৰ্গ অনাচাৰে সংসাৰ।

৪০। আচাৰ আছে বিচাৰ নাই।

৪১। আচাৰে লক্ষ্মী বিচাৰে পণ্ডিত।

৪২। আঁচুকাঠৰ গুৰি পোৱা।

৪৩। আঁচুকাঠৰ গুৰি পাই শিয়ালৰ পোকৰ বঙা হ'ল।

৪৪। আছে দান, নাই সন্নিধান।

৪৫। আজি আছে কালি নাই।

৪৬। আজি খালে কালিলৈ নাই।

৪৭। আজি নগদ কালি বাকী।

৪৮। আজি শেনৰ একজাত।*

(* ঐতিহাসিক কথা)·

৪৯। আঙ্গাৰ মাছ ধৰি খাব নজনা।

৫০। আঁঠ-আঙুলীয়া কপাল।

৫১। আঁঠাই সাগৰত কাঠীজাল মৰা।

৫২। আঁঠিয়া কল গিলা।

৫৩। আঁঠিয়া কলৰ গুৰিত সাৰ (জাৰৰ) দিয়া।

৫৪। আঁঠুকাঢ়ি জীয়াই থকাতকৈ থিয় হৈয়ে মৰিম।

৫৫। আঁঠু জুখি আঙ্গাত পানী দিয়া।

৫৬। আঁঠুৰ মূৰতে সোণ বিচৰা।

৫৭। আঁঠুৰ মূৰতে খোলা পতা।

৫৮। আঁঠুৱা তলৰ মহ।

৫৯। আঁঠুৱা তলৰ মহ মোহাৰিলে মৰে।

৬০। আঁঠুৱে আঁঠুৱে সাঁতোৰা।

৬১। আঁঠুৱা চাই ঠেং মেলিব লাগে।

৬২। আতুৰত নিয়ম নাস্তি।

৬৩। আতোল-তোল দৈয়ন দিয়া।

৬৪। আত্মা তুষ্টই জগত তুষ্ট।

৬৫। আত্মানং সততং ৰক্ষেৎ।

৬৬। আদৰা দৰা (এবাৰ বিয়া হোৱা দৰা)

৬৭। আদা-চুকণীৰ মনত কামোৰ।

৬৮। আদা-বেপাৰীৰ জাহাজৰ খবৰ।

৬৯। আদা- চুকণী বাই, মনে উদ্‌গুদায়।

৭০। আধা-কটা।

৭১। আধা-খুন্দা।

৭২। আপদ কালত ধৈৰ্য্যইহে ঔষধ

৭৩। আপদালৰ বস্তু কিঙ্কৰৰ ধন।

৭৪। আপদতহে বন্ধু চিনিব পাৰি।

৭৫। আপদৰ বন্ধুহে যথাৰ্থ বন্ধু।

৭৬। আপদত গাৰ নোমেই শত্ৰু।

৭৭। আপুতৰ পুত কোলাতে মৃত।

৭৮। আপুনি যেনে জগতকো দেখে তেনে।

৭৯। আপুনি নঙঠা হৈ জগতক বৰ দিয়া।

৮০। আপোন ভালেই জগত ভাল।

৮১। আপোনাকে নাটে, কুৰ্ম্মাক বাটে।

৮২। আপোনাৰ মুখ বেঁকা, দাপোণত চাৰি লাঠি।

৮৩। আপোনাৰ ভৰি আঁৰ কৰি পৰক বোলে গোধা।

৮৪। আবতৰীয়া বেঙেনাই মোক তোল মোক তোল কৰে।

৮৫। আবৰী জাতি।

৮৬। আবৰী-বাবৰী গোৱা।

৮৭। আভুৱা-ভৰা।

৮৮। আম কব, খাব, তেবেসে অসমৰ সুজান গড় মাৰিবলৈ যাব।*

(*ঐতিহাসিক কথা)।

৮৯। আমঠু ক'লা পৰা।

৯০। আমলৈ ফৰ্ম্মুটি মাৰে, আমো নাই ফৰ্ম্মুটিও নাই।

৯১। আমে চামক নিন্দে।

৯২। আমে বান কঠালে ধান।

৯৩। আৰকত চক্ষুক ফুৰাস্ত যেন গুঞ্জ।*

(*হৰিশ্চন্দ্ৰ কাব্য)

৯৪। আৰৈতকৈ উধুৰাৰ খচ্‌খচনি চাৰ।

৯৫। আৰ্জ্জিলে ফল ভুঞ্জিবলৈ পায়।

৯৬। আৰ্জ্জে বুকুতা, খায় শোকোতা।

৯৭। আলাসত চাংপতা।*

(* সাধুকথা)

৯৮। আলাসৰ লাক।
৯৯। আলি বাটত চালি ধৰা।
১০০। আলুৰে-পোখাই উঘলা।
১০১। আলৌলৌৱা গৌৰী।
১০২। আশাধাৰী প্ৰাণী আশাই নিয়ে টানি।
১০৩। আশাত নিৰাশা কৰা।
১০৪। আশা পৰম দুখ, নিৰাশা পৰম সুখ।
১০৫। আশাৰ শেষ নাই।
১০৬। আশা বৈতৰণী নদী।
১০৭। আশাগুধীয়াক ভাতে নাঁটে।
১০৮। আশাৰ মুখত ছাই পৰা।
১০৯। আশীৰ্ব্বদীয়া লৰা।
১১০। আসৈ পোৱা কুকুৰে গললৈ জপিয়ায়।
১১১। আহাৰ, নিদ্ৰা, ভয়, যত কৰ তত হয়।
১১২। আহাৰমহীয়া গৰুৱে মুখত পানী লৈ জিৰোৱা।
১১৩। আহিব সুন্দৰী নাৰী সন্তান বিহীন।
১১৪। আহুত বাহু, মলথুত শাহু।
১১৫। আহোমৰ তলে পুতল।
১১৬। আহোমৰ টোপোলা, ভিতৰি ফোপোলা।
১১৭। আয় চাই ব্যয় কৰিবা।
১১৮। আয়ুৰ লগত বায়ু সহায়।
১১৯। আয়ুসত চাউল থকা।
১২০। আহোক ভাত পাব, মাতক নেপাই।*

(* হৰগৌৰী বিবাহ)

১২১। আপোন কৰ্ম্মে যাওঁ অধোগতি।*

(* কীৰ্ত্তন)

১২২। আপোন বধক লাগি গলপাশ লৈলা।*

(* ৰামায়ণ)

১২৩। আলোলোৱা স্ত্ৰী মোৰ কান্দি ভাত খায়।*

(* হৰগৌৰী বিবাহ)

১২৪। আই আছে যদি খাই যা।
আই নাই যদি চাই যা॥

১২৫। আইক যে লাগিলি (ওলগিলি)। মোক নালাগিলি॥
তইযে তিৰোতা। আই (মাৰ) জানো ম'তা॥

১২৬। আই এমাডিমা, বোপাই পানী টেপা।
তেতিয়া মই চম্ফল ডেকা॥*

(* ভকতীয়া)

১২৭। আই চাংনা বাই চাংনা মূৰা দাঙি দাঙি চাই চাংনা।
দুখীয়াৰ আপুতৌ একো নাইকিয়া,
ফুটি খাৰণিৰে খাই চাংনা॥

১২৮। আই বুলিলে আই পায়,
বোপাই বুলিলে বোপাই পায়।
ভাই হেন বন্ধু পাবলৈ নাই॥

১২৯। আইৰ ঘৰলৈ যাম; দুই হাতে খাম।
বিধিয়ে বোলে মই পাচে পাচে যাম॥

১৩০। আইটিয়ে কথা কলে, নন্দন কাননত বীণ বাজে।
বোৱাৰীয়ে কথা কলে ভগা ঢোলত কোব মাৰে॥

১৩১। আই মৰিলে বোপাইক ক'ম।
বোপাই মৰিলে কাক ক'ম॥

১৩২। আই সীতা পাতাললৈ যাব।
কাক নিব কাক থব॥

১৩৩। আইৰ সমান হব কোন।
নৈৰ সমান বব কোন॥

১৩৪। আইৰ কুৰ্ম্মা ঢেকুৰা।
তিৰীৰ কুৰ্ম্মা বপুৰা॥

১৩৫। আইৰ গাত দায় লাগিল।
বাপুৰ গাত বাঢ়নী লাগিল॥

১৩৬। আইৰ ঘৰৰ বোৱা গুজি গুজি বোওঁ।
পৈৰ ঘৰৰ বোৱা ওপৰতে থওঁ॥

১৩৭। আই লখিমীৰ হাত।
এটি চাউলেই দুটি হৈছে মকৰাদাঁতীয়া ভাত॥

১৩৮। আইটি, ছোৱালীয়ে ( লৰাই ) কচু খায়।
আপুনি এৰিব সোৱাদ পায়॥

১৩৯। আইয়েৰ ( আইৰ ) ঘৰে, মিঠা আমৰ তলে,
ভোমোৰা গুৰিয়ে বাট।*

( * সাধুকথা )

১৪০। আইটিৰ মাক। তোমাক নামাতি মাতিম কাক॥

১৪১। আই গৈছিল গোসাঁইৰ ঘৰলৈ,
মই গৈছিলো লগত।
মিঠৈ কলে খাবলৈ পাই,
তাতে হলো ভকত॥

১৪২। আউনী পাণৰ দুহাতে দুমুঠি, নহয় জাতি পাণৰ মান।
হাটুৱা-বাটুৱা, ভবি ধুউৱা বটুৱা,
নহয় বেইটাৰ* মান॥

( * বেইটা=বেশ্যা )

১৪৩। আউৰ অযোধ্যাৰ দুভুঞ্জিবো ৰাজ সুখ।
আউৰ দুনাই স্বামী বাঘৰৰ নচাওঁ মুখ॥*

( * ৰামায়ণ )

১৪৪। আউনীআটি দক্ষিণপাট।
গাজাৰ মাৰা একছাট ॥

১৪৫। আউনী পাণেৰে তামোল খন খাওঁ।
মেল চপাবলৈ মানুহ নেপাওঁ ॥

১৪৬। আঁউসী পূৰ্ণিমাত বহি থাক।
তেওঁ নেমাৰিবি জোৰৰ ছাট ॥

১৪৭। আঁউসীত বাটে পূৰ্ণিমাত কাটে।
সেইখন কাপোৰ শ্মশানশালীলৈ লাগে ॥
আঁউসীত কাটে পূৰ্ণিমাত নাটে।*

( * নাটে = সূতা লয় )

সেই কাপোৰেদি অশৌচ খটা তিতা বাণী খাটে ॥

১৪৮। আঁউসীৰ এক পূৰ্ণিমাৰ দ্বি* (তি ?)।
মাকৰ ঘৰলৈ নেযাই জী ॥

( *দ্বি = দুই = দ্বিতীয়া )

১৪৯। আঁউসীৰ ভুঁই লাগি বালি।
পাটৰ ভুঁই আলতীয়া ভালি ॥

১৫০। আও মৰা চলেৰে বাও মাৰে।
জীয়ৰীক মৰা চলেৰে বোৱাৰীক মাৰে ॥

১৫১। আক দেখি তাক।
বৰ কাপোৰৰ দীঘল দহি, তামেৰে বন্ধালে নাক ॥

১৫২। আঁকৰীক নকৰিবি হেলা।
আঁকৰীয়েহে পাৰ বা-বৰষুণৰ বেলা ॥

১৫৩। আকলি বুঢ়ীৰ ধন।
নিজেও নাখাই লোককো নিদিয়ে,
চাই থাকিবৰ মন ॥

১৫৪। আকাশে পাতালে আসি এক ঠাই হয়।
তেতিয়াহে বাছুলিয়ে সাগৰ শোষয় ॥*

( * ভকতীয়া )

১৫৫। আকালত ঘৰ-বাৰী নদীৰ পাৰত।
মাটি নাই খুটা দিয়ে সাতহাত পোত ॥*

( * ভকতীয়া )

১৫৬। আকাশৰ কুকুৰা, পাতালৰ ৰৌ,
বনৰ হৰিণ, বাটৰ গণক।
চাৰিও মৰিল একে কোণত ॥*

( * সাধুকথা )

১৫৭। আকাশত ভাসে পানীৰ গছা।
পৃথিবীক বুৰাই যে জানিবা সঞ্চা ॥
ভূমিক চহাইবা ডাকে বোলয়।
বীজ পাৰ শালি বহুত হোৱয় ॥

১৫৮। আকাশত চন্দ্ৰ নাই,—নজ্বলয় তৰা।
যি নাৰীৰ পুৰুষ নাই, জীৱন্ততে মৰা ॥

১৫৯। আখি আছে পাখি নাই।
বুদ্ধি আছে বল নাই।

১৬০। আগ ইচ্ছাই গোৰ।*
ঢেঁকীয়া ইচ্ছাই ঠোৰ ॥

( *গোৰ = গুৰি )

১৬১। আগবাঢ়ি কেঁকোৰাই বচন বোলয়।
জেঠী মকৰাই পিচে আলচ কৰয় ॥*

( * ভকতীয়া )

১৬২। আগে উপজিল সক ভাইটি পাচে উপজিল কাকা।
যেনভেনকৈ আই উপৰ্জিল, পাচে উপজিল বাপা ॥*

( * ভকতীয়া )

১৬৩। আগে বুঢ়া পাচে খোৰা, মাজে কাণী বাই।
তাৰ মাজে নাক কাটী চকু মুদি যায় (খায়)॥*

(* ভকতীয়া)

১৬৪। আগ-গুৰি সম কৰি পোকবে সোমায়।
মুখে ওলাই গিৰিবৰে শীঘ্ৰ উঠি যায়॥*

(* ঐ)

১৬৫। আগলৈ নাচাই গুৰিলৈ চালা।
কিন্তু কেঁচামুৰাক ছোৱালী দিলা॥

১৬৬। আগপিনে মাৰিছে দাং।
পাচপিনে খোবাং বাং॥

১৬৭। আগ মুগুণি গুণে পাচ।
লোভত মৰে বৰশীৰ মাছ॥

১৬৮। আগেয়ে আছিলো সদৌ বৰ পোহাৰী
সবেও বুলিছিল বাই।
সদৌ ভাগিবৰেপৰা এতিয়া মোক
বাই বুলি মাতোতা নাই॥

১৬৯। আগফালে তেতেলী, পিচফালে ঔ।
সেইঘৰ মানুহ উঠিল নে নৌ॥

১৭০। আগত গৈছে ববপতীয়া।
পাচত গৈছে চন্দাফুটুকীয়া॥

১৭১। আগতে কৃষ্ণক দেখোঁ।
আকনো কি পাপক লেখোঁ॥

১৭২। আগৰ কমলাবৰীয়াই তিয়াইছিল খৰি।
এতিয়াৰ কমলাবৰীয়াই নোধোৱে হাত-ভৰি॥

১৭৩। আগ বাঢ়িলে অগ্নিৰ ভয়।
পাচ হুঁহকিলে পানীৰ ভয়॥

১৭৪। আগেয়ে আছিলো ভাটীত।
চূণ-পাণ আছিল গাঁঠিত॥

এতিয়া হ'লো উজনীয়া।
মুখখন হল খোজনীয়া ॥

১৭৫। আগেয়ে আছিল এজনী গাই,
এটুপি এটুপি আছিলো খাই।
এতিয়া হ'ল দুজনী গাই,
এটুপিও খাবলৈ নাই ॥

১৭৬। আগে কল পিচে বাঁহ।
সেই গিৰীৰ কিমান সাহ ॥

১৭৭। আগেয়ে আছিলো ডালিমৰ পোহাৰী,
সদৌৱে বুলিছিল বাই।
গছো লেৰেলিল, ডালিমো শুকাল,
এতিয়া সোধোঁতা নাই ॥

১৭৮। আগত এটা পিচত এটা হ'লে
অকলেও যাব পাৰি।
গাখীৰে গুৰে লগত হ'লে শুদাই খাব পাৰি ॥

১৭৯। আগলৈ চাই মাৰো হায়।
পিচলৈ চালে সাৰথি নাই ॥

১৮০। আগেয়ে আছিলো দোৱেনী-মোৱেনী
গোৱালে বুলিছিল আই।
এতিয়া হ'লো নেজ-গুৰৰী,
পালতো নিদিয়ে ঠাই ॥

১৮১। আগ নিশা ভাত খালে
পেট কৰিলে টান।
শেষ নিশা ভাত খালে
গৃহস্থই নকৰে কাণ ॥

১৮২। আগেয়ে নাহিলা আগবাঢ়ি।
ক'ৰ পবা দিম এতিয়া কাঢ়ি ॥

১৮৩। আগত দেখিবা গাজী কল।
তেহে বাঢ়িব নামৰ বল ॥

১৮৪। আগেয়ে আত্মা কৰম।
পিচে পিতৃ কৰম ॥

১৮৫। আগেয়ে আছিলো যেনতেন।
ভকত ভুঞোৰাত হ'ল পেন-পেন ॥

১৮৬। আগৰ গৰু বাঘে খায়।
টৌক্-টোকাওঁতে জনম যায় ॥

১৮৭। আগফাল শুৱনি ডাব নাৰিকল,
পাচ ফাল শুৱনি পাণ।
ঘৰঘৰ শুৱনি জীয়ৰী ছোৱালী,
উলিয়াই দিবলৈ টান ॥

১৮৮। আগল, পাগল, ছাগল।
এই তিনিয়ে ব্যাধি কৰে পাগল ॥

১৮৯। আগৰ ভাৱটি আগতে গ'ল।
এতিয়াৰ ভাৱটি লৰফৰ হ'ল ॥

১৯০। আগৰ কথা-বতৰা হৃবিল।
বাৰীয়ে-বৰলাই পৃথিবীখন ভৰিল ॥

১৯১। আগৰ কথা-বতৰা হৰিল।
মতা, মাইকী, ল'ৰা বুঢ়া
চেদা-চুৰট খোৱা হ'ল ॥
চেদা সেৰৰ দাম আঠ টকা।
ধান মোনৰ দাম ন টকা ॥
আগৰ কথা-বতৰা গ'ল
এটকা কানি বিশ টকা হল।
কানীয়ায়ো কানি নেৰা হ'ল ॥

১৯২। আগত হ'লে খুবা খুবা।
পিচত হ'লে লুমীয়া বুঢ়া ॥

১৯৩। আগত বান্ধি আগত খায়।
পিচত বান্ধি স্বামীক দিয়ে ॥

১৯৪। আগেয়ে আছিলো লাগী।
ভাল খালো ললো জাগি ॥
এতিয়া হ'লো চেবেলী গাই।
জাকতো নিদিয়ে ঠাই ॥

১৯৫। আগ চাই আনিবা গুৰি চাই দিবা।
তাৰ পৰিণাম পাচতহে পাবা ॥

১৯৬। আগে চাহ কৰা মাটিত ভাকে বোলয়।
যি বোৱে শালি বহুত হয় ॥

১৯৭। আগদিনা বন্ধালো সখি!
পিচদিনা কেনেবা দেখি ॥

১৯৮। আঘেণিতা ঘেণিতা ঘনীত লাগে মাছ।
আকৌ কলিমতী ঘূৰি ঘূৰি নাচ ॥

১৯৯। আঘৈণীয়ে ঘৈণী হ'ল,
ভুপৰীয়া বগালে চাং।
এতামূলীয়ে তামূলী হ'ল,
পকৰে বোৱালে বাং ॥

২০০। আঘোণমহীয়া কাচি।
তামোলো নালাগে
পাণো নালাগে
আপুনি ফুৰিছে বাচি ॥

২০১। আঙঠি গঢ়ালা শিহৰ।
তুমি যে গঙ্গাৰাম গঙ্গালৈ যোৱাগৈ
আমিনো সুমথিবা কিহৰ ॥

২০২। আঙ্গাৰক তুষ্টে কৰে শতেক প্ৰক্ষাল।
তথাপিটো নেৰয় স্বভায় বৰ্ণকাল॥ *

(* ৰামায়ণ)

২০৩। আচৰণ বিচৰণ ফেঁটী গোমসাপ।
আচৰিব নেজানিলে খাই মাৰে তাক॥

২০৪। আচলৰ গাঁঠি লহলহুতী।
কঁপালৰ গাঁঠি যুগ-যুগতি॥

২০৫। আচলতে পতাগুটি, নলৈ কৰিম কি
আয়ে দিছে বুঢ়া দৰা,
নগৈ কৰিম কি॥

২০৬। আচৰিত দেশৰ বিচৰিত কথা।
বাৰটা মাহত তেৰটা লেঠা॥

২০৭। আচাৰে বামুণ বিচাৰে শুধ।
কাষলটিৰ তলেদি বিচাৰে দুধ॥

২০৮। আচুতত নিদিবা হাত।
লবা লুৰিকিটা লঘোণে নথবা,
দিবা গধূলিতে ভাত॥

২০৯। আছে কাপোৰ আছে জাৰ।
নাই কাপোৰ নাই জাৰ॥

২১০। আছে সুখ-দুখ শৰীৰৰ প্ৰতি।
তাক খণ্ডাবৰ কাৰ শকতি॥

২১১। আছিল নিধকত, পৰিল ত্ৰিদশত,
তিতা ভেকুৰী খায়। বজাৰ ঘৰত পৰিবলৈ পাই
পদত পদ চৰি যায়॥

২১২। আছিলি নিদশত পৰিলি ত্ৰিদশত,
তিতা ভেকুৰি খাবলৈ পায়।

বকৰাৰ বোৱাৰী হলি যেতিয়া
পদত পদ চৰি যায় ॥

২১৩। আছিলো যেনে, হৈছোঁ তেনে।
হৈছোঁ যেনে হবা তেনে ॥
( বুঢ়াৰ বচন হবা তেনে॥ )

২১৪। আছোঁ বগলী আছোঁ চায়।
ক'ৰ পানী কলৈ যায়॥

২১৫। আছিলো সাউদৰ ভেইম্না,*

( * ভেইম্না = তোষামোদকাৰী )

ফুৰিছিলো নাও বাই-বাই।
তপত বালাত* পুৰি মৰোঁ আৰু কি বিলাই ॥

( * বালা = বালি )

২১৬। আছে গৰু নবয় হাল।
হোৱাতকৈ নোহোৱাই ভাল।

২১৭। আছে বলদ নবয় হাল।
তাৰ দুঃখ সৰ্ব্বতি কাল ॥

২১৮। আজল জল। সাতোটা পোৰা মাছ পাতৰ তল ॥

২১৯। আজি শাকচোৰ, কালিলৈ লাও চোৰ।
পৰহিলৈ বৰ বৰ চোৰ ॥

২২০। আজি ভজো, কালি ভজো, আলটোঁতে যায়
কোন দিনে শৰীৰ পৰে থান-থিতি নাই ॥

২২১। আজি হবিচ, কালি কাম।
কাকো নেদো অকলে খাম ॥

২২২। আঁজোৰোঁ মানে নাঁটে।
সিও মানে ফাটে ॥

২২৩। আজ্ঞাৰ চিকুণ ঔ।
মাতৰ চিকুণ বৌ॥

২২৪। আঞ্জাত নহল লোণ।
চাখোঁতে গ'ল তিনিগুণ ॥*

( * চাখোঁতে = চাকি চাওঁতে )

২২৫। আঞ্জাত নাখাই লোণ।
পিটিকাত খাই তিনিগুণ ॥

২২৬। আটাই চৰায়ে মাছ খায়।
মাছৰোকাৰ নাম যায় ॥

২২৭। আটাইতকৈ ডাঙৰ হৰিৰ নাম।
বেদ-বেদাঙ্গকো কৰে সাঙ্গ ॥

২২৮। আটাইতকৈ ডাঙৰ হৰিৰ কথা।
তাতোকৈ ডাঙৰ চাউলকঠা ॥

২২৯। আটাইতকৈ অশুচি বামুণৰ ভাত।
তাতোকৈ অশুচি নাপিতৰ হাত ॥
তাতোকৈ অশুচি নদীয়ালৰ নাও।
তাতোকৈ অশুচি তিৰীৰ পাব় ॥
যাচি দিলে শুচি হয় বামুণৰ ভাত।
ধন দিলে শুচি হয় নাপিতৰ হাত ॥
কৰ্শাল দিলে শুচি হয় নদীয়ালৰ নাও।
শয্যাত শুচি হয় তিৰীৰ পাব় ॥

২৩০। আটাইতকৈ তিতা নেমুটেঙাৰ পাত।
তাতোকৈ তিতা মাহী আইৰ মাত ॥

২৩১। আঁঠত তিতা, দাঁতত লোণ, কাণত কচু, নাভিত তেল।
তাৰ ঘৰত কিহৰ বেজৰ মেল ॥

২৩২। আঁঠে তিতা, মাসে মিঠা, মঙ্গলে নাখাবা কৰাই।
জনম বাৰে নঘঁহিবা তেল, যমেও থাকিব ডৰাই ॥

২৩৩। আঁঠিয়াল গাঁঠিয়াল, সাহিয়াল পৈ।
মাৰিবলৈ আহিলে খেৰৰ শনি লৈ ॥

২৩৪। আঁঠিয়া কলৰ পাত পচলা
মনোহৰ কলৰ শাৰি।
ঘৰে ঘৰে সুধি আহা
ঘৈজ্যা ৰাখে কুনি ॥*

( * ঘৈজ্যা = ঘৰ জোঁৱাই। কুনি = কোন। )

২৩৫। আঁঠিয়া কলৰ পাতে নেকাটিবা
ছিটিকি পৰিব এঠা।
লোকক দেখুৱাই কেতেৰাই মাতিবা
ভিতৰি নেৰিবা বেথা ॥ *

( * বিহুগীতৰপৰা।

২৩৬। আঁঠিয়াৰ লবা,* মনোহৰ সবা।
এৰিয়াৰ কাণি, দৈৰ পানী।
মেলৰ বকৰা, জুইৰ ড'বা।*

( * লবা = পিটিকাপৰা। ড'বা = ভোখোবা খৰি। )

২৩৭। আঁঠে ডাড়ি, পষে চুলি, পাঁচে নখ।
ইয়াক নকৰে যি সি খালৰ যখ॥

২৩৮। আঁঠিয়াৰ গুৰিত গোবৰ, মনোহৰৰ গুৰিত জাবৰ।
মালভোগৰ গুৰিত ছাই, পুৰাৰ গুৰিত খায়॥

২৩৯। আঁঠুৰ ওপৰে খেতত পানী।
গোছ দিবা হাতক চানি॥

২৪০। আত্মীয় জাতীয় যত বন্ধুজন।
মাতৃৰ স্নেহতকৈ নাই কোনোজন॥

২৪১। আদাক দেখি উঠিল গা।
কেতুৰীয়ে বোলে মোকো খা॥

২৪২। আদাই দৰপ্ মাৰে গাজা মেলিবা।
পুঠি দৰপ্ মাৰে কিয়া হবা।*

( * দৰপ = গৰ্ব্ব। গাজা = গাঁজ। কিয়া = গেলা। )

২৪৩। আদায়ে ভোজন, শিলিখাই মুখ শুদ্ধি।
তেবেসে জানিবা নিজৰ সিদ্ধি॥

২৪৪। আধা থুন্দা পিঠাগুৰি আৰু বঞ্জা কল।
গাখীৰ বুলি মূৰ্তি দিওঁ,
জোঁৱাই জলপান কৰ॥

২৪৫। আধি মাটি মৰকীয়া হাল।
তাক নকৰি ৰহি থকাই ভাল॥

২৪৬। আনৰ মূৰ আনে খাওক।
আমাৰ দিনকেইটা ভালে ভালে যাওক॥

২৪৭। আনে যি আন কৰে।
ভেকুলীয়েও গান কৰে॥

২৪৮। আনে কয় ৰামায়ণৰ কথা,
তেওঁ কয় ৰাজুলিয়ে কল থোকা খালে।

২৪৯। আনৰ আন চিন্তা বুঢ়ী বামুণীৰ,
দুখন কাণৰ চিন্তা ( এচিতা )॥

২৫০। আন্ধাৰত তৰিছোঁ তাঁত।
ফুৰি থৈ আহোঁগৈ মোৰ ধনৰ চুবুৰীত
লগাই থৈ আহোঁগৈ মাত॥

২৫১। আনক কয় পৰে।
ওপৰমুখকৈ থু পেলালে,
নিজৰ মুখত পৰে॥

২৫২। আপুনি কাটিয়া শিৰ পৰক ধৰয়।
হাতীৰ খোজত পৰি লুকাই থাকয়॥*

( * ডকতীয়া )

২৫৩। আপুনি লক্ষ্মীপতি।
তান কি বস্তু ক্ষতি॥

২৫৪। আপুনি বয়স হৈলে বুদ্ধি হৈব ভাল। *

( * কীৰ্ত্তন )

২৫৫। আপুনি আপোন শত্ৰু আপুনি আপোন বন্ধু,
আপুনি আপোন ৰাখে-মাৰে।

২৫৬। আপৰণিৰ* ৰৰকথা শৰতৰ ( বহুগুৰা ) পানী ॥
শোকোতাৰ ৰৰতোপ দাগিলেছে জানি ॥ *

( * আপৰণি = নিথকয়া )

২৫৭। আপোনাৰ দোষে মৰে বিৰাটৰ ভাই।
ডাক দিয়া ভীষ্মে বোলে মোত দোষ নাই ॥

২৫৮। আপৈতীয়ে* পৈতী* হ'লে।
এনা লৰামাইকীয়ে লৰা মাইকী হলে ॥*

( * আপৈতীয়ে = পৈ নথকা।
পৈ = পতি। পৈতী = পতি যুক্ত। )

২৫৯। আপদীয়া যেনি যায়।
হুলেও বিন্ধে বৰলেও খায় ॥

২৬০। আপোনাৰ কৰ্ম্ম দোষ।
কি কৰিবা হৰিত ৰোষ ॥

২৬১। আপোনাৰ মন যেনে।
আনকো দেখে তেনে ॥

২৬২। আপোন হাত জগন্নাথ।
পৰৰ হাত চুৱাপাত ॥

২৬৩। আপোন ভালেই জগত ভাল।
শাহু ভালেই বোৱাৰী ভাল ॥

২৬৪। আপোনাৰ লগুন পৰক দি,
বামুণ মৰে হুতাশন হৈ।

২৬৫। আপোনাৰ দায়, ফুট ছাই।
পৰৰ দায় খুচৰি খায় ॥

২৬৬। আপৈতীয়ে পৈ পালে, শুকান খৰিচাই পানী পালে,
উখহিয়ে এঢকুৰা হ'ল।

২৬৭। আপোন চাই পৰ নিন্দা।
ভগা লাউৰ কটি বিন্ধা॥ *

(* কটি=কঙ্কাল বা কঁকালৰ নিম্নাংশ)

২৬৮। আপি তই পিতি* নুবুলিবি মোক।
আজি কালি দিন যেনে বিয়া কৰাম তোক॥

(* পিতি=পিতা)

২৬৯। আপোনাৰ কথা নকৰি পৰক।
কলে হয় লৰক-ফৰক॥

২৭০। আপোনাৰ পোকৰেই টেক্‌টেকীয়া,
লোকৰ পোকৰলৈ আকৌ পানী ছটিয়ায়।

২৭১। আপোন যি আপোন।
শশৈয়া দাপোণ॥

২৭২। আপদৰ কালত বুদ্ধি হয় হত।
উগ্ৰসেনে বুধি সুধিলে মাধৱত॥

২৭৩। আপোনাৰটি মাৰিবা কিলাবা, লৰি বুলিব আই।
পৰৰটি কেতেৰাই মাতিবা, লৰি বুলিব তাই॥

২৭৪। আপোন মাৰি পৰ জীয়াওঁ।
ঢোকা মাৰি পানী পিয়াওঁ॥

২৭৫। আপদত নিয়ম নাস্তি।
পানী নহলে বালিয়ে স্বস্তি॥

২৭৬। আপোন স্বামীত সদায় মন।
স্বামীক দেখে নাৰায়ণ॥
স্বামী যদি খায় কৰে আহাৰ।
স্বামী নখাইলে ভুঞ্জে নিকাৰ॥
নিতান্তে স্বামীৰ সেৱে চৰণ।
বোলয় ডাকে সতীৰ লক্ষণ॥

২৭৭। আৰুৱে জাৰুৱ খায় ভাতক নাখায়।
জলৰ মাজত থাকি পিয়াসে মৰয়॥ *

( * তকতীয়া )

২৭৮। আবেলি আবেলি ৰৰযে দেও।
তেহে চাবা পানীৰ ছেও॥

২৭৯। আবে জাবে নকবা কথা।
আবে-জাবে নেদোঁৱাবা মাথা॥

২৮০। আম গছত ডাব নাৰিকল, খুটুৰা গছত বেল।
তিনি-চাৰি দঁতাল হাতীয়ে পাতিলে এন্দুৰৰ গাঁতত মেল॥*
ৗীয়া )

২৮১। আমাৰেসে কৰ্ম্মতৰে।
পণ্ডিতৰো বাক্য লৰে॥ *

( * কথা গুৰু চৰিত )

২৮২। আমাৰ তেওঁ মাছলৈ গ'ল।
লোকক খুজিবলৈকো এতাৰি হল॥

২৮৩। আম ফুল ফুলা নাই, ঠেৰেজুও পকা নাই,
বিহু বিহু লগা নাই গাত।
কিনো গোবান্ধৰ জাত,
বিহু বিহু লাগিলে গাত॥

২৮৪। আম-কঠাল ছুমাহ।
মাতবোল নাই ছমাহ॥

২৮৫। আম পাৰিবলৈ হাঁকুটী নালাগে,
ডালিম খাই যাওঁ হাতে।
আমালৈ ছোৱালী নালাগে কটকী
আপুনি নোসোমাই মানে॥

২৮৬। আম চনকা ছিদল ভাই।
ভেতেলী গছত মৰণ নাই॥

২৮৭। আমাক নিদিবা দেখা।
আমি ধৰোঁ অনেকটা ভেশা॥

২৮৮। আমে নিন্দে চামক।
দ-ভূঞে নিন্দে বামক॥

২৮৯। আম খাই যোৱা চকলা-চকলা,
তামোল খাই খোৱা কেহা।
কিনো কথাষাৰি শুনালা আইদেউ
কৰলৈ লাগিছে বেথা॥

২৯০। আমাৰ মাই সুৰগা ৰাশি।
আছোক মাৰিব থক,
চুমা খাব আহি॥

২৯১। আমৰ শিয়া কঠালৰ ডাল।
তাক নাপালে পোজাবেই ভাল।

২৯২। আমাৰ যেনে ৰূপা।
আপোনাৰ তেনে ৰূপা॥

২৯৩। আৰ ফটা-কানি, তাৰ ফটা-কানি
মাৰি যাওঁ গোৰোহা লেটা।
আৰ ছিগা চুলি, তাৰ ছিগা চুলি
মাৰি যাওঁ নেঘেৰী খোপা।

২৯৪। আৰুনো কি আঘোণ পুহ।
পাচিয়ে পাচিয়ে বিলাম তুঁহ॥

২৯৫। আৰিব মূৰা ঘিঁউৰ চপৰা
জোঁৱাইৰ পাতত দে।
ৰৌৰ মূৰা গছৰ মূঢ়া, মোক আনি দে॥

২৯৬। আৰে আৰপৰ, ভোজনে ভেৰপৰ,
মজিয়াই ছমাহৰ বাট।

২৯৭। আৰ্জ্জনৰ ভাত, কৰিলোৰা শাক।
লোৰা খৰি নিজে তোলা বাট ॥

২৯৮। আৰ্জ্জে নন্দ গোৱালে।
খায় থঁৰা শিয়ালে ॥

২৯৯। আৰু কাকো নোবোলা পিতা।
পিতা বুলি গোটেই হিয়া হ'ল তিতা ॥

৩০০। আৰৈ ধান লেচীয়া বানোগৈ কেতিয়া
ঘনাই চালনীৰে চালোঁ।
ঘনকৈ চালনী বুটিকৈ বাঢ়নী
লোকৰ বাহী চোতাল সাৰোঁ ॥

৩০১। আৰিৰ মুৰ চিঙলৰ গদা।
চেনেহৰ বোপাক দিবা ॥

৩০২। আলহীক ঘৰ দিয়া গৃহস্থ পলায়।
তেতিয়াহে চোৰে আসি ঘৰক ৰাখয় ॥*

( * ভকতীয়া )

৩০৩। আলহীক নিদিবা ঠাই।
সঙ্গীৰ ভকত থিয় দিলে কিলাবা,
তেহে কৃষ্ণ দেয়ক হাতে-হাতে পায় ॥*

( * ভকতীয়া )

৩০৪। আলোচা কথা নহয় সিদ্ধি।
বাটত আছে কণা বিধি ॥

৩০৫। আলুটো গাঁতৰ ভিতৰত ছমাহ থাকে।
সিজিবলৈ বাটকে নেচায় ॥

৩০৬। আলৈ নাই পালৈ নাই।
কঁকালত বান্ধিবলৈ খালৈ নাই ॥

৩০৭। আলসুৱা তিৰী, গাত নাই চিৰি।
জোটা-জোটে পিন্ধি যায় পিতলৰ বিৰি ॥

৩০৮। আলু খালে ভোলানাথে।
কল খালে জগন্নাথে ॥
বাকলি চুহিলে যি।
ধন ভৰিলে সি ॥

৩০৯। আলহী নাই আহুকালো নাই।
বিষয়ো নাই জঞ্জালো নাই ॥

৩১০। আলহী হ'লে আহুকাল, বিষয় হ'লে জঞ্জাল।
তিৰী হ'লে ঘোচামৰ জৰী ॥

৩১১। আলিয়ে আলিয়ে ফুৰোঁ গা ঘেলাই
হাতত কল খোৱা চৰাই।
চকুৱে চকুৱে দৰশন নহলে,
বিধাতাই নিদিলে মিলাই ॥

৩১২। আলাগী লাগিল গলত।
পৈ-সুৱেগী কান্দিব লাগিছে
কোটাহী বেঙেনাৰ তলত ॥

৩১৩। আলহী-সুৱাগিনী ক'ত থলি দা।
পৈ-সুৱাগিনী চালে-বাবে চা ॥

৩১৪। আলে-সুৱাগী মুখত,
শাল পাতি দিলে বাটত।
মই মৰোঁ মনিচৰ দাঁতত ॥

৩১৫। আলাগ মতাৰ বাটত ঘৰ।
যাওঁতে লাঠি আহোঁতে চৰ ॥

৩১৬। আলহী চপাবৰ গুণ।
টপ্ টপনি শুন ॥

৩১৭। আলিৰ ওপৰে দিবাহে আলি।
খেতি হলে বুলি জানিবা ভালি ॥

৩১৮। আলি বাটত বৰ চুবিয়াৰ ফেৰ।
ঘৰলৈ গ'লে চকুয়াৰ ঘেৰ ॥

৩১৯। আলু কচু বিচাৰে বৰা।
বামুণে শগুণে বিচাৰে মৰা ॥
বলুৱা ধনুৱা পঁইতা কৰকৰা।
গণকে বিচাৰে নৰিয়া পৰা ॥

৩২০। আহিছা হৰিপো, কি বুলি কাঢ়িলা ৰাও।
সংসাৰ জুৰি গুৰু বহিছে, ক'ত দি আহিলা পাও ॥*

(* ভকতীয়া)

৩২১। আহে যায় বহে উকুৰ।
কৰ্ণে আছে ছহাল কুকুৰ ॥

৩২২। আহক বাৰিষা কাটক পাত।
বৈ যা ভিনিহি খাই যা ভাত ॥

৩২৩। আছুৰ আৰৈ। শাকৰ পুৰৈ ॥
পাণৰ মকৰা। চূণৰ চোকোৰা ॥
মাছ পাতত দিয়া ছাই।
এই তিনি-চাৰি মৰিলেহে লগত যায় ॥

৩২৪। আছুৰ আৰৈ, শাকৰ পুৰৈ, মাছ পাতত দিয়া ছাই।
পাণৰ মকৰা, চূণৰ চোকাৰা, বছৰেকত মানুহটো খায় ॥

৩২৫। আঁহিয়া গোন্ধাইছে বাঁহিয়া গোন্ধাইছে,
লৰা মাইকীৰ গা।
জঁ-জঁ গোন্ধাইছে, ম-ম গোন্ধাইছে,
গাভৰু ছোৱালীৰ গা ॥

৩২৬। আহু কৰা খোজত বুৰি।
শালি কৰা বেগত যুৰি ॥

৩২৭। আহোঁতে শূইন যাওঁতে শূইন।
লগত যাব পাপ-পুইন ॥

৩২৮। আহিছা ভকত বহিবা শিলত।
চূণ-পাণ খোজা যদি মৰিবা কিলত ॥

৩২৯। আহিছোঁ ভকত মাৰিছোঁ খুটি।
তামোল-পাণ নিদিয়া যদি নাযাওঁ উঠি ॥

৩৩০। আহিছ সতিনী থ'ম চুকত।
তুৰি-মুৰি কৰিলে গোৰ দিম বুকত ॥

৩৩১। আহোম ভেলেঙা ডোম টেলেঙা,
হিন্দুৰ ঘন ঘন গাঁঠি।

৩৩২। আহে বোৱাৰী এমুঠি খায়।
নাহে বোৱোৰী এমুঠি ৰয় ॥

৩৩৩। আহে জোঁৱাই ব্যয়।
নাহে জোঁহৱাই আয় ॥

৩৩৪। আহিছে চাপনী।
গুচিব আপুনি ॥

৩৩৫। আহাৰ গ'ল শাওণ গ'ল,
ভাদৰ পৰিল পথ।
ল'ৰা-লুৰি চাপি আহ খেতিৰ লওঁ লখ ॥

৩৩৬। আহু তলে গলে শালি তলে গলে
কেঁকোৰা-গাঁতৰে পানী।
আটাইতকৈ তলে গল আহোমৰ ৰজাটো
সুন্দৰ হাড়ীৰ জীয়েকক আনি ॥*

(* বুৰঞ্জীমূলক)

৩৩৭। আহোমৰ চকলং হিন্দুৰ বেই।
তোমাৰ পাতলিত পৰিছোঁ যি কৰা সেই।

৩৩৮। আহাৰে-বিহাৰে নকৰিবা লাজ।
লাজ কৰিলে নহয় কাজ ॥

৩৩৯। আছিল কণা, গ'ল কনা।
খাগৰি কাটিলে তিনি কণা ॥

৩৪০। আহুৰে শালিয়ে দুই খেতি কৰোঁ।
পতান ধানেৰে ভঁৰালটি ভৰোঁ ॥

৩৪১। আহক বা নাহক বৰ,
সেওঁতা ফালি ফালি মৰ।
যিওবা আহিল বৰ,
কন্যাৰ উঠিল জ্বৰ ॥

৩৪২। আহিছে আলহী তৰিলো।
চাউল নাই, চৰু নাই এতিয়াহে মৰিলো ॥

৩৪৩। আহাৰে শাওণে শুম।
ভাদৰ শেৰত কঠীয়া পাৰিলৈ,
মাটি পুৰাচেৰেক কম ॥

৩৪৪। আহৰে-পোহৰে তৰিছে তাঁত।
পৈয়েকে ছিঙিছে উজুটিত দাঁত ॥
( আবেলি বেলিকা তৰিছে তাঁত।
উজুটিত ছিঙিছে পৈয়েকৰ দাঁত ॥ )

৩৪৫। আঁহ লুকুৱাব পাহ লুকুৱাব।
গালৰ শোটৰা ক'ত লুকুৱাব।

৩৪৬। আষাৰ নৱমী শুক্ল পক্ষত।
যদি নবৰষে ভূমি তলত ॥
হাল-ফাল বেচি চিন্তিও দেৱ।
বজাৰ ঘৰত কৰিও সেৱ ॥

৩৪৭। আসিল নাসিল কিহত লাগিল।
গধূলি আসিল পুৱালৈ ভাগিল ॥

৩৪৮। আঢ়ে ডেৰে গজে মুঠি।
ভেহে জানিবা উঠে ঢেঁকী ॥

৩৪৯। আয়ে বায়ে গোট খাই উমনি ভাঙিল।
ভেঙিয়াছে পকৰা-পিপৰা গাঁতত সোমাল।*

(* ভকতীয়া)

৩৫০। আয়ুহীন হৈয়া পাছে শতবর্ষ জীয়ে।
মৰিলেও নমৰয় নাম সদা গায়ে।*

(* ভকতীয়া)

৩৫১। আয়ে বোপায়ে বিচৰা নাই দৰা।
মইনো পাওঁগৈ ক'ত পাভ যোৰা॥

৩৫২। আয়ে বোলে ময়ো যাওঁ গঙ্গা,
বোপায়ে বোলে ময়ো যাওঁ গঙ্গা।
ভোমা বিৰলীয়ে বোলে ময়ো যাওঁ গঙ্গা॥

৩৫৩। আয়ে ক'লে বাটত, বায়ে ক'লে তাঁতত।
মই শুনি আহিলো পানী অনা ঘাটত॥

৩৫৪। আয়ে বোলে লাহৰী ঐ,
বোপায়ে বোলে লাহৰী ঐ।
কটাৰ পো হজুৱাই খৰি কাটি নিদিলে,
বাঁহ পাতে কাটিলে গা॥

৩৫৫। আয়ে চাই মুখলৈ।
তিৰোতাই চাই হাতলৈ॥

৩৫৬। আয়ে বৈ দিয়া ফুটুকী মেখেলা
ঠুকুচি ঠুকুচি ধোওঁ।
বোপায়ে বিয়া দিয়ে দুখীয়া দৰালৈ
পীৰা জোৰা দি শোওঁ॥

# ই

১। ইকাণ সিকাণ, তিনিকাণে সহস্ৰকাণ।

২। ইকাণে সোমাল, সিকাণে ওলাল।

৩। ইকাণে সোমাই সিকাণে ওলোৱা।

৪। ইচ্ছা থাকিলে উপায় ওলায়।

৫। ইন্দুৰৰ সিন্দুৰ, গোলামৰ ভজা মাছ।

৬। ইন্দ্ৰৰ সভাত ফোঁচাৰ কুকলি।

৭। ইপুৰীত দিলেহে সিপুৰীত পায়।

৮। ইলুটি সিলুটি, জেঙৰ কান্ধুলি।

৯। ইহাতৰ খাৰু সিহাতলৈ নিয়া।

১০। ইয়াতেই সৰগ, ইয়াতেই নৰক।

১১। ই আই, কোন কলীয়াবৰতে পৈয়েক মৰিল।
টেঁকী দিওঁতে মনত পৰিল॥

১২। ই আই, যি দেশত যি নীতি।
পচলা খাৰত দিয়ে মূতি॥

১৩। ইকবাৰ এঙ্গাৰ ছকুৰি পাৰি ( পুৰি ? )।
ওজা অকল বনমালী॥*

( * ঐতিহাসিক তথ্য জড়িত )

১৪। ইকালত দুখ যাব।
পৰকালত সুখ তাৰ॥

১৫। ইচ্ পিলিঙা, ধিত্ পিলিঙা
পাতৰ আগৰ লোণ।
বেৰৰ জোলোঙাই চাই পঠিয়াওঁ
ধিত্ পিলিঙানো কোন॥

১৬। ইচ্ছা সুখৰ মৰণ।
পিত্ কচিৰ ভৰণ।

১৭। ইটো কথা পৰম গুপুত।
কহিবাক নুহিকে যুগুত॥

১৮। ইডালত ছমাহ, সিডালত ছমাহ।
মইনো বান্দৰী জীম কেইমাহ॥

১৯। ইদৰে খোৱাহ'লে লুকাই।
ল'ৰাটো নমৰে শুকাই॥

২০। ইনাই কাচনে বিনাই কান্দিলে
নদীৰ পাৰলৈ চাই।
গাৱঁৰ বায়ে-ভনী, হাঁহে খিতে পাৰি
কাচন খাইমূৰী যায়॥*

(* অসমীয়া আখ্যান মূলক গীতৰ লগত জড়িত)

২১। ইন্দুৰ নিগনি আনি হাল যুৰিলেক।
ছয় খুটলীয়া ভঁৰাল ভৰাই থৈলেক॥*

(* ভকতীয়া)

২২। ইপাৰ সিপাৰ নাই উপচিয়া বয়।
বেজীৰ বিন্ধাত সিটো সৰকীয়া যায়।*

(* ভকতীয়া)

২৩। ইপাৰে আটি-মুটি।
সিপাৰে ম'হৰ খুটি॥

২৪। ইমানতে সিমান।
বণিজলৈ গ'লে বেহাবি কিমান॥

২৫। ইলিচ মাছক কচিকুটিয়া।
ত্ৰিকটু দিয়া তৈলে ভাজিয়া॥
সেই ব্যঞ্জন যিজনে খাই।
আমৰ সদৃশ মুখে গোন্ধাই॥

২৬। ইস্! থুপৰীৰ কেশতাৰ মেঘতকৈও অন্ধতাৰ
বাৰে বৰণীয়া চুলি।

তেল নাই থুপৰীৰ, বনৰ নাই আজৰি
মূৰত বান্ধে ল'লে কুলি।

২৭। ইস্! থুপৰী ওলাই যক চোতালৰ মূৰলৈ
দিয়ক ঢাৰি পীৰা পাৰি।
বহি তামোল খক, ৰাইজে ৰং চক
থুপৰীক আগতে কৰি ॥

২৮। ইস্! পকৰৰ মেখেলা ওখলৰ ৰখলা
গোন্ধত পুঠীমাছ মৰে।
চিন্তা নাইকিয়া, চৰ্চ্চা নাইকিয়া
গধূলীতে টোপনি ধৰে ॥

২৯। ইয়াত আছে তাত নাই।

( ৰজাৰ পৰজন্মত একো নাই )

তাত আছে ইয়াত নাই।

( যোগী, সন্ন্যাসীৰ )

ইয়াতো আছে তাতো আছে।

( গৃহস্থীৰ )

ইয়াতো নাই তাতো নাই।

( পৰহিংসকীৰ )

৩০। ইয়াতে মাৰিলে টিপা।
পালেগৈ গড়গাওঁ সিপা ॥

৩১। ইয়াতে থাকিবা বৈ।
এখনি হাঁচতি আহোঁগৈ বৈ ॥

## ঈ

১। ঈশ্বৰে চকু মেলি চোৱা।
২। ঈশ্বৰে মোৰ বোলা।

৩। ঈশ্বৰে যিজনে তালকে কৰে।

৪। ঈশ্বৰে কৰিলে হয় লীলা।
মানুহে কৰিলে তাক ধৰি-বান্ধি কিলা॥

## উ

১। উঁই গোট মুখে যেন শুষিলা সাগৰ।*

(* ৰামায়ণৰ পৰা)

২। উঁইচিৰিঙাৰ পাখি গজা।

৩। উঁইচিৰিঙাৰ জুইত পুৰি মৰিবলৈ পাখি।

৪। উকহে খোৱা।

৫। উথুৰা ধান খোৱা শিয়াল।

৬। উচতাই গাইগৰু হাল বোৱা।

৭। উচিত কড়ি বুকুত ভৰি।

৮। উচিত কড়িৰ হাঁহ, ঠোঁট ধৰি মগুহ।

৯। উজুটিত পৰিমৰা।

১০। উঠ বুঢ়া, মই বহোঁ।*

(*পুৰণা খুটা তুলি নতুন খুটা লগোৱা)

১১। উত্তম জনৰ বাক্য গজদন্ত তুল্য।*

(* অসম বুৰঞ্জীৰ পৰা)

১২। উত্তমে অলপ গুণকে বিস্তৰ কৰে।*

(* নামঘোষাৰ প্ৰভাৱত)

১৩। উদক ভেটাৰখীয়া দিয়া।

১৪। উদক মাছ খোৱা দেখি বোন্দাই পাচ লয়।

১৫। উদৰ মুখত শ'লপোনা।

১৬। উদ্যোগী পুৰুষ সিংহৰ নিচিনা।

১৭। উধনীয়া ভেম।

১৮। উপজিয়ে গোটা ভাত গিলা।

১৯। উবুৰিয়াই দিয়ে, টোপখৰিও নপৰে।

২০। উভলা গছ দেখি আটায়ে এহেঁচোকা মাৰে।

২১। উভলা গছ দেখি আটায়ে বাগি-কুঠাৰ মাৰে।

২২। উভতি নাচিলে যথে পায়।

২৩। উভতি বাট বোলা।

২৪। উমান লোৱা।

২৫। উমেহতীয়া শ বাহী হয়।

২৬। উৰণীয়া উৰি যায়, গোবৰ খেপিউৰাৰ মৰণ মিলে।

২৭। উৰহৰ কামোৰত ( খণ্ডত ) ভগা ঢাৰি কোবায়।

২৮। উৰহী গছৰ গুৰ লোৱা।

২৯। উৰে থৈ ( আথৈ ) গোবিন্দায় নমঃ।

৩০। উলুৰ লগত বগৰী পোৰে।

৩১। উষা পটেশ্বৰী।

৩২। উকাই ফুলাই বওঁ দুখন তাঁত।
বাঁহ পাতেৰে ৰান্ধোঁ ভাত॥
কুটনাৰে কুটো বেছৱাৰে বাটোঁ।
আকৌ সতিনীৰ পোক মই
বেৰৰ জোলোঙাইহে মাতোঁ॥

৩৩। উঘাত চেৰেকী ঘূৰে।
আমাৰ নাচনী বেয়া নেদেখিবা
টাকুৰী ঘূৰাদি ঘূৰে॥*

( * বিহুগীতৰ লগত জড়িত )

৩৪। উচ্চ গ্ৰীবা বৰ গ্ৰাসেৰে খায়।
ৰঙ্গ ভৈল গাৱে মৃদঙ্গ বায়॥
সিজনী তিৰীক পাপিষ্ঠা জানি।
ঘৰে থাকিলে হোৱে ধন হানি।

৩৫। উজাই নবোৱা ভটিয়াই ববদোৱা
মাজত বাসুদেৱৰ থান।
লাগনী বিৰিখ ঐ লাগিবলৈ নাপালে
মুচুকাই ভাঙিলে ডাল ॥

৩৬। উজনিত বাঢ়িছে কটৰাত বান।
হনুমন্তে ডিমা পাৰে উধান সমান ॥

৩৭। উজনি নামনি আমাৰ তিনিভনী,
মোৰ বাওঁ বাহু লবে ॥

৩৮। উটি আহিছে ঘেগোৰা জান।
পাচিটো নাই যদি খৰাহীটোকে আন ॥

৩৯। উটি নাঙলৰ কুটি।
তাইহঁতৰ কাঁহীত হাগি থৈ আহিছোঁ
আটাইবোৰ বেঙেনাৰ গুটি ॥

৪০। উটি যায় গিৰিবৰ নদীত পৰিয়া।
পুঠী মাছে গিলিলে তাহাঁক পাইয়া ॥*

( * ভকতীয়া )

৪১। উঠন ছোৱালী বঢ়া ভাত।
পকাধান তত্তালিকে কাট ॥

৪২। উঠতীক বহতীয়ে পাছে।
শুই থকাজনী বাকৈয়ে আছে ॥

৪৩। উঠুৱাই মাৰিলে কাঠী।
জালোৱা ডোমৰ সাতজনী তিকতা,
শুবলৈ নাঁটিলে পাটী ॥

৪৪। উতঙা ঘৰত বকতা স্ত্ৰী।
সেই গৃহস্থৰ নাহিকে শ্ৰী ॥

৪৫। উত্তৰে চৰু, দক্ষিণে গৰু।
পুবে ভঁৰাল, পশ্চিমে গঁড়াল ॥

( গঁড়াল=শোৱা ঘৰ )

৪৬। উত্তৰে গুৱা। দক্ষিণে ধুৱা॥

৪৭। উৎপত্তি কাল কুশল জানি।
স্থূতিকা নিকটে নথৈব পাণী॥

৪৮। উদ্‌ফাইক গুচাইবে যেৱে।
কটু (কচু) তৈল পাণ কৰিবা তেবে॥

৪৯। উদৰ সাত পুৰুষ মৰিল কেঁচা মাছ খাই।
বান্দৰৰ সাত পুৰুষ মৰিল ডাল কোবাই।

৫০। উদৰ মুখত কৰ্পূৰৰ বাস।
চটকৰ ৰাজহংস বিলাস॥*

(* ভকতীয়া)

৫১। উনা ভাতে দুনা বল।
অধিক ভাতে ৰসাতল॥

৫২। উপকাৰীক অজগৰে খায়।
তোৰ মোৰ হৰি বিনে আন গতি নাই॥*

(* ভকতীয়া)

৫৩। উপকাৰী গছৰ গাত নাথাকে ছাল।
উপকাৰী মানুহৰ ক'তো নাই ভাল॥

৫৪। উপজিলে বেঁকা হই তেতেলীৰ ফুল।
কুকুৰ-লেগুৰ যেন নহয় সমতুল॥

৫৫। উপায় গ'ল ওপৰক।
বুদ্ধি গ'ল ভিতৰক॥

৫৬। উভতি ওপজে সিও উভতি সোমায়।
উভতি মৰয় সিও উভতি জীৱয়॥*

(* ভকতীয়া)

৫৭। উৰিগ'ল কটীয়া কপৌ খেদি নিলে শেনে।
একে কাঠী কাঁড়ে সাত ঠাই ভেদিলে,
ইকথা হৈছে কেনে॥

৫৮। উভি গ'ল মইনা চৰাই জাকে জাকে।
মই কেঁচা বন্দী হ'লো বিধিৰ বিপাকে ॥*

( * ভকতীয়া )

৫৯। উৰুথা ঘৰত বাৰিষা থাকে।
যুৱতী কন্যা বাপৰ ঘৰত ৰাখে ॥
তিনি চাৰি খাই গোট।
শ চেৰেক ভৰাই ৰূপ ॥

৬০। উৰুথা ঘৰত বাৰিষা নাথাকে।
যুৱতী বেটীক ঘৰত নাৰাখে ॥

৬১। উৰুথা ঘৰৰ চালত লাও।
সি গিৰী সুখে ভাত নাখাওঁ ॥

৬২। উৰে মৰে খজাই খহু। (?)
বোলন্ত ডাকে তিনিও পহু ॥

৬৩। উলহৰ মাদুলী তুলহৰ বিয়া।
পাঁজীবটা মাৰি ডাল উছৰ্গত দিয়া ॥

৬৪। উলটি চোৰে গিৰীক বান্ধে।
আৰু চাৰি পোণ গিৰীকে সাধে ॥

৬৫। উলুৰ ৰৰচিৰি নদীৰ মোচৰ।
মাক নোহোৰকৈয়ে জীয়েকৰ যোল বছৰ ॥*

( * ভকতীয়া )

৬৬। উল্টা দেশৰ উল্টা কথা।
বাঘে গৰুৰে একেলগে গঁথা ॥

৬৭। উল্টা দেশৰ উল্টা নীতি,
ভৰিত পিন্ধে খাৰু।
পিঠা গুড়িত হাল বায়,
চপৰাৰ বান্ধে লাৰু ॥

৬৮। উশাহ দীৰ্ঘে দিবা ফুই।
তেহে চাবা জুইৰ মুই॥

৬৯। উছল-মুছল বিয়া।
ঢেঁকী থোৰাটো পাতত দিয়া॥

## ঊ

১। ঊনৈশত বা বলা।

২। ঊনৈশ-বিশ হোৱা।

## এ

১। এই অনা দে'লে।

২। এই জন্মত দিলে সি জন্মত পায়।

৩। এই জাৰে জাৰ নহয়, আৰু জাৰ আছে।

৪। এই বেলি শেনৰ এক জাত।*

( *ঐতিহাসিক কথা )

৫। এক আখি কলৰো ভকত নোহোৱা।

৬। এক কেৰ্কেটুৱাই হেজাৰ টকাৰ বাৰী নষ্ট কৰে।

৭। এক চকুৰে তেল বেচা এক চকুৰে পানী বেচা।

৮। এক চন্দ্ৰই সমস্ত জগতৰ এন্ধাৰ হৰে।

৯। এক চাবি ঘৰ, এক চাবি বৰ।

১০। একতাই পৰম বল।

১১। এক দেশৰ বুলি এক দেশৰ গালি।

১২। এক ধ্যান, এক মন, এক জ্ঞান।

১৩। একলা পুতুৰে কৰে জগত উদ্ধাৰ।

১৪। এক বাস চাহন্তে হৰাইলো দুই বাস।

১৫। একমেৱাদ্বিতীয়ম্।

১৬। এক সুধিবা বুঢ়াত, এক সুধিবা কুৰাত।

১৭। এক হাতীৰ খুৰে সহস্ৰ মোণ ধান খায়।

১৮। একঁয়া বোতলা।

১৯। একাণে সোমায় একাণে ওলোৱা।

২০। একাদশত বৃহস্পতি।

২১। একাদশীয়া বামুণে গৰাহ গৰাহ কৰা।

২২। একাল দুখ, একাল সুখ।

২৩। একিল খালে এবুধি চাপে।

২৪। একিল মাৰি শ কিল খায়।

২৫। একিল মাৰি সাত কিল খায়।

২৬। একে কাক মাংস, সিও এৰা কুকুৰৰ।

২৭। একে কান্ধত লোৱা।

২৮। একেখন চোঙত দুটা বাঘ থাকিব নোৱাৰে।

২৯। একেখন মেখেলাৰ ভাই-ককাই।

৩০। একে গছৰ পাণ, সি কি হ'ব আন।

৩১। একে গাৰ্বৰ, একে মাৰৱ।

৩২। একে গুৰুঘৰৰ দাস।

৩৩। একে ঘাটৰ নাৱৰীয়া।

৩৪। একে জনমতে তিনি জনমৰ বিচাৰ।

৩৫। একেটা তিলকে সাত ভায়েকে ভগাই খোৱা।

৩৬। একে পাতত খোৱা।

৩৭। একে মাঘে জাৰ নেযায়।

৩৮। একে মুখেই ধানচিৰা, একে মুখেই চাউল—
চিৰা (পতানচিৰা)।

৩৯। এগছ কুটা দুগছ নকৰা।

৪০। এগুণ দিলে সাত গুণ মিলে।

৪১। এভাৰ ধুলেও বগা নহয়।

৪২। এচক ভাতৰ এটা পিটিকিলেই গম পায়।

৪৩। এজনী থকাত এজনী আনিলে খৰিয়াল শুনিব লাগে।

৪৪। এজনী বান্ধনী, এজনী বাঢ়নী, এজনীয়ে হয় হয় কৰে।

৪৫। এটকা মহন্তৰ শপত।

৪৬। এটা চকু কণা কৰা এখন কাণ কটা কৰা।

৪৭। এটা নিগনিৰ সাতখন পাম।

৪৮। এটীয়া মুগাৰ কিহৰ ভৰপক।

৪৯। এটা ভদৰকলী চৰায়ে সাতখন চোমনিৰ মুগা খায়।

৫০। এঠাইত কাটিলে সাত ঠাইত গজে।

৫১। এঠাইৰ কুকুৰে এঠাইত চক চোৱা।

৫২। এডাল চুলিকে সাত ফাল কৰা।

৫৩। এতাৰ গোঁফকে সাত তাৰ কৰা।

৫৪। এদা ৰোৱে যি ঠেঙুলিও ভাঙে সি।

৫৫। এদিনা হাঁহিবা এদিনা কান্দিবা।

৫৬। এদিনৰ বকৰাও বকৰা, সাদিনৰ বকৰাও বকৰা।

৫৭। এদোণ খুজিলে একঠা পোৱা।

৫৮। এনাজৰীৰে গঁথা।

৫৯। এনেয়ে উৰ্ব্বশী তাতে দিছে ডুৰাৰে বাটি।

৬০। এনেয়ে বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া।

৬১। এনেয়ে শিঙী মাছ, তাতে বাহী গাই পোৰা।

৬২। এন্দুৰক সেন্দুৰ পিন্ধোৱা।

৬৩। এপাত তাল নাবাজে।

৬৪। এপাচি কচু শাকত এটা জালুক।

৬৫। এবাৰ মাৰিয়েই তিনিজনী তিকতাৰ খন বুজিলো।

৬৬। এবাৰ সাপে খালে কেঁচুলৈও ভয়।

৬৭। এবাবাৰীতহে ভুতৰ বাস।

৬৮। এবাৰ দুপাতত্তে চিন।

৬৯। এবীয়াৰ কানি, দৈৰ পানী।

৭০। এলাতকৈ চেলাৰ বিষ টান।

৭১। এলাহৃত দাবি মুখুৰায়, তাকে বোলে সন্ন্যাসী।

৭২। এলেহুৱাক ভূতে পায়।

৭৩। এশখন মুখেৰে কোৱা।

৭৪। এশ গৰু মাৰিলে বাঘৰো মৃত্যু।

৭৫। এশ জালুকৰ আগ।

৭৬। এশ জালুকৰ মূল।

৭৭। এষাৰকে দহষাৰকৈ লগোৱা।

৭৮। এসাঁজ খুউৱাৰ সমান ৰং পোৱা।

৭৯। এঁহ গছৰ পৰা কেঁহ গছলৈ।

৮০। এহাতে চাপৰি বজোৱা।

৮১। এহাতৰ হুল দুহাতে কাঢ়িব নোৱাৰা।

৮২ এহাতলৈ চেলেকা ( বা চোঁচা )।

৮৩। এহেও নাই তেহেও নাই।

৮৪। এয়ে সৰগ, এয়ে নৰক।

৮৫। এ সীতা শান্তি এ, তোক মই নোবোলো ভাল।
সুবৰ্ণৰ দলিচাই গা জুৰ নকৰে ( নহলে ),
তোক লাগে মিৰিগৰ ছাল॥

৮৬। এই কথা পাবলৈ নাই।
শুক ভকতক মাৰি চিনি পায়॥*

( * ভকতীয়া। )

৮৭। এইক দেখি নাচে তাই।
জাপ দি উঠে গোহালিৰ গাই॥

৮৮। এই বেলি কেনেকৈ তৰোঁ।
বোপাৰ মাকে টেঙা শাক ৰান্ধাগৈ,
কোনোবা ক'ৰবাত মৰোঁ॥

৮৯। এই বেটি, চাপৰীৰ চকুৰে আপৰী ছোৱালী,
জান পুঠী মাছৰ জুতি।
খাবলৈ বঢ়াইছ ঢোল যেন পেটটো,
কিললৈ বঢ়াইছ পিঠি॥

৯০। এই বেলি বানেহে বান।
বাৰীৰ ভলুকা কাটি, ওখকৈ চাং পাতি,
তাতেহে থৈ খাম ধান॥

৯১। এওঁ বৰ কাজী। এসেৰ কপাহৰ এসেৰা পাঁজী॥

৯২। এক ক'লো লেখি। এক ক'লো দেখি॥
হা-দৈ বোলোতে ওলাল হাড়ডাল।
এতিয়াহে পালেহি ফৰিঙৰ মৰণৰ কাল॥*

( * সাধুকথা )

৯৩। এক গিৰীৰ বেটী, এক গিৰীৰ জী।
মই নাক-কাটীৰ হৈছে কি॥
দেখিব নোৱাৰি কৰিব কি।
আগত থাকিম থিয় দি॥

৯৪। এক চৰি পানীৰ তলত আছে ককুৰা চনা।
ক'লৈ যাব তই গিৰী কণা॥
ধাৰ ধোপাৰ কৰি খাগৈ তই।
এক মৰণাতে সুজিম মই॥

৯৫। এক জনৰ নাই, আলু জুইত দিল।
কিনা জুই ঘহ্ ঘহ্। আলুসিজে দহ দহ॥*

( * তকতীয়া )

৯৬। এক জুপি বৃক্ষ আছে জগতকে জুৰি।
ওপৰলৈ ডাল-পাত, তললৈ গুৰি॥*

( * তকতীয়া )

৯৭। একঠা খোৱাই দুকঠা বান্ধিলে,
শুকতি দিছিল ভাতত।
এবে এবে বুলি বাট চাই আছিলে,
এটিও নেবিলে পাতত ॥

৯৮। একঠিও নহয়, দুকঠিও নহয়,
থেকেৰা দিছিলো ভাতত।
এবে এবে বুলি বাট চাই আছিলো,
এটিও নেৰিলে পাতত ॥

৯৯। একত বিশ্বাস, দুইত মেল।
তিনি হ'লে চেল-বেল ॥

১০০। এক ডাল বৃক্ষ আছে জগত জুৰি।
তলে আছে ডাল-পত্ৰ ওপৰে আছে গুৰি ( ভৰি )* ॥

( * ভকতীয়া )

১০১। এক তিৰী লুড়ুৰ পুড়ুৰ।
দুই তিৰী গাঁতৰ এন্দুৰ ॥
তিনি তিৰী গালত হাত।
চাৰি তিৰী নাপায় ভাত ॥

১০২। এক দিয়ে বৰ দেখি।
এক দিয়ে ঘৰ দেখি ॥

১০৩। এক ধানৰ এক চাউল।
বামুণী বিনে আউল জাউল ॥*

( * ভকতীয়া

১০৪। এক নাম আহিল আকাশ ভেদি।
এক নাম আহিল পাতাল ভেদি।
এক নাম হৈছে ( আহিছে ) পৃথিৱী ফুটা।
এই তিনি নামৰ লাগিল জোঁটা ॥

তিনি আলিৰ মূৰত কোবাই কাটা।
তথাপি নাভাগিল নামৰ জোঁটা ॥*

( * ভকতীয়া )

১০৫। এক হ'লে পেন-পেন। দুই হ'লে যেন-তেন।
তিনি হ'লে শিল যেন ॥

১০৬। এক পুৰুষত গৰু খায়।
সাত পুৰুষলৈ নাম যায় ॥

১০৭। এক বামুণৰ লোটা।
চাৰি বামুণৰ জোঁটা-পোতা ॥

১০৮। এক বামুণৰ লোটা।
সাত বামুণৰ জোঁটা-পোতা ॥

১০৯। এক বৰাই ধান খায়।
এক বৰাই হান খায় ॥

১১০। এক বৃক্ষে দুই পক্ষী, দুইকো দুয়ো সম দেখি,
দুইৰো দুয়ো সখা নিৰন্তৰ।
এক পক্ষী ফল খায় তভোনিতে শুকাই যায়।
নাখায়য় যিটো, গুণে বৰ ॥*

( * ভকতীয়া )

১১১। এক বুঢ়ীৰ দুই কাম।
ধান বান্দে চোহে আম ॥

১১২। এক ভাই জলত এক ভাই থলত।
দুই ভাই আকাশ-মণ্ডলত ॥*

( * ভকতীয়া। সাঁথৰো হয় )

১১৩। এক ভাদই লাবে-চাবে, দুই ভাদই ভাবে।
তিনি ভাদই সোণৰ নাঙল চাবে ॥

১১৪। এক মন কৰি সেৱিবা বাজ।
তেবেসে সিজিব সমস্ত কাজ ॥

দেশ কাল ভাৱ বুজিবা মনে।
সেৱিবা বজাক বহু গুণে ( যতনে ) ॥

১১৫। এক মূকথ ক'লাই কমাৰ।
এক মূকথ শহুৰ আমাৰ ॥
এক মূকথ এই ভূমি যাৰ।
এক মূকথ ভূমি আমাৰ ॥*

( * সাধুকথা। )

১১৬। এক আষি কঠীয়া ন জনী বোৱনী।
যেন-তেনকৈ হওক ভূঁইখন গুৱনি ॥

১১৭। একাজীৰ ছিগা ব।
ব'ব নোৱাৰ যদি তুলিয়ে হথ ॥

১১৮। এক আহিনে ধান।
তিনি শাওণে পাণ ॥

১১৯। এক কাঠে লাৰি চাৰি।
দুই কাঠে ফু পাৰি ॥
তিনি কাঠে কৰি এক।
যেনে লাগে তেনে সেক ॥

১২০। একেই কুকুৰ কেলেহুৱা।
তাতে আকৌ সাত-ঘৰুৱা ॥

১২১। একে কাঠী কাঁড়ে সাতোটা সিংহ মাৰিলো,
লোকক নকলো লাজে
ছমাহ থাপ দি নিগনি এটা মাৰিলে,
তাতে ধনঞ্জয় ঢোল বাজে ॥

১২২। একেজনী পানী মলা।
জাক জাক বৰলা ॥

১২৩। একে জোপা বাঁহৰে কাঠী।
কতো হয় লাঠি কতো হয় জাপি,
কতো হয় বাঢ়নী কাঠী ॥

১২৪। একেটি খুটাৰ ঘৰখন।
থূল থূল কৰে মেলখন ॥*

(* ভকতীয়া)

১২৫। একেখনি কানি ধুই-ধুই কালো।
একেটি পৈ লাৰি-চাৰি মাৰোঁ ॥

১২৬। একেটি খুটাৰ ঘৰখনি।
লৰা-ছোৱালী সৈতে ৰোল খনি ॥*

(* ভকতীয়া)

১২৭। একে পায়ে যাক।
শতেক পায়ে তাক ॥

১২৮। একে ডুখৰি কানি।
জেঠোতেও হাল বায়,
ময়ো আনোঁ পানী ॥

১২৯। একে ডুখৰি কানি।
জেঠোতে আনিলে কিনি ॥
শহুৰৰো মুখ মোচা।
তাকে পিন্ধি আমি কৰোঁ তামচা ॥
হেৰৌ বেতেৰে সিয়াখন কৰিলি কি ?
ই! তোমাৰ পিতেৰহে যি ধুনীয়া।
তাকে পিন্ধি উঠিছে মিদঙীয়া ॥*

(* মৃদঙীয়া)

১৩০। একে বামৰ শৰত হওঁ মহা ভীত।
লক্ষণ আহিছে পুত্ৰ জনক সহিত ॥

১৩১। একো মাছে নোখোঁটে, খোঁটে কানী পুঠী।
কৰকায়ে বৰশী বায় ছেৱাৰ মূঢ়াত উঠি॥

১৩২। এখন দিম খাবি, দুখন দিম খাবি।
তিনিখন দিম লগে লগে যাবি॥

১৩৩। এখুজিয়েই দুখুজি হ'ল।
গৰু খোজেই সাগৰ হ'ল॥

১৩৪। এগুণ বুলিলে দ্বিগুণ বোলে।
স্বামীৰ শয্যা পাৰেৰে ঠেলে॥
খৰমীয়া ভৰি ফুটে সঘনে।
একেখনি বস্ত্ৰ খহায় আৰু পিন্ধে॥
স্বামী মাৰয়, বধে দেৱৰ।
ডাকে বোলে তাইক নাৰাখিবা ঘৰ॥

১৩৫। এঘৰত ভোজ-ভাত।
এঘৰত উত্পাত॥

১৩৬। এঘৰৰ পাটনাদ, এঘৰৰ জৰী।
এঘৰে পানী তোলে ঘটং-ঘটং কৰি।

১৩৭। এঘৰৰ পাণ, এঘৰৰ চূণ, বৰুৱাই খোৱাদি খাওঁ।
চপৰা দলিত চোঁচোৰা দি, দোলাত যোৱাদি যাওঁ॥

১৩৮। এঙনিতে জেঙনি লাগিল।
ইজনে সিজনে যি বোলে বোলক,
তোমাৰ কিহত লাগিল॥

১৩৯। এঙেৰাৰ চৰু। হেঙেৰাৰ গৰু॥
পেঙেৰাৰ পাণ। জয়ৰামদাঙৰ ধান॥

১৪০। এচাৰিতে টিক্ টিক্ নাঙলতে দেও।
একুৰিএটা পিঠা খালো, নাজানিলে কেও॥*

(* সাধুকথা)

১৪১। একজন, দুজন, তিনিজন যত।
নিৰঞ্জন ত'ত।

১৪২। এজনীয়ে বাঢ়ে-বাঢ়ে, এজনীয়ে খায়॥
এজনীয়ে খং কৰি মাকৰ ঘৰলৈ যায়॥

১৪৩। এটা বেজীৰ দুখন মুখ
কাপোৰ সিবৰ কিবা সুখ॥

১৪৪। এটা মুগাৰ ভৰপক, থৰৰ ঠাই নাই।
দীঘত দিলো ডাল-ডালকৈ বাণিৰ দিঘে নাই॥*

(* দিঘে=কালে)

১৪৫। এটি গুটিৰ দুটি পাত।
নিতৌ গালি পাবে গোলামৰ জাত॥

১৪৬। এটি চাউলক দুটি কৰিলো, থেকেৰা দি গ'লো ভাতত।
এবে এবে বুলি বাট চাই আছিলো, এটিও নেৰিলে পাতত॥

১৪৭। এঠাইত লাগে এঠাইত নালাগে সতৰামৰ নাঙল।
এখন ফলিয়ায়, এখন নফলিয়ায়, বাইলুঙনীৰ মঙল॥

১৪৮। এডালি কাটিলো বেতেঙ-তেঙ।
তাবে বান্ধিলো বোন্দা মেও॥
এডালি কাটিলো সবে সৰু।
তাবে বান্ধিলো গোহালিৰ গৰু॥
এডালি কাটিলো সোঁ-মাজ বাতি।
তাবে বান্ধিলো দঁতাল হাতী॥

১৪৯। এডালি কাটিলো সবে সৰু।
বান্ধিব পাৰি গোহালিৰ গৰু॥
এডালি কাটিলো সবে ডাঙৰ।
বান্ধিব পাৰি গোহালিৰ হেঙাৰ॥

১৫০। এতকাল গ'ল কৰাই ভাজি খাই।
চাউল-চৰু আছে ই কথা মনত নাই॥

১৫১। এডিঙি পানীত বুৰোঁ।
পানী পিয়াহত মৰোঁ।।

১৫২। এতিয়াহে পালেহি ঘৰ পতা পৈ।
মৰিবলৈ আহিছে ঢেঁকীথোৰা লৈ ।।

১৫৩। এদিন মিতিৰ, দুদিন মিতিৰ।
বুধ বৃহস্পতি আৰু বাৰ শুকুৰ,
তিনদিন হ'লে চুৱনীৰ কুকুৰ ।।

১৫৪। এদেও দুদেও।
সেয়েহে লোটা চুৰ কৰিবৰ ছেও ।।

১৫৫। এদোণ ৰবা, শাহু লবা-চৰা।
বোৱাৰী আধা মৰা ।।

১৫৬। এন্‌কি বুঢ়ীৰ তেন্‌কি নাও।
ঘুকি ঘুকি মণ্ডহ খাওঁ ।।

১৫৭। এন্নু এন্নু এন্নু।
ধৰিবৰ নাই ধেন্নু ।।
পখি গ'ল আকাশ পিনে চুটি।
আহ বুঢ়ী বেটী, শালৰ পৰা উঠি ।।*

( * ভকতীয়া )

১৫৮। এনে এনে বিৰী ক'ত আছে পৰি।
সোলোকাই লৈ গ'ল কঁকালৰ জৰী ।।

১৫৯। এনেও কানী তেনেও কানী।
ভলেকৈ দিওঁ শাকত পানী ।।

১৬০। এনেকৈ যদি খাবলৈ পাওঁ।
তেন্তে কি হাড়ীত খাওঁ ।।

১৬১। এনেয়ে জালুকৰ জলা।
তাতে আকৌ পিপলীৰ পথ দিয়া ।।

১৬২। এনেয়ে মৰিছোঁ ঋষিৰ শাপত।
তাতে দিছেহি ধানৰ ভাপত॥

১৬৩। এনেয়ে বিৰলী গেলা।
তাতে পৰিছে চাণ্ডৰ পৰা॥

১৬৪। এন্দুৰৰ কি সেন্দুৰ, নগাৰ কি গোন্ধ তেল।
কুকুৰৰ কি তাম-তুলসী, বেটীৰ কি গভুৰা ল'ৰা॥

১৬৫। এন্দুৰৰ গাঁতত নিজৰ গাটোকে নধৰে,
তাতে আকৌ পিঠিত কুলা বান্ধি লয়।

১৬৬। এন্দুৰে গাঁত খন্দা।
ঘৰতে কথা হোৱা॥

১৬৭। এন্দুৰৰ কি সেন্দুৰ।
গাৰ গোন্ধত মৰি গ'ল এশ-এটা এন্দুৰ॥

১৬৮। এন্নাৰ ঘৰ কইনা, বেন্নাৰ বেৰা।
তাতে বহি গণ কইনা সৰগৰ তৰা॥

৬৯। এপতীয়া লাই।
পুৱা খালে গধূলিলৈ নাই॥

১৭০। এফলীয়া ভাৰ।
ভাঙে কামি হাড়॥

১৭১। এফালে কাটে, এফালে নাকাটে,
ভাটীৰ মগোৱা দা।
এফালে তিতে এফালে নিতিতে,
জপীয়া বামুণৰ গা॥

১৭২। এফালে গড়খাৰৈ এফালে গজহস্তী।
এৱে মই যাওঁ কোন ভিতি॥

১৭৩। এফালে ঢেঁকীশাল, এফালে গৰু।
অতিথি বাপু আছি ক'ত জুৰিব চৰু॥

ইয়াতে ৰান্ধিম, ইয়াতে বাঢ়িম, ইয়াতে বহি খাম ।
কেক্ কেক্ নকৰিবি বুঢ়ী, পুৱাই উঠি যাম ॥

১৭৪ । একেৰি মান কথা কলেই ঢুকায় ।
মাকে জীয়েকে লগেই ফুকায় ॥

১৭৫ । এবছৰ ছমাহতে বগৰী লাগে ।
তাক স্থকই লোকত মাগে ॥

১৭৬ । এবাখাতীয়ে খালে টোপ ।
নেঘেৰীৰ গাত লাগিল খোপ ॥

১৭৭ । এৰা গছত তামোল ।
বেলটি পৰিল বামুণ ॥

১৭৮ । এৰী-মূৰী জাপৰী, খৰে-খাতী ফাপৰী
নাপাইহে আনিলো তোক ।
সমনীয়াৰ আগলৈ নোলাবি ফাপৰী
খেজেলিয়াই মাৰিব ( খিতপাৰি হাঁহিব ) মোক ॥*

( * বিহুগীতৰ লগত জড়িত )

১৭৯ । এৰীয়া কাপোৰ তিয়াই ।
ভোজলৈ আহিলো ধিয়াই ॥

১৮০ । এৰীয়া কাপোৰ তিয়াই ।
তোমালৈ আছো ধিয়াই ॥

১৮১ । এলাগী বস্তু নথৈবা ঘৰে ।
সৰ্ব্বকালে তাক বাইব পৰে ॥

১৮২ । এলাগী তিৰোতাৰ স্থৱাগী কথা ।
লাগী তিৰোতাৰ গাতে লেঠা ॥

১৮৩ । এলাগী তিৰোতাই কৰে বন ।
লাগী তিৰোতাই কৰে দন্দ ॥

১৮৪। এলাগীয়ে ভাঙিলে কটৰা ॥
পালেগৈ গড়গাওঁ বতৰা ॥
লাগীয়ে ভাঙিলে কাঁহী।
পেলালে মিচিকিয়াই হাঁহি ॥

১৮৫। এলাহত নিছিঙে বাল, সন্ন্যাসী বোলায়।
পণ্ডিতক মূৰ্খ বুলি চিনক নেপায় ॥*

(* ভকতীয়া

১৮৬। এলেকৰ পেলেক। কুকুৰাচোৰা ভাগিনীয়েকৰ পুতেক ॥

১৮৭। এসাঁজ খায় দুখী। দুসাঁজ খায় সুখী ॥
তিনি সাঁজ খায় বজাৰ কোঁৱৰ।
চাৰি সাঁজ খায় গাড়িৰ সোৱৰ ॥*

(* এলেহুৱা)

১৮৮। এসাঁজ খায় এসাঁজ নাখায়, ন চহকীয়ে লোণ।
সাত কঠাতকৈ বেছি নাখায় চাপৰিয়ালৰ—
—(ন-চহকীৰ) দোণ ॥

১৮৯। এসাঁজ গুৱা, এসাঁজ চিৰা।
তেওঁ ভোকত মৰে বামুণ বুঢ়া ॥

১৯০। এহাত কাপোৰৰ দুহাত দহি।
কেহেলৈ যাব ফোপ জহি ॥

১৯১। এহাত এমুঠন কলৰ পোত।
তেহে চাবা কলৰ গোট ॥

১৯২। এহাত এমুঠি কুঠাৰৰ নাল।
লাগে দুই মুঠি দাৰ নাল ॥

১৯৩। এহেলেকে নাহিবি, তেহেলেকে যা।
আঁহিয়া আঁহিয়া গোন্ধাইছে গা ॥

## ঐ

১। ঐ-দেহি বৈ-দেহি গোৱা।

২। ঐয়া হৈয়া কৰা।

৩। ঐ ঐ ঐ। মাৰিবলৈ আহিলে খেৰৰ খনি লৈ

৪। ঐ গৰু চোৰে নিব।
অ'তো ব'ব ত'তো ব'ব॥

৫। ঐ লচ-পচী ক'লৈ যাৱ।
কথাটো লগাই চৰটো লৱ॥

৬। ঐ লপ্‌ধপ্‌ পিতৃক গালি।
ক'লৈ যাৱ তই পোৰা-কপালী॥

## ও

১। ওকণীৰ ভয়ত কোনে চুলি খুৰায়।
( ওকণীৰ ভয়ে কোনে মুণ্ডি আছে কেশ )*

( * হৰিচন্দ্ৰ কাব্য

২। ওচৰৰ পুঠী-খলিহা; দূৰৈৰ ৰৌ-বৰালি।

৩। ওজাৰ ঘৰৰ বোন্দাইও ৰাগ দিয়ে।

৪। ওজাৰ নাকত খৰে খায়।

৫। ওজা লগা বিত্তা পাখি লগা কাঁড়।

৬। ওঁঠ কাটি ওঁঠ ৰঙা কৰা।

৭। ওঁঠ চেপিলে পিয়াহ ওলোৱা।

৮। ওঁঠ চেলেকা।

৯। ওঠৰখন মুখে কোৱা।

১০। ওঁঠৰপৰা পানী পৰা।

১১। ওঁঠৰ পানীৰে ওঁঠ তিওৱা।

১২। ওদা দেখি চোবা যাচে।

১৩। ওপৰ-চকুৱা।

১৪। ওপৰত শিল বান্ধি সকাম কৰিব পৰা টান।

১৫। ওপৰলৈ থুৱালে গাতে পৰে।

১৬। ওফন্দি গঙ্গাটোপ হোৱা।

১৭। ওভতগোৰে নচা।

১৮। ওভোতাই খট ছেলোৱা।

১৯। ওভোতাই মোট ছেলোৱা।

২০। ওৰা পতা।

২১। ওলগতে পাঁচ কিল।

২২। ওলত বিয়নী পিঠিত কুঁজ ( বা গোৰ )।

২৩। ওলোটা বুজিলি ৰাম।

২৪। ওলোটা বেদ।

২৫। ওলোৱা কেঁচু গাঁতত নোসোমায়।

২৬। ওৱা-বন দোৱা কৰা।

২৭। ও বুঢ়ী বোল ৰাম। বুঢ়ী বোলে পকা আম।

২৮। ওকণী সখী মৰি গল, তপত তেলত পৰি গ'ল,
বগে নিৰামুহি খায়।*

( * সাধুকথা )

২৯। ওকাণীয়ে খোৱা তিনডালি চুলি।
তাকে বান্ধে টিঙত তুলি॥

৩০। ওচৰত লু-লু চা-চা। আঁতৰ হ'লে সকলো মিছা॥

৩১। ওচৰৰ আলহী নকৰে কাণ।
নৰিয়া পৰিলে উঠাটো টান॥

৩২। ওজা আনিলো আইক ভাল কৰিবলৈ।
ওজাই চায় আইক বিয়া কৰিবলৈ ॥

৩৩। ওঁঠৰ ওপৰে গোঁফৰ শাৰি।
সেই জনী জানিবা বিধবা নাৰী ॥
(ওঁঠ ডাঙৰ গোঁফৰ শাৰী
সেই তিৰী জীয়ন্তে বাঁৰী ॥)

৩৪। ওদা ধান টকা গাঁৰিশলি,
দং দং কৈ তিনি আলহী।
লৰাহঁত বাপেৰক মাত মোক মাৰ ধৰক,
আলহী লৰ মাৰক। *

(* সাধুকথা)

৩৫। ওপৰ মাতোতাৰ বাটত ঘৰ।
আহোঁতে লাঠি যাওঁতে চৰ ॥

৩৬। ওপৰৰ ওঁঠটো কাটি দে,
তলৰ ওঁঠটো ৰঙা পৰক।

৩৭। ওপৰলৈ চালে দেখে চৰগ।
তললৈ চালে দেখে নৰক ॥

৩৮। ওভোতা গছত আছে জানা পক্ষী হৈ।
ওচৰত থাকয় তাক দেখিবে নপায় ॥
দেখা পালে উৰিবাক নপাৰে নিশ্চয়।
অজৰ-অমৰ হৈ উপজি মৰয় ॥ *

(* ভকতীয়া)

৩৯। ওভোতা গছৰ শিপা নেকাটি আনিলা।
চকুত লগাই সিটো যুদ্ধত চলিলা ॥ *

(* ভকতীয়া)

৪০। ওৰকত্তে ভোৰক। কেৰেলাটো সুমুৱাই দিয়া,
বেঙেনাটো পোৰক ॥

৪১। ওবণিয়ে বাবণিয়ে দেখিবলৈ ভাল।
ওবণি গুচালে ওকোন্দা গাল ॥

৪২। ওল, কচু, মান।
তিনিও সমান ॥

৪৩। ওলমি লাগিল ভোল।
আমাক বিয়া দিবৰ নহল চাৰি বছৰ,
হালধিৰ হুগুচে বোল ॥

৪৪। ওলাই দেখিবা যাক।
শত্ৰু নাভাবিবা তাক ॥

৪৫। ওলা নাৱৰ বোলা বঁঠা।
ভটিয়াই যামগৈ জোনাক নিশা ॥

৪৬। ওৱাক নিন্দে কোৱাই।
পুঠি-খলিহা নিন্দে ভেৰপেটা মোৱাই ॥

## ঐ

১। ঐচ্ বুলিলে লৰ মাৰে।
( ঐচ বুলিলে ওচৰ চপা )

২। ঐ পাবোতে তললৈ যায়।
যাচি যাচি কিল খায় ॥

৩। ঐটো পৰি কপৌটো মৰিল,
বগে নিৰামুহি খায়।
সখীয়তী চৰায়ে ছমাহলৈ বিনালে
সমধৰ একোটি নাই ॥ *

( * সাধুকথা )

৪। ঔটো পৰি টিপচীটো মৰিল,
বগে নিৰামুহি খায়।
দহিকতা ( দহিকতৰা ) চৰায়ে সাদিন বিনালে
মাহীৰ সৌ নাওৰে যায়॥

## ক

১। কইনা খোজ্ দিয়া।
২। কওঁতেই কলা যঁতৰতে শলা।
৩। ক—ক—ম—ম পঢ়া।
৪। ক বুলিব নোৱাৰে, ৰত্নাৱলী পঢ়িবলৈ যায়।
৫। কঁকাল চাই মেখেলা।
৬। কঁকাল ভগা।
৭। কঁকাল পৰা।
৮। কচু পাতৰ পানী।
৯। কচু-কটা দিয়া।
১০। কচু-ঘোটা দিয়া।
১১। কচু-লৰা।
১২। কচু শাকৰ ভেটী।
১৩। কচুৰ খুটা মেটেকাৰ মাৰলি।
১৪। কঁটীয়া বজৰ।
১৫। কটা কাণ চুলিৰে ঢকা।
১৬। কটা ঘাত খাৰণি।
১৭। কটা ঘাত চেঙা তেল।
১৮। কটনা-কটা ভাত, ৰৰশী বোৱা মাছ।
১৯। কঠালৰ এঠা।

২০। কঠীয়াহে বুটি জেঠতে পৰা।

২১। কণাত কথা কুঁজাত কথা।

২২। কণ-কঠীয়া মৰা।

২৩। কণা বেহা কৰা।

২৪। কণা কুকুৰে শবদতে বুজে।

২৫। কণা হাইঁক পতান ধান দি ভৰা।

২৬। কণাৰ বিত্ চকু।

২৭। কণ্টকেনৈৱ কণ্টকম্।*

(* সংস্কৃতৰ পৰা লোৱা)

২৮। কণা ধৃতৰাষ্ট্ৰ।

২৯। কণা চকুতহে কুটা পৰে।

৩০। কণা, খোৰা, এগুণ বঢ়া।

৩১। কণাৰ লাখুটি।

৩২। কণিবিহৰ গুটি।

৩৩। কণিবিহৰ সঁচ।

৩৪। কথা বুলিলেই বতাহ।

৩৫। কথাৰ মহলা মৰা।

৩৬। কথা নাই বতৰা নাই,
আহ বৰ ডেকা ভোজ খাবলৈ যাওঁ।

৩৭। কথা কৈ যাওঁতে পদ হৈ যায়।

৩৮। কথাত আছে কামত নাই।

৩৯। কথাৰ মেৰপাক।

৪০। কথা দি কথা লোৱা।

৪১। কথা বা ক'ত? ভেকুৰি গছত (তলত)।

৪২। কথাৰ এপাক, বান্ধৰ দুমেৰ।

৪৩। কন্দা-কটাতকৈ লগত থোৱাই ভাল।

৪৪। কপাল ফুটা।

৪৫। কপাল মন্দ।

৪৬। কপালৰ ঘাম মাটিত পেলোৱা।

৪৭। কপালৰ লিখন নহয় খণ্ডন।

৪৮। কপালৰ গাঁঠি মুকলি হোৱা।

৪৯। কপালৰ নাম গোপাল।

৫০। ক'ৰৰ কথা জগন্নাথা।

৫১। কমোৱা তুলা।

৫২। কৰাই খোলাত দিয়া যেন হোৱা।

৫৩। কৰাক নকৰিলে দোষে চোৱে।

৫৪। কৰাক নকৰিলে পিতৃয়ে পানী নেপায়।

৫৫। কৰিবলৈ কুৰীয়া, খাবলৈ যম।

৫৬। ক'ৰ পানী কলৈ যায়।

৫৭। কলগ্ৰহ হোৱা।

৫৮। কলিকতীয়া ফাঁকি।

৫৯। ক'লীয়া কৃষ্ণাই।

৬০। কল খাই বাকলি পেলোৱা।

৬১। ক'লীয়া ক'লীয়া, নামটি ধুনীয়া। *

( * সাধুকথা )

৬২। ক'লৈ যাওঁ গোপাল, ক'লৈ যাওঁ কপাল।

৬৩। ক'লীয়াপানীত মেলা।

৬৪। কলতলে বাঁহতলে ফুৰা।

৬৫। কলখোৱা ধাতু উলিওৱা।

৬৬। ক'লাদন্তাই আৰ্জ্জে, ধলাদন্তাই খায়।

৬৭। কলটো হেৰালে মনটো হেৰায়।

৬৮। কলা হলেও পাদৰ গোন্ধ পায়।

৬৯। কল দি ল'ৰা ভুলোৱা।

৭০। কলিৰ ভীম।

৭১। কড়াই-গণ্ডাই আদায় কৰা।

৭২। কহুৱা চোৰ।

৭৩। কঁাইটৰ মাজৰ গোলাপ ফুল।

৭৪। কঁাইটৰ মূৰত কঁাইট মাৰিলেহে ওলায়।

৭৫। কঁাচুটি এৰা।

৭৬। কঁাহ পৰি জীণ যোৱা।

৭৭। কঁাহি পাতে গা কটা।

৭৮। কঁাড়ী কঠিয়াতলী।*

( *বুৰঞ্জীমূলক )

৭৯। কাউৰীয়ে শগুণে নোখোৱা।

৮০। কাউৰী টেঙৰ, মাউৰী টেঙৰ।

৮১। কাউৰীক মাৰিবলৈ সোণৰ কঁাড় নালাগে।

৮২। কাউৰীয়ে দ'লত হগা।

৮৩। কাউৰী বাহত কুলি জগা।

৮৪। কাউৰীৰ বাহত কুলিয়ে কণী পৰা।

৮৫। কাউৰী হৈ যজ্ঞলৈ আশা।

( কাক হৈয়া যজ্ঞ ভাগ ভুঞ্জি বাক চাওঁ )*

( *পদ্মপুৰাণ )

৮৬। কাকতী ফৰিং পৰা।

৮৭। কাকো পৰে তালো সৰে।

৮৮। কাক-বন্ধ্যা।

৮৯। কাটক নেকাটক দা খন।

৯০। কাটা যি কাটা, বেপা কেলেই।

৯১। কাত্তি হৈ পৰিলে বণ্ডালেও নাকাটে।

৯২। কাত্তি হৈ পৰিলে পকা ধানেও বাট দিয়ে।

৯৩। কাঠত কাঠে পৰা।

৯৪। কাঠত কাঠে মৰা।

৯৫। কাঠৰ ঢেঁকী।
৯৬। কাঠৰ পুতলা।
৯৭। কাঠৰ কুঠুৰা।
৯৮। কাঠৰ মূঢ়া।
৯৯। কাঠহাঁহি মৰা।
১০০। কাঠবাজীৰ ল'ৰা হোৱা দুখ।
১০১। কাঠফুলা।
১০২। কাণৰ কণামাকৰি সৰোৱা।
১০৩। কাণৰ কণামাকৰিয়েও গম মোপোৱা।
১০৪। কাণ-কটা চোৰ।
১০৫। কাণ-মূৰ কাটি ঘোচা কৰা।
১০৬। কাণে-নাকে মাত যোৱা।
১০৭। কাণ-মূৰ জোকৰা।
১০৮। কাণ-মূৰ ঠিয় কৰা।
১০৯। কাণত মন্ত্ৰ দিয়া।
১১০। কাণ কাটি ভোৰ তাল বোৱা।
১১১। কাণ কলা হোৱা চকু ঘোলা হোৱা।
১১২। কাঠীৰ কুকুৰে বাট এৰি নিদিয়া।
১১৩। কান্দোনত গছৰ পাত সৰোৱা।
১১৪। কান্দিব জানিলেহে কল পায়।
১১৫। কান্দিবৰ বেলা ফেকুৰি কটোৱা।
১১৬। কান্দিলে ধাৰ সোধ নাযায়।
১১৭। কান্ধ পেলাই দিয়া।
১১৮। কান্ধ পাতি লোৱা।
১১৯। কান্ধুলি লুটি।
১২০। কান্ধত ভাৰলৈ মৰমিয়াল চোৰে কান্দে।
১২১। কাপোৰৰ আঁচলেৰে জুই বান্ধি ৰখা।

১২২। কাপোৰৰ তলত কিলাকুটি চঁচা।

১২৩। কামেৰে সাহ প্ৰমাণ কৰিবা, কথাৰে নহয়।

১২৪। কামৰ বেলিকা কুৰীয়া, খাবৰ বেলিকা যম।

১২৫। কাৰ কপালে কোনে খায়।

১২৬। কাৰ মনত কি আছে কোনে জানে।

১২৭। কাৰো মুখলৈ কোনেও চাব নোৱাৰা।

১২৮। কাৰ্য্যৰ সাধন কিম্বা শৰীৰ পতন।

১২৯। কালফুৰা সঁফুৰা।

১৩০। কালিৰ ল'ৰাই পৰহিৰ গীত গায়।

১৩১। কালনেমীৰ লঙ্কা ভাগ।

১৩২। কালি ৰাম ৰজা হ'ব, আজি বনবাস।

১৩৩। কালস্য কুটিলা গতি।*

( *সংস্কৃতৰ পৰা )

১৩৪। কালে কালৈকো বাট নাচায়।

১৩৫। কাশীতহে ভূতৰ বাস।

১৩৬। কিলৰ কুটুম।

১৩৭। কিনা হাঁহৰ ঠোঁটলৈকে মঙহ।

১৩৮। কিঞ্চিত কৰিবা, বঞ্চিত নকৰিবা।

১৩৯। কিম্ভুত কিমাকাৰ।

১৪০। কীৰ্ত্তিৰ্যস্য স জীৱতি।*

( * সংস্কৃতৰপৰা )

১৪১। কুঁচিয়া-খোঁচা দিয়া।

১৪২। কুঁজৰ মূৰত কিল।

১৪৩। কুলাবুঢ়ী ওলোৱা।

১৪৪। কুকুৰাৰ ঠেং কাটি মঙ্গল চোৱা।

১৪৫। কুশ ছিঙ্গি দিয়া।

১৪৬। কুকুৰমৰণেৰে মৰা।

১৪৭। কুলতে কুঁজ ওলাল।

১৪৮। কুকুৰে কাঁইট নোখোৱা কৰা।

১৪৯। কুকুৰা কাটি শপত খোৱা।

১৫০। কুলাৰ আগৰ খুদ।

১৫১। কুকুৰৰ ছাইমুৰা, মানুহৰ গাইমুৰা।

১৫২। কুকুৰে যিমানেই নাকামোৰক,
তথাপি আঁঠুৰ তল।

১৫৩। কুকুৰৰ নেজত ধৰি গঙ্গা পাৰ হোৱা।

১৫৪। কুকুৰৰ নেজ দীঘল হলে নিজে পাৰি বহে।

১৫৫। কুকুৰৰ শিয়াল শত্ৰু, বাঘৰ শত্ৰু ফেউ।

১৫৬। কুমলীয়া আদা দেখি টিকাত মুচি খায়।

১৫৭। কুঠাৰখন যদিও সৰু, পাগ্‌টো টান।

১৫৮। কু-পথে গ'লে ভৰিত কাঁইটে বিন্ধে।

১৫৯। কুৰুৱাক দেখি ফেঁচাইও মাছ খাব খোজে।

১৬০। কুকুৰ চিকুণ গিৰিহঁতৰ যহ।

১৬১। কুকুৰ ইচ্ছাই টাঙোন।

১৬২। কুকুৰ ৰজা হ'লেও জোতা কামুৰিবলৈ নেৰে।

১৬৩। কুকুৰে মানুহ কামোৰে,
মানুহে কি কুকুৰ কামোৰে,

১৬৪। কুৰুক্ষেত্ৰৰ যুদ্ধ।

১৬৫। কুৰুপাণ্ডৱৰ যুদ্ধ।

১৬৬। কুম্ভকৰ্ণৰ নিদ্ৰা (টোপনি)।

১৬৭। কুবেৰৰ ভাণ্ডাৰ।

১৬৮। কুকুৰৰ পেটত ঘিঁউ হজম নহয়।

১৬৯। কুকুৰক লাই দিলে গললৈ জপিয়ায়।

১৭০। কুম্ভীৰৰ সন্নিপাত জ্বৰ।

১৭১। কুকুৰৰ নেজ পোন নহয়।

১৭২। কুকুৰাৰ হাতৰপৰা পঞ্চমুখীয়াৰ হাতত পৰা।

১৭৩। কুমাৰৰ চাক যেন ঘূৰিয়া ফুৰয়।*

( * জন্মান্তৰ ৰধ কাব্য )

১৭৪। কুকুৰৰ কি তাম-তুলসী।

১৭৫। কূপমণ্ডুক।

১৭৬। কৃপণৰ ধন।

১৭৭। কেঁচুতে শগুণ পৰা।

১৭৮। কেঁচুটো হোৱা।

১৭৯। কেঁচু খোঁচৰোঁতে সাপ ওলোৱা।

১৮০। কেঁচুৱে এবাৰ গাঁত এৰিলে ঘূৰি পাবলৈ টান।

১৮১। কেঁকোৰাৰ গাঁত বিচৰা।

১৮২। কেঁকোৰা চেপা দিয়া।

১৮৩। কেঞা আঙুলিৰ জোৰ নোপোৱা।

১৮৪। কেলেহুৱা কুকুৰৰ কমললোচন নাম।

১৮৫। কেৰোন্নাতকৈ গুটি দীঘল।

১৮৬। কেহেলিকেন্দেলি কৰা।

১৮৭। কেল্লা ফটে।

১৮৮। কেৰেলুৱাৰ এশ ঠেঙৰ এটা ছিগিলে
নোযোৱাকৈ নাথাকে।

১৮৯। কেঁকোৰা খোলা দিয়া।

১৯০। কেঁচবচা বিহাৰে বলাব পাৰোঁ মই
কুট্কুৰা চুলি দেখি ভাগে।

১৯১। কোৱাৰি চেলেকা।

১৯২। কোটকোৰা কাঁইটে ফুটা।

১৯৩। কোৱাতকৈ বাতৰি দিয়া।

১৯৪। কোলাবটো এৰি কোনে বোকাবটোলৈ যায় (চায়)।

১৯৫। কোৰ শালোতে মাহুৰ বঙৰেই গ'ল।

১৯৬। কোবে কাটি গ্ৰহণী চপাই লোৱা।

১৯৭। কোৱাই কা নকৰা জিলীয়ে জা নকৰা।

১৯৮। কোম্পানীৰ মাল।

১৯৯। কোনোৰ ঘৰ পোৰে, কোনোৱে জুই ফুৱায়।

২০০। কঁকালতে কাচি। বুঢ়ী ফুৰে নাচি।

২০১। কওঁ কহনা কথা বাপ ঘটা খায়।
নকওঁ কহনা কথা স্বামী বিনাশ যায়॥*

(* সাধুকথা)

২০২। কচুতে কটাৰী ভাঙিলা নাৰায়ণ
লাটো বিন্ধিলে ঘুণে। পচা শৰীৰত ভোমোৰাই বিন্ধিলে
ঢোকা দি ৰাখিব কোনে॥

২০৩। কচু কাটোতে কুঠাৰ ভাগিল
লোহা খালে ঘুণে।
কাক ক'ম কোনে পতিয়াব,
কোনে শুনিব কাণে॥

২০৪। কচুত কটাৰী ভাগিল।
মোৰ গাত জগৰ লাগিল।

২০৫। কচু হ'লে খজুৱায়, শাহু হ'লে নচুৱায়।
নন্দা হ'লে খুটি তাল বায়॥

২০৬। কচু হ'লে খজুৱায়।
ল'ৰা হলে নচুৱায়॥

২০৭। কচু পাতৰ পানী কৰে তলবল পৰিলে পাবলৈ নাই।
আলহী ঘৰত পাই জীয়ক লৈ গ'ল, হাঁহিনী সজাত সুমাই॥*

(* ভকতীয়া)

২০৮। কচ্‌বচ্‌ চিতলৰ আদখান।
নেমু লোণাদি বুজি পৰিমাণ॥

আক খাই পাই তোষ প্ৰচুৰ।
আন ব্যঞ্জন কৰিব দূৰ ॥

২০৯। কটাৰীৰ ভাল শিল।
তিৰীৰ ভাল কিল।

২১০। কটাৰ পো কটা।
গাই গাই একোটা ॥

২১১। কটিৰ তলেদি বৌ যায়।
নিচলাক লেগি বৰশী বায় ॥

( *কটি = কঁকাল, নিচলা = মিছা মাছ )

২১২। কটা যোৱা নাক।
খাৰণি দি ঢাক ॥

২১৩। কটাৰী ধৰাবা শিলত।
তিৰোতা চলাবা কিলত ॥

২১৪। কটাৰীৰ শিলিখা লৰিল।
বুঢ়া পোকৰত জেউতি চৰিল ॥

২১৫। কটাৰী নালৰ সীমা।
পোকৰে উলিয়াই পো-পোৱালী,
মুখে উলিয়াই ডিমা ॥

২১৬। কটাৰী চিকুণ গুৱা; টোপনি চিকুণ পুৱা।
আহু চাবা গধূলি, শালি চাবা পুৱা ॥

২১৭। কটা নাকত কিহৰ ঢাকনী।
যাচি গ'লে কিহৰ বান্ধনী ॥
অশুদ্ধ হলে কিহৰ পাত্ৰ।
তিনিকো জানিবা বৰ্ব্বৰ মাত্ৰ ॥

২১৮। কঠখন লৈ আহ মঠ ধৰোঁ।
পুথিখন লৈ আহ পাত পাত কৰোঁ ॥

২১৯। কঠালে পেলালে মুচি। যোৱাগৈ শুচি ।।
যাৰ আছে বুদ্ধি। তাৰ সৰ্ব্বসিদ্ধি ।।

২২০। কঠিন অঙ্গ যাৰ লোম গাত।
ৰুক্ষ অঙ্গ অতি বিৰল দাঁত ।।
বোলয় ডাকে তাই কুলক্ষণী।
গৃহে থাকে তাই যেহেন শনি ।।

২১। কণা কুঁজা লেঙৰ ভেঙুৰ।
তাৰ সমান নাই হাৰামৰ নেগুৰ ।।

২২২। কণা কুঁজা গবলা পেং।
এই চাৰি হাৰামৰ লেং ।।

২২৩। কণাৰ কি দিন ৰাতি।
নগাৰ কি সঁক ৰাতি ।।

২২৪। কণাই পুথি পঢ়ে, কলাই শুনে।
দাঁত নাইকিয়া ভকতে নাৰিকল ধুনে ।।

২২৫। কণী পাৰে হাঁহে। খায় ভকত ডাঁহে ।।

২২৬। কণাক কণা বুলিলে মনত পাই কষ্ট।
কিন্তু নাভাবে যে তাৰ দুই চকু নষ্ট ।।

২২৭। কণা চকু লৰ্ ফৰ্।
য'তে আছে ত'তে ওলাই পৰ ।

২২৮। কণা গৰু বামুণক দান।
বামুণে বোলে আন আন ।।

২২৯। কণা মোমাই আছি পাচে পুথিক পঢ়িল।
কাণী মামী আছি পাচে মুৰত মুতিল ।।*

( * ভকতীয়া )

২৩০। কণ্ডিত নাহিকে জৰী।
ভক্তি কৰিম কেনে কৰি ।।*

( * ভকতীয়া )

২৩১। কত পুণ্যৰ বলত পুত্ৰৱতী নাৰী।
কত পুণ্যৰ বলত তামোলনি বাৰী॥
কত পুণ্যৰ বলত পৰক পৰে বায়।
কত পুণ্যৰ বলত ভাতক ভাতে খায়॥

২৩২। কত জন্মে পুত্ৰৱতী নাৰী।
কত জন্মে তামোলনি বাৰী॥
কত জন্মে ভাতক ভাতে খায়।
কত জন্মে পৰক পৰে বায়॥

২৩৩। কত দিনে থাই থাকিবি ভাখেৰিৰ* থান।
একে দিনে উৰি যাব আগএৰা পতান॥

(*ভাখেৰি—ভঁড়াল)

২৩৪। ক'ত পাম লোটাটো ক'ত পাম বাটিটো,
ক'ত পাম পিতলৰ বটা।
কাইলৈ আহিব ফটুৰাই ফটাটো,
ক'ত পাম কঠালৰ এঠা॥

২৩৫। কথাৰ মূৰত বঁটা পায়।
কথাৰ মূৰত কটা যায়॥

২৩৬। কথাবাৰি ঠোৰতে ঢাক।
তিকতা বুলি মাকক কিলালে,
চকুত নাই একেৰিও পাক॥

২৩৭। কথিলেই কথা মথিলেই ঘিঁউ।
ভাতত দিয়া হাঁহকণীৰ কেনি যায় জীউ॥

২৩৮। কথাত সময় মুঠেই নাই।
ওপৰ নাই তললৈ যায়॥

২৩৯। কথাৰ ৰস পায় যদি ক'ব জানে।
কৃষিৰ ৰস পায় যদি নামাৰে বানে॥

ভোজনৰ ৰস পায় যদি পৰশে আই।
নাৱৰ ৰস পায় যদি লোকে বায়॥

২৪০। কথাৰ মূৰত কঠীয়া, সৰিয়হৰ মূৰত তেল।
যাৰ ঘৰত জীয়ৰী আছে তাৰ ঘৰত মেল॥

২৪১। কথাৰ গুণে কথীয়া।
যঁতৰৰ গুণে বটীয়া॥

২৪২। কথা নহয় বাদী।
ঢেঁকীয়ে মৰে চাউল কোবাই,
কটৰাই মৰে কান্দি॥

২৪৩। কথাখিনি ভাল।
ৰাতি পিন্ধে ফটা জাল॥

২৪৪। কথাৰ নাভাঙ্ ঠোৰ।
আদখিনি তোৰ আদখিনি মোৰ* ॥

(* সাধুকথা)

২৪৫। কথাও হৈছে কথাও নহৈছে,
কথাত বিন্ধিছে ঘুণে।
বিবাহৰ কন্যা পাটীত মৰিছে,
ই কথা শুনিব কোনে॥

২৪৬। কথাত কথা বাঢ়ে খৰিকাত বাঢ়ে কাণ।
মাকৰ ঘৰত জীয়েক বাঢ়ে পথাৰত বাঢ়ে ধান॥

২৪৭। কথাৰ ওপৰত কথা বাঢ়ে,
চালে বেৰে মাৰে ঘা।
চকু ফুটি মওহ গ'ল,
জোলেৰে গালচেৰেক খা॥

২৪৮। কথাত পটু বিহাবাৰীৰ মণি।
গীতত পটু ঘাটোৱালৰ ধনী॥

২৪৯। কথা নহয় লপ্‌থপ্‌।
এদোণ-এমূৰীয়া চপ্‌ চপ্‌ ॥

২৫০। কথাই কথাই শপত খায় ধৰ্ম্মত নাই ৰতি।
পদে পদে সেৱা কৰে সিও মহাপাপী ॥

২৫১। কথাৰ সাঁচ নাই তাকে বোলে লপা।
মাজ মূৰত চুলি নাই তাকে বোলে তপা ॥

২৫২। কথাৰ নেৰে পাক।
আকৌ ঘূৰি ঘূৰি তাইতেহে হাত ॥

২৫৩। কথাৰ নাই তত্‌।
চাই থাকোঁ কাণী বগুলাৰ* মত ॥

( * বগুলা=বগলী )

২৫৪। কথা জানিলে ছলিও* ভালা।
কথা নাজানিলে বুঢ়াও ছালা ॥

( * ছলি=ল'ৰা )

২৫৫। কথা নক'বা আন্ধাৰ ৰাতি।
কথা নক'বা বনৰ দাঁতি ॥

২৫৬। কথাৰ কথীয়া মেখেলা ভাৰী।
ভাত ৰান্ধি থৈ আহিছোঁ খোৱাগৈ ধোৱাহি ॥

২৫৭। কথাত কথা বাঢ়ে।
ভোজনত পেট বাঢ়ে ॥

২৫৮। কথাত কথা বাঢ়ে, মথনত বাঢ়ে ঘিঁউ।
বাপেকে পুত বঢ়ায়, মাকে বঢ়ায় জীউ ॥

২৫৯। কথা ক'লে চিনি লোক মূৰ্খ নে পণ্ডিত।
সাধুক চিনিবা লেনদেন্‌ কৰি বিত ॥*

( * অসমীয়া পতৰপথা )

২৬০। কথাৰ নাই একো।
কৰে হেঁকো হেঁকো ॥

২৬১। কথা কহন্তে তোলয় হাঁসি।
জানিবা তাইক ভাল নভাবি ॥

২৬২। কথা নহয় ককৰা।
এটা মুগাৰ তিনিশ তিনি কুৰি তেৰটা চকৰা ॥

২৬৩। কথাত কথা বাঢ়ে, মথনিত বাঢ়ে ঘিঁউ।
ডিমাৰ ভিতৰে ছাও মৰি গ'ল কোনপিনে ওলাল জীউ ॥*

(* ভকতীয়া)

২৬৪। কথা শুনোতে লাগে ভয়।
ভকতক মাৰি ভকতে খায় ॥*

(* ভকতীয়া)

২৬৫। কথা কৈছে বোকণ্ডি ভৰি।
সবে যুগ পূজা মন্ত্ৰ বৈছে সম্বন্ধত ঋষি ॥
এই চাৰি কথা নোসোধোঁ তোত।
উপৰ চাৰি যুগৰ কথা কৈ দে মোত ॥*

(* ভকতীয়া)

২৬৬। কদমৰ চনকা দাল।
ঐ ছোৱালী মোক নিসিঞ্চাৰিবি (নাহাঁছিবি)
তোৰ নৌ যায় কাল ॥

২৬৭। কপটীয়াৰ ফাকটি গোটেই এক্কাৰ।
ভাল বেয়া চিনিবৰ শক্তি আছে কাৰ ॥

২৬৮। কপালত নাই জৰী।
ভক্তি কৰিম কেনে কৰি ॥

২৬৯। কপালত আছে বিধবা যোগ।
খাব খোজে মোহন ভোগ ॥

২৭০। কপটীয়া হেৰ কপটীয়া।
কেৰুমণি বন্ধক দি ভকতি কৰিলো,
তেওঁ গুৰু নপতিয়া ॥

২৭১। কপালত দীঘল কোটা।
দৰ্শনী চৈধ্য টকা॥

২৭২। কপালত নাই সুখ।
বিধাতা বিমুখ॥

২৭৩। কপাল ওখ বুকু খাল।
সেই পুৰুষৰ লক্ষণ ভাল॥

২৭৪। ক'ব লাগে মহাদেউৰ কথা।
কয় ভগা লাওৰ কথা॥

২৭৫। ক'বলৈ নাই একো।
ডাকি বোলে হেকোঁ হেকোঁ॥

২৭৬। ক'ব জান কাণী।
কঠীয়া তলিত বৰ শালি ধান,
বোৱাব নেজান পানী॥

২৭৭। ক'ব জানে যি।
বব জানে সি॥

২৭৮। ক'বৰ নাই থল।
কৈ আজৰি হ'ল॥

২৭৯। কমাৰে নেজানে দুখীয়াৰ লো।
যমে নেজানে একেটি পো॥

২৮০। কমাৰৰ কালি, ধোবাৰ বাহী।
নটে বোলে পাক দিয়াছি॥

২৮১। ক'ম বোলেতে কলে কথা।
শৃগালে খাবনে সিংহৰ মাথা॥*

(* ভকতীয়া)

২৮২। কৰিব নোৱাৰাৰ বৰ কথা।
খাব নোৱাৰাৰ বৰ হাঁঠা*।

(* হাঁঠা—হেতা)

২৮৩। ক'ৰ পৰা আহিলা, ক'ত দিলা ভৰি।
চোতালখন ফাটি গল চেৰ্ চেৰ্ কৰি ॥
হোঁৱা হোঁৱা হোঁৱা, তামোল এখনি খোৱা।
চোতাল খন আমাৰ জোৰা দি থৈ যোৱা ॥

২৮৪। কৰাৰ হাড়-মূৰ ভাগে।
নকৰাৰ দেখিয়েই আমনি লাগে ॥

২৮৫। করুণা সাগৰ বুলি সবয়ে মাতয়।
হাগি আছি পোন্ধ সোলোকাই বাগৰ মাৰয় ॥*

( * ভকতীয়া )

২৮৬। কৰ্ণ পথে ভকতৰ হিয়াত প্ৰবেশি হৰি,
দুৰ্ব্বসনা হৰে সমস্তয় ।*

( * নাম ঘোষা )

২৮৭। কৰ্ণ দুই আছে নুশুনিলো হৰি কথা ।
দুগোটা গৰ্ত্তৰ ভাৰ বহিলোহো বৃথা ॥

২৮৮। কলাৰ আগত কথা কয়।
কলাই বোলে হয় হয় ॥

২৮৯। কল চাই কলি ।
মাক চাই ছলি ॥

২৯০। কলঙে উটিলে জাঁজি ।
বন্ধু বন্ধুকৈ চিঞৰি ফুৰিলো,
বন্ধুক লগ পালো আজি ॥

২৯১। কলেও আয়ে কিল খায়।
নকলেও বোপায়ে চুৱাতে খায় ॥*

( * সাধুকথা )

২৯২। কলঙৰ কাষৰি ।
কতক কেল-কেলায় চটাই পাখৰী ॥

২৯৩। কলতে ঢোকা বক।
ঢোকাতে কল বক ॥

২৯৪। কলীয়াবৰীয়া মাকো।
দিব নোৱাৰোঁ খাব পাৰোঁ,
হোৰোসা হোৰোসে বাকোঁ ॥

২৯৫। কলাই জাপ কালৰীয়ে জাপ।
যেনে তেনে ৰাতি খাপ ॥

২৯৬। কলে কথা ওলাই পৰে।
ঘৰ ভাগি মানুহ মৰে ॥

২৯৭। কলীয়া কলীয়া নাচ কানাই।
চাই চাই বাউলী হক ৰাধিকাই ॥

২৯৮। কলিকাল ঘোৰ।
যাৰ কাৰণে চুৰ কৰোঁ সেয়ে বোলে চোৰ ॥

২৯৯। ক'লেও নপতিয়ায়।
ধৰি ধৰি চমতিয়ায় ॥

৩০০। কলীক ৰঙা বিহাই শুৱায়।
ঘন-পোৱাতীৰ নহবা জোঁৱাই ॥

৩০১। কল্পতৰু বৃক্ষ সবাতো সমান।
মাগন্তাজনক দেই ফল দান ॥

৩০২। কলীয়া তুলসী বেলৰ পাত।
মুঠায়ে সহিতে বাটি পটাত ॥
তপত কৰিয়া জননী খাইব।
তেবেসে নাৰীয়ে দৃঢ়ক পাইব ॥

৩০৩। কলিৰ লোকত নাথাকিব চিন।
অন্তৰত এক, কাজে ভিন ভিন ॥

৩০৪। কলা, কপাহ আৰ্জ্জিব দুৰ।
ওচৰত ভৈলে দোষ প্ৰচুৰ ॥

৩০৫। কল্প গুচাই বাকলি কৰিলে ভোজন।
নাকে খাই মুখে হাগে বুজা সাধুজন ॥*

( * ভকতীয়া )

৩০৬। কল কাটি ভুৰ বান্ধি ওজা নেদেখাই।
বেচা কিনা নকৰয় যাচি দিয়ে গ'ই ॥*

( * ভকতীয়া )

৩০৭। কলা।
সবাহলৈ গ'লা কি নগলা ॥*

( * ভকতীয়া )

৩০৮। কলিৰ ভকতি খোকোজা খোকোজি
তিলে তিলে উঠে খঙ্গ।
মূৰত লাঠি মাৰি ভৰিত সেৱা কৰি
ভকতি লয়য় সঙ্গ ॥*

( * ভকতীয়া )

৩০৯। কলিৰ কালতে ৰাজ্য উলটিল
গুৰুকো নেমানে শিচে।
পাটীৰে ভাৰযাই স্বামীকো নেমানে
হাত দাঙি দাঙি উঠে ॥

৩১০। কহনা আছে বহনা নাই।
পাঁচহাল গৰুৰ নটা নাই ॥

৩১১। কহয় মাধৱ দাসে।
মানুহে মানুহে আছে ॥

৩১২। কড়ি লবা লেখি।
বাট বুলিবা দেখি ॥

৩১৩। কাউৰীয়ে আটাইকে খায়।
কাউৰীৰ খাওঁতা কেও নাই।

৩১৪। কাউৰীয়ে কাঁড় চাঁচে কাক লেগি।
আপোনাক লেগি॥*

( * লেগি—লাগি )

৩১৫। কাউৰীও পৰিল। তামোলো সৰিল॥

৩১৬। কাকনো বুলিবা ককা।
আটাইৰে ডাড়ি-চুলি পকা॥

৩১৭। কাক কম কোনে পতিয়াব।
যাক কম সেয়ে লঠিয়াব॥

৩১৮। কাকো নোদোষোঁ কপালক দোষোঁ।
চাৰিকড়াৰ মাছ আনি কাঁইট মূৰ চোঁচোঁ॥

৩১৯। কাকনো বুলিম অশ।
সকলো দমৰা গৰুৰ বশ॥

৩২০। কাকো নাপাই ভাদৈক পালে।
মূচৰি সামৰি খালৈত থ'লে॥

৩২১। কাক হেন টেটনক ভাঙিলে কুলা*।
মাংস নষ্ট গৈলে ৰান্ধিলে মূলা॥

( * কুলি )

৩২২। কাজী চাবা আগত*।
ছোৱালী চাবা মাঘত॥

( * আগত—আগতাঁতত )

৩২৩। কাজীক কাজী বুলি জগতে জানে।
কাজীক বিয়া কৰাই ঘৰলৈ আনে॥

৩২৪। কাজীয়ে পালে কৰে দহিকটাকে ৰাণি।
একাজীয়ে পালে কৰে দহিকটাকো হানি॥

৩২৫। কাজীৰ পকৰত জাঁজি।
একাজীৰ পকৰত এৰীয়াৰ মেখেলা,
যায় খৰ্ খৰ্ বাজি॥

৩২৬। কাঞ্চনমতি বাই, কাঞ্চনমতি বাই।
সবাহলৈ যায় কি নাযায়॥*

(* সাধুকথা)

৩২৭। কাটক নাকাটক লো।
পোঁহক নোপোঁহক পো॥

৩২৮। কাটিলেক পচলা আনিলেক টানি।
মজিয়া ভাঁহি গল পচলাৰ পানী॥

৩২৯। কাটিলেক পচলা মুগুচালে চেঁচু।
তাৰ মাজত ওলালে জেলুকীয়া কেঁচু॥

৩৩০। কাটিলেক পচলাটি আনিলেক টানি।
চকোৱাত খোঁচ খাই বান্ধনী হল কাণী॥

৩৩১। কাটিলেও কটা নাযায় কাউৰী-ঠেঙীয়া বাঁহ।
বাটিলেও বটা নাযায় হেকটীয়া মাহ॥

৩৩২। কাটা কাণৰ ম'হৰাৰ ফুল।
যাই কি নযায় দক্ষিণ কুল॥

৩৩৩। কাঠৰ বিৰলী হক,
ইন্দুৰ মাত্ৰ ধৰক।
সোৱাদৰ নামত তিনি লাঠি,
পেটটো মাত্ৰ ভৰক॥

৩৩৪। কাঠৰ গড় বান্ধিম পচিব,
মাটিৰ গড় বান্ধিম খাহিব।
মই কথাৰ গড় বান্ধি দিছোঁ,
প্ৰাণ পৰি ভুগী হব॥*

(* অসম বুৰঞ্জীৰপকা)

৩৩৫। কাঠিকৰ পৈ।
মাৰিবলৈ আহিছে খেৰডাল লৈ॥

৩৩৬। কাঠৰ মালা ফাটা-ফুটে।
মনৰ মালা কাঁহা ছুটে ॥*

(* ভকতীয়া)

৩৩৭। কাণত কচু, নাভিত তেল।
তাৰ ঘৰত কিহৰ বেজৰ মেল ॥

৩৩৮। কাণৰ কঁৰিয়াৰ খোপ।
তোলৈ নেযাওঁ বাপেৰলৈ যাম,
মাহী আই বুলিবি মোক ॥

৩৩৯। কানীয়াই কানি খায় কড়াই গুৰিৰ লোভত।
দীঘলকৈ হোপা মাৰে বৈৰীয়েকৰ আগত ॥

৩৪০। কাণী গাইৰ সম্বন্ধে কণা হ'ল মহা।
কাণী চৰাই বোলে কোক্ যাৱ তই পেহা ॥
পান্‌কাউৰী উৰি বোলে কোক্ যাৱ তই বাই।
তোৰ মাৰ মোৰ আই
একেখন পথাৰত মাছ-পুঠি খায়,
এইটো সম্বন্ধ আজিক লেগি এৰবাৰ উপাই নাই ॥

৩৪১। কাণী হক খিৰতি গাই।
পালত হে, অন্যৰ কামত নাই ॥

৩৪২। কানীয়াৰ হাতে নেথাকে ধন।
সদায় থাকে সোৱাদ বস্তুত মন ॥

৩৪৩। কানীয়ানী বুঢ়ী, হাগে কলৰ গুৰি, আঙুলিৰে চাকে।
আধা খুন্দা লাড়ু খাই ঢোৰোক ঢোৰোক পাদে ॥

৩৪৪। কানীয়াই ক'লে, কানি নাখাবা সমূলি।
বেশ্যা স্ত্ৰীয়ে জ্ঞান দিয়ে শান্তি হোৱা বুলি ॥
চোৰে চুৰ কৰিবলৈ নিচোৰক বাধে।
পশুপক্ষী মৰা দোষ বুলি কলে ব্যাধে ॥

৩৪৫ । কাণ খজুৱাই সিটো হোলোঙা আনিয়া ।
আপোনাৰ পিঠিত সিটো হাল আছে বায়া ॥*

( * ভকতীয়া )

৩৪৬ । কানীয়াই কানি খাই গা কৰিলে লাহি ।
লাহে লাহে বেচি খালে মজীয়াৰ কাঁহী ॥
কানীয়াই কানি খাই গা কৰিবে হেলা ।
লাহে লাহে বেচি খালে বৈশীয়েকৰ বেলা ॥

৩৪৭ । কাতিমহীয়া পীতে, পুহমহীয়া শীতে।
জেঠ মহীয়া খৰে, জানো ল'ৰা মৰে ॥

৩৪৮ । কাতিৰ বিহু কঙালী, মাঘৰ বিহু ভোগালী !
বহাগৰ বিহু ৰঙালী ॥

৩৪৯ । কাতিমহীয়া নাকাটিলে সূত ।
ষোল বছৰলৈ নাসাধিলে পুত ॥
বিষয় পাই নকৰিলে মাগন ।
পানী পাই নকৰিলে হাগন ॥

৩৫০ । কান্ধতে মহৰ পীৰা ।
কুঁচিয়াটো ঘোক বুঢ়া ॥

৩৫১ । কান্ধত চাদৰ কটিত ভুনি ।
ভাত খাবৰ নাই কেনেবা শুনি ॥

৩৫২ । কাপোৰ-কানিয়ে যেয়ে শকত ।
তেৱেঁই হৈছে পৰম ভকত ॥

৩৫৩ । কাপ-কাঠী পাত ।
তেহে চাবা আখৰৰ জাত ॥

৩৫৪ । কাপোৰত জুই বান্ধি ঘৰে লৈ যায় ।
হাত মেলি চন্দ্ৰ ধৰে, বাপৰ ষেটা লেই ॥*

( * ভকতীয়া )

৩৫৫। কামিনী কাঞ্চন মাছ।
ঋষিও নছাৰে পাচ ॥

৩৫৬। কাৰ লগত কোনে পিয়ে পানী।
কাৰ ভাগিন মৰে কাৰ হয় হানি ॥

৩৫৭। কাৰো ভাগ্যে হাতী ঘোঁৰা।
কাৰো ভাগ্যে ঢেঁকী থোৰা ॥

৩৫৮। কৰ্ম্মৰ বুজিবা ভাও।
ছাগৰো পখালিবা পাও ॥*

(* সাধু)

৩৫৯। কাৰোবাৰ ৰাম ৰাজ।
কাৰোবাৰ সৰ্ব্বনাশ ॥

৩৬০। কাৰ ধান খুন্দা খাওঁ,
কাৰ পানী অনা খাওঁ।
দলি চপৰাত টিকাটো মোহাৰি দোলাত যোৱাদি যাওঁ ॥

৩৬১। কাৰ হাল ক'ত বাওঁ।
নিশা হ'লে শুবলৈ নেপাওঁ ॥

৩৬২। কাৰ বাপেকক ডৰ, মথুৰাপুৰত ঘৰ।
টন্‌টন্‌কৈ খোপা বান্ধি গধূলা সোমাই যাম ঘৰ ॥

৩৬৩। কাৰ আছে ক'ত মন।
হৰিহে নাৰায়ণ ॥

৩৬৪। কাৰ খাওঁ কাৰ দাওঁ।
দোভাগ ৰাতি ঘৰ নেপাওঁ ॥

৩৬৫। কাললৈ সাঁচিলে কালে খায়।
পুৱালৈ সাঁচিলে বোন্দাই খায় ॥

৩৬৬। কালৈ কৰিম ডৰ।
আটি-মুটিকৈ খোপাটো বান্ধি যাম,
গধূলি সোমাই যাম ঘৰ।

৩৬৭। কাল কথা মনত পৰে।
চাব্‌ দি চাব্‌ দি গলত ধৰে॥

৩৬৮। কালৈ বান্ধোঁ কালৈ বাঢ়োঁ,
কালৈ চিৰি ফল কুটোঁ।
টিকৰে স্বামী মূৰ দাঙি নাচালে,
কালৈ শাহুৰি খাটোঁ॥

৩৬৯। কালৈ কৰি যাম ডৰ।
কোৰ মাৰি মেলি যাম দীঘল চুলিটাৰি
গধূলি সোমাই যাম ঘৰ॥

৩৭০। কালিৰ ভাগক ৰাখে যিজনে ।
প্ৰশংসে তাহাক ৰবি নন্দনে॥

৩৭১। কাৰৈ মাছে চেঁচা পানীত মেলিলেক পোৱালী।
ভাৰ খালোঁ ভেটী খালোঁ নিদিওঁহে ছোৱালী॥

৩৭২। কাৰৈ মাছক কচি-কুটিয়া।
ত্ৰিকুট দিয়া তৈলে ভাজিয়া॥
উলট পালট কৰি পিঠি।
খাই পাবা ভেবেসে জুতি॥

৩৭৩। কাষৰ কুইচ্‌লাৰ* ভাত হক।
সতীনীৰো ছলি হক॥

(* কুইচ্‌লাব—ওচৰ চুবুৰীয়াক)

৩৭৪। কাষত কলসী জলক যায়।
তলমূৰ কৰি কাকো নেচায়॥
যেই পথে যায় সেই পথে আসে।
ডাকে বোলে ভাল মনত ভাসে॥

৩৭৫। কাঁহী হেৰাল বাটি হেৰাল,
তাক পিছে পাম।
লা যেন ধপাত হেৰাল তাক ক'ত পাম॥

৩৭৬। কাঁহীত নেখাওঁ বাটিত নেখাওঁ,
নেখাওঁ সঁফুৰাত গুৱা।
মনৰ জোখাই নেপাওঁ মানে,
দেহকো নকৰোঁ চুৰা॥

৩৭৭। কাঁহৰ থাকয়ে গুৱাই কি হুগুৱাই
হাত দাঙি দাঙি চায়।
গাৰ সাজেনো গুৱাই কি হুগুৱাই
উভতি উভতি চায়॥

৩৭৮। কাহানি আহিলা? কালি।
টিকাৰ ওপৰত হাঁচটি বান্ধিলৈ,
চোবাই খাওঁ ডিমক ছালি॥

৩৭৯। কাঁহী দেখোঁ বাটি দেখোঁ
আৰু দেখো ধন।
দৰা দেখি ছোৱালীৰ সুদাই যাবৰ মন॥

৩৮০। কিহত কিখন হ'ল।
ভোজৰ দিন দনখন হ'ল॥
উলটি-পালটি চাওঁ।
মাতে যদি গালচেবেক খাওঁ॥

৩৮১। কি অছিলো কি হলো।
লালিত পৰি বন্দী হলো॥

৩৮২। কি নাই ঘৰত, কি থুজিম পৰত।
কুঠাৰেদি মাছ বাছোঁ মৈদা নাই ঘৰত॥

৩৮৩। কিন্তু বেটাৰ সজা* গড়টো লৈছে ভজা॥
তাবে লগত আদা লোণ।
নিচলা ভজা যোল দোণ॥
তাকে খায় বাপৰ বেটী চাওত আছে গুই।
পেটটো আছে মুখত চুই॥ (* সজা = সহজ)

৩৮৪। কিনু বেটাৰ হিয়া
ছাও* তলত থৈ মাক দিছে ঠিয়া ॥

( * ছাও=লবা ছোৱালী )।

৩৮৫। কিনো কালৰ বেহা।
তিৰোতাই বুলিলে পেহা ॥
তিৰিক সুবুলিবা হিত।
গাঁওৰ ভিতৰত ম'ৰাই চালি ধৰে
স্বৰ্গদেউৰ চঞ্চল চিত ॥*

( * সাধুকথা )।

৩৮৬। কি কৰিছ পিক্‌চাই।
পৈয়েৰে থৈছে ঠিক চাই ॥*

( * অসম বুৰঞ্জীৰ কথা )।

৩৮৭। কিনো পৈ হুতাই তাই।
লোণ-খৰিচা সানিবলৈ তত নেপায় ॥

৩৮৮। কিহত কৰিলো কি।
ধান দোণ দি পৈটো আনিলো
নিতৌ কিলাই সি ॥

৩৮৯। কিনো ভমকৰ তালি।
ভালখন থৈ ফটাখন পালি ॥

৩৯০। কিহত কিটো হ'ল।
বিৰিঙা মূঢ়াত টিকাটো মূচি ॥
শিকিটোত টকাতো গ'ল ॥

৩৯১। কি কথা কোৱা লহৰ-পহৰ।
মুকুতি মাৰি দিম ঠহৰ-ঠহৰ ॥

৩৯২। কিয় কৰ অগীয়া-বগীয়া।
ৰূপ এটকা দিবই লগীয়া ॥

৩৯৩। কিমাশ্চৰ্য্যং ময়া দৃষ্টম্,
কিল্লিং কেলে-সূতা।
খোলে প্ৰতি মুগা সূতা ॥
ন বক্তব্যং ন বক্তব্যং। ভবার্দ্ধকং মমার্দ্ধকং ॥*

(* সাধুকথা)

৩৯৪। কিলো খাবা নাও বাবা।
সেই নাৱত উঠি চাবা ॥
৩৯৫ কি কৰি মৰিলো চাপনীক চপাই।
ডাৱৰীয়া বাদলীয়া কিলাবলৈ নাপায় ॥
৩৯৬। কি ক'ম বিয়নি দুখন চালৰ ঘৰ।
দাঁত নিকটাই পৰি আছে তাক বোলে জৰ ॥
৩৯৭। কি মণি কলীয়া কাঁচ।
ঘৰত দ্বন্দ্ব লাগি নাখায় ভাত পানী,
গা হ'ল ককিলা মাছ ॥
৩৯৮। কিনো ক'ম কিনো নক'ম,
পৈৰ নাম বটালী।
৩৯৯। কিবা দৈৱকীৰ গৰ্ভে পুত্ৰ নোপজয়।
কিবা কংশ মৰি আগে যায় যমালয় ॥

(* দশম)

৪০০। কৈ কৈ মৰিলো কিহত।
দুহাতে দুমুঠি খাক পাইছিলো
আগেয়ে নিয়াটোৰ যহত।
৪০১। কি নাইকিয়া ঘৰত।
খস্তি দি মাছ বাছোঁ
তেওঁ নোখোজোঁ পৰত ॥
৪০২। কিমান মাৰ মাৰ তই।
উভতি নাচোন দিম মই।

৪০৩। কিহৰ তিথি কিহৰ বাৰ।
জন্ম নক্ষত্ৰ কৰা সাৰ ॥
কি কৰ শম্ভুৰ মতিহীন।
পলকে আয়ুস বাৰ ( যায় ) দিন॥

৪০৪। কি গ'সাই* হেকতাহ*।
এদোণ ধানৰ বাৰ বান্ধিছোঁ,
তেওঁ গ'সাই নপেইতহ* ॥

( * গ'সাই=গোসাঁই, *হেকতাহ=হেকানপাৰ, *নপেইতহ=নপতিয়াম )

৪০৫। কিনো মাহী আইৰ আদৰ।
ধান বানি দিয়ে মাণিকী-মাধুৰী
পানী আনি দিয়ে নাদৰ ॥

৪০৬। কি কাম কৰিলো,
কি বুধি কৰিলো,
বাৰীত দামে কলা কই।
আগেয়ে নেজানো এতিয়াহে জানিছোঁ,
শৰীৰত ইমানে জুই ॥*

( * বিহুগীত )

৪০৭। কিনো কৈ যাম মাহী আইৰ গুণ।
এহাতে খাৰণি এহাতে লোণ ॥

৪০৮। কিনো গড় খাৰৈৰ তৰা।
ৰিণিকি ৰিণিকি দেখাতে চিনিছোঁ
জীৱনৰ লগৰী ফেৰা ॥*

( * বিহুগীত )

৪০৯। কিলে ভুকুৰে গা।
সেকাই পোৰাই না॥

( না=নাও )

৪১০। কি নাই কিহৰ খতি।
তেল ঘঁহে বিছুৱে প্ৰতি ॥
খায় তুঁহগুৰি, শোৱে দুৱাৰচুকত।
সুধি চোৱাচোন জীয়েৰ আছে কিহৰ দুখত ॥

৪১১। কিনো কথাৰ উপাক্-পাক্।
বাৰজনী গৈছিল কইনা সুধিবলৈ,
তেৰজনীৰ গ'ল লাভত নাক ॥

৪১২। কি কৰিবলৈ যাওঁতে কি হ'ল।
কাক মাৰিবলৈ যাওঁতে কোন মৰিল ॥

৪১৩। কি খাইছা হাঁ, গুৱা পকৰা।
ৰং নাই দেখোঁ, চুণ তাকৰা।
মুখ মেলাচোন, চাউল মোকোৰা ॥*

( * সাধুকথা )

৪১৪। কিহে হুম্‌হুমায়, কিহে গুম্‌গুমায়।
কোনে চকু মেলি চায় ॥

৪১৫। কি মানুহৰ কি কথা, শিল ওপঙায়।
লাও তল নিয়ায় ॥

৪১৬। কিনো শাহু আইৰ সাহ।
পুৱীয়া পাচিৰে হগুৱাই তিনি পাচি,
আকৌ পেট বোৱায় চাহ ॥*

( * চাহ=চায় )

৪১৭। কিহৰ জগৰত মৰোঁ।
চটাই পৰ্ব্বতত গাটো দেখাদি,
আধলি পাঁচোটা ভৰোঁ ॥

৪১৮। কি বস্তু মৰা শাক।
লোণ নোহোৱাকৈ খাওঁ তাক ॥

৪১৯। কি কৰে শৰৰ শিঙ্গ।
কি কৰে খোৰাৰ বিজ্ঞ ॥

৪২০। কি কৰি চাহ পুৰণা।
যদি কৰে বতৰ কেণা ॥
ব'দ বৰিষণে সময় যায়।
তেবেসে কৃষিৰ লাভক পায় ॥

৪২১। কিৰিষি কৰিবা একান্ত মনে।
নফলে কিৰিষি বিনা যতনে ॥

৪২২। কি কৈ তৰি যাম ইয়াত।
অপাৰ সাগৰ ঢৌ যে বজাৰ উঠে ঘনে ঘনে পাক ॥
নাও শাল কাঠৰ, কড়ালি মথুৰা, শিলা ভৰা দিলে তাত।
জুলুকি জুলুকি নৌকাই পানী দিলে, তিল পৰিমাণে কাচ ॥*

(* ভকতীয়া)

৪২৩। কিল-ভুকু খাই সিটো জনম ধৰিল।
অগ্নি খাই জীয়ে যাটো শৰীৰ বাঢ়িল ॥*

(* ভকতীয়া)

৪২৪। কি আছে কি দিম মই নন্দকুমাৰ।
তোমাৰ বস্তুকে তোমাক দিছো,
দোষ নধৰিবা আমাৰ ॥

৪২৫। কুট-কুৰা চুলি, তাকে বান্ধে তুলি।
পৈয়েকে ভাল পাওক বুলি ॥

৪২৬। কুকুৰক নিদিবা খাই (ঠাই)।
তিৰোতাক নিদিবা লাই ॥

৪২৭। কুৰ্ম্মা আহিছে সুদা হাতে।
কুৰ্ম্মাক পঠিয়া কথাই মাতে ॥
কুৰ্ম্মা আহিছে টোপ্‌লা-টুপ্‌লি।
কুৰ্ম্মাক নে ভিতৰ খোটালি ॥

(কুৰ্ম্মা = মিতিৰ)

৪২৮। কু-পুত্ৰক কি কৰিব ধনে।
সু-পুত্ৰক কি কৰিব ধনে ॥

৪২৯। কুটুমে ৰান্ধিলে কুটুমে বাঢ়িলে,
কুটুমে কুটুমক খালে ( কুটুমে কুটুমে খালে )।
কুটুমৰ তেজেৰে বন্তি জ্বলালে
মজিয়া ভকে ভকালে ॥*

( * সাধুকথা )

৪৩০। কুঁজৰ মূৰত কিলটো।
তিথিৰ মূৰত পিণ্ডটো ॥

৪৩১। কুঁহিয়াৰ চিকুণ মুগী।
কথাৰ চিকুণ যুগী ॥
মাছৰ চিকুণ নেৰীয়া।
মানুহৰ চিকুণ বৰীয়া ॥

৪৩২। কুকুৰা বাহৰ উমি। নেছেলেবা তুমি ॥

৪৩৩। কুঁজা। আপোনাৰ গাতে বুজা ॥

৪৩৪। কুহৰ ( কুশৰ ) আগেদি মদ খায়।
পেটো নভৰে জাতিও যায় ॥

৪৩৫। কুঁহীৰ মূৰা মুনিছে নেখায়,
মাজ ডোখৰ লাগে মোকে।
ফিচা ডোখৰ আছে, তাকে বাচি চাম
খায়নে নেখায় লোকে ॥

৪৩৬। কুঁহিয়াৰ কাটি যাওঁ পাৰত।
এজনী আনিলো ধনে বিয়া কৰি,
এজনী আনিলো লাভত ॥

৪৩৭। কুচ্ কুচ্ কৰে খজুৱাই কচুৰ মূঢ়া।
কথা নাকাটিছে কটাৰী ( কুঠাৰ ) বুঢ়া ॥

৪৩৮। কুটুমে কুটুমে আঁতে।
ভেচেলি মাছৰ ডুপিঠি খাই,
মাজৰ কাঁইটডাল যাচে॥

৪৩৯। কুকুৰ চাই টাঙোন।
ঠাকুৰ চাই বৰা ধানৰ চিৰা॥

৪৪০। কুঁহিয়াৰ পেৰোঁ একুৰি।
খৰি পোৰোঁ ছকুৰি॥
থালি ভাঙো নটা।
গুড় পাওঁ এটা॥
ভকতৰ সোপাসোপ।
গুৰৰো ঘোকা-ঘোক॥
ৰাইজ ঐ চাই-চিতি খাবা।
বুঢ়াৰ কৰমলৈকো মোনচেৰেক থ'বা॥

৪৪১। কু-শলাগী আউনী পান।
খালেও নাই মুখত ৰাং॥

৪৪২। কুঁচিয়াকে ডাওৰ দেখিলি,
তোৰ পেটৰ নাৰীকো দেখিছো।॥*

( * অসম বুৰঞ্জীৰপৰা )

৪৪৩। কুটকুৰা চুলি, চকলা পিঠি।
ডাকে বোলে তাইসে বাঁৰী॥

৪৪৪। কুলটা নাৰী, সুন্দৰী কন্যা।
যাত্ৰা কালত সকলে ধন্যা॥

৪৪৫। কুকুৰৰ শিতান-পথান নাই।
নগাৰ আঁউসী-একাদশী নাই॥

৪৪৬। কুৎসিত নাৰীত যাহাৰ আশ।
তাৰ নাই জীৱনত আশ॥

৪৪৭। কুকুৰে কৰিলে বিয়া বাঘৰ জীয়াৰী।
দেখিয়া ভালুকে গৈলা ঘৰ-বাৰী এৰি ॥*

( * ভকতীয়া। )

৪৪৮। কুকুৰ শৃগাল গৰ্দ্দভৰো আত্মা ৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম ॥

৪৪৯। কূল ল কূল ল নদীৰ কূল ল।
সং ল সং ল জ্ঞাতিৰ সং ল ॥

৪৫০। কৃষ্ণ পক্ষে লৰে ৰাম।
লঙ্কা জিনি আহে ৰাম ॥

৪৫১। কৃষি ৰাখিবা বেৰি যতনে।
সাঁফল কৃষি মানিবা মনে ॥
কৃষি কৰিবা ওচৰ ভাগে।
ডাকে বোলে মোৰ মন লাগে ॥

৪৫২। কৃষ্ণক পাইবাৰ জানা ভকতেসে পন্থ।
ইয়াক কহয়ে গীতা ভাগৱত গ্ৰন্থ ॥*

( * কথাগুৰুচৰিত )

৪৫৩। কৃষ্ণবৰ্ণ কায়। দেখি ধাতু যায় ॥*

( * কীৰ্ত্তন )

৪৫৪। কেনটোৰ কেনজনী, ধেনটোৰ ধেনজনী।
ফপৰীয়াটোৰ তিনজনী, ভালটোৰ এজনীও নাই ॥

৪৫৫। কেৰ্কেটুৱাৰ বাঁহ পাতেই ভেঁটী।
হনুমন্তৰ সাতালী পৰ্ব্বত ॥

৪৫৬। কেৱলীয়া মহাজন ধৰমৰ বেশ।
শিষ্যক ভৰায় দি ধৰম উপদেশ ॥

৪৫৭। কেঁৰী-মেৰী বাঁহ পাত।
কেঁৰীয়ে মেখায় শুদা ভাত ॥
ব'ল কেঁৰী হাটলৈ যাওঁ।
কেঁৰীক বেচি মিঠাই খাওঁ ॥

৪৫৮। কেনে মজা, উঠি বজা হ'ল খৰিভাৰী।
নোশোওঁ আজিৰপৰা ভগা চাৰি পাৰি ॥

৪৫৯। কেঁকনি গেঁথনি বাঢ়ৈৰ নৰিয়া টান।
বাঢ়ৈয়ে খায় এটি উধানৰ মান ॥

৪৬০। কেঁথা নাই কানি নাই মাজতেই শোওঁ।
হাল নাই গৰু নাই জেঠতেই ৰোওঁ ॥*

(* সাধুকথা)

৪৬১। কেনেটোৰে কেনে কৰে।
আউনী পানেৰে মেলখন তৰে ॥

৪৬২। কেৰ পাই।
ধান মাৰিলেহে খেৰ পায় ॥

৪৬৩। কেলেহুৱা ওজা, চপনীয়া পালি।
ওৰে ৰাতি নাম লয় খেৰৰ জুই জালি ॥

৪৬৪। কেঁথাৰ মাজত কানি।
কপহী ধানৰ আগ তল গল,
শুৰিয়ে নেপালে পানী ॥

৪৬৫। কেঁথা উৰা গম্ গম্।
ৰৰকাপোৰ উৰাই বোলে ময়ো তাৰ সম ॥

(উৰা—লোমা বা পিন্ধা)

৪৬৬। কেএগাৰ চিন মৎস্য হুচুৰ।
কেঁচাৰ চিন দিনত মুগুৰ (?) ॥

৪৬৭। কেঁহুকলী নিকলী, কপাহ-সূতা নকৰিলি
বোহুপাতি নেখালি ভাত।
এপুৰা সেন্দুৰৰ জোন (যোৰ) ফোট মাৰিলি,
গোন্ধ তেল ঘঁহিলি গাত ॥*

(* বিহুগীত)

৪৬৮। কেঁচা দালে যাঠি পুৰা পায়।
পকালৈ চালে মূল হেৰায় ॥*

( * কথাগুৰুচৰিত, ভকতীয়া )

৪৬৯। কেঁচু কুমতি গৈ পৰ্ব্বত উঠিল।
দেওমাৰি গিৰিবৰ সাগৰে পৰিল ॥*

( * ভকতীয়া )

৪৭০। কৈ থাক কুকুৰণী।
শুনি থাক ঠাকুৰাণী ॥

৪৭১। কৈছোঁ কথা নকৰ কাণ।
নজনী ভিকতা বিয়া কৰাই আনিছো,
দিছো এদোন ধান ॥

৪৭২। কোনো কোনো পাকত।
ঢেঁকী থোৰাও সোমাই নাকত ॥

৪৭৩। কোটাৰ ঘৰৰ কুটী।
লোকলৈ বুলি হুল পুতি,
আপুনি মৰে ফুটি ॥

৪৭৪। কোন কপালত সাধিম।
পোৰ বিয়াত পাদিম ॥

৪৭৫। কোৱাৰপৰা বগলৈ গ'ল।
ধোবাই ধোৱা কাপোৰ যেন হ'ল ॥

৪৭৬। কোন কিমানৰ কাজী।
ধেনু ভিৰালেহে জানি ॥

৪৭৭। কোনো নাই যাৰ।
ঈশ্বৰ সহায় তাৰ ॥

৪৭৮। কোনে কলে তুলসী, খানিলে মাটি।
শুবলৈ নেপালো পাবিলে পাটী ॥

৪৭৯। কোনোৱে দিয়ে উচটাই,
কোনোৱে দিয়ে তুলি।
প্যাচিয়ে পাচিয়ে ধন ভৰে,
ৰজা হওঁ বুলি ॥

৪৮০। কোচ ভেল্‌কা। ষাঁড়ে চেল্‌কা ॥

৪৮১। কোঢ়া নাবান্ধিবি জানি।
লাও হৈ যায় হুতঙা হুতং,
কোঢ়া হৈ যায় পানী ॥*

( * সাধুকথা )

৪৮২। কোনেনো শিখালেক কোনেনো আবালাক,
কোনেনো দিলাক বুদ্ধি।
আবেৰী মৰবাৰ হ'ল বাৰ বছৰ
আজিহে ভোজনত তুষ্টি ॥

৪৮৩। কোনোৱে মৰে হাড়ে হাড়ে।
কোনোৱে মৰে মণ্ডহৰ ভাবে ॥

৪৮৪। কোমল ঘাঁহ দেখিলে বলদৰ বাঢ়ে বল।
যুৱতী দেখিলে হয় পুৰুষ পাগল ॥

৪৮৫। কোন সাধু কোন চোৰ চিনা সব টান।
বিত পালে সকলোৱে এৰিবেক মান ॥

৪৮৬। কোন জনে সেৱা কৰে কোন জনে লয়।
ইয়াৰ গুহ্য কথা মহন্তেসে কয় ॥*

( * ভকতীয়া, কথাগুৰুচৰিত )

৪৮৭। কোনে কৈত পাইলে সীমা। আঠাই সাগৰ
কাঠী লৈ যায়, জুখিব খোজে অন্ধলা ॥*

( * ভকতীয়া )

৪৮৮। কোপিত সৰ্পৰ মস্তকৰ ৰত্নক ইতৰ জনে,
বাঞ্ছিলে নেকি পায় ?*

( * অসম বুৰঞ্জীৰপৰা )

৪৮৯। কোমল তামোলৰ কেওঁ।
গহীনকৈ চেলাইছে তেওঁ ॥

৪৯০। কৌৰৱৰ চাউল খায়।
পাণ্ডৱৰ গীত গায়।

৪৯১। কৌ কৌ মৰা তই।
দৃষ্টান্ত কৰ নক* মই ॥

( * নক=নোৱাৰোঁ )

৪৯২। ক্ৰন্দনৰ ভাল দীঘল কৰি কান্দে।
শুকুনিয়ে ভাল উকীয়াই বান্ধে ॥
শুদা কুম্ভো ভাল পানী লাগি যায়।
সৰ্পো ভাল দাহিণত পায় ॥

( * দাহিণ=দক্ষিণ )

৪৯৩। ক্ৰোধ ভৈলে ওপজয় আনন্দে মৰয়।
কান্দিলে সুখ পায় হাঁহিলে শুণয় ॥*

( * ভকতীয়া )

## খ

১। খং শিঙা বজোৱা।
২। খঙত আপোনাৰ মঙহ আপুনি খোৱা।
৩। খঙত পেট কাটি ছমাহলৈ শুকনী খোৱা।
৪। খন্তেকৰ ভোজ খাওঁতা নাই।
৫। খঙৰ কিল লপা-থপা।
৬। খং নামে চণ্ডাল।
৭। খৰৰ দৰৰ থুথুন্দত ঘঁহা।
৮। খঙত একো নাই হোৱা।

৯। খট-বান্ধ দি ধৰা।

১০। খঁৰা দা জোকৰা।

১১। খঙে গৈ মূৰৰ চুলি পোৱা।

১২। খটাসুৰ।

১৩। খন পেলাই খন খাওঁ,
বছেৰেকত তামোলটো ঢুকায়।

১৪। খাই এগাৰি যোৱা।

১৫। খাব কড়া জিভা।

১৬। খাবৰ পৰত কুকুং দিয়া মোহা।

১৭। খায়নে কান্ধত পিন্ধে ক'ব নোৱাৰে।

১৮। খাই-গাহৰি।

১৯। খাইছে আথৈয়া গোমে,
ধান দিছে এদোণ।

২০। খালৈতে বৰশী বোৱা।

২১। খাওক ভকতে, ঢুকাওক লগতে।

২২। খালৰ পানী বাঁহপাতে শোহে।

২৩। খাওঁ মাটি ঘৰত, শোওঁ চাং ঘৰত।

২৪। খাই পাত ফলা।

২৫। খাবই নে পিন্ধিবই।

২৬। খাঁৰী গাইৰ লগত সোণ কপিলা বধ যোৱা।

২৭। খাবৰ নোহোৱা ফকিৰে নিতে বোজা ধৰে।

২৮। খাঁৰী-নাকী ছোৱালী, পেটুৱা দৰা।

২৯। খাবলৈ পালে শুবলৈও বিচাৰে।

৩০। খাবৰ সময়ত শুবৰ চিন্তা।

৩১। খালি পাত্ৰৰ বাজন বেছি।

৩২। খাণ্ডৱ দাহ কৰা।

৩৩। খাবলৈ সাধ, দিবলৈ বাদ।

৩৪। খালেও জাত যায়,
নাখালেও পইচা যায়।

৩৫। খাবলৈ ভাল ভজা চাউল,
দেখিবলৈ ভাল মুড়ি।

৩৬। খালৰ যখিনী।

৩৭। খাল খান্দি যখিনী চপাই লোৱা।

৩৮। খাটনি নে লোটনি।

৩৯। খুটাত বান্ধি কিলোৱা।

৪০। খুটি পুতি উজুটি খোৱা।

৪১। খুঁটীয়া ম'হে নাও বুৰোৱা।

৪২। খুটি-ভাল বোৱা।

৪৩। খুদ্ মগনীয়াৰ কুকুৰেই শত্ৰু।

৪৪। খুৰ হ'লে চাচে, লৰা হ'লে পাচে।

৪৫। খুচুৰা খৰচৰ চোৰাং গতি।

৪৬। খুঁটি খাব পৰা কৰা।

৪৭। খুঁটি খাব পৰা হোৱা।

৪৮। খুদ খাই ভু নষ্ট কৰা।

৪৯। খেৰ শুকুৱা দি শুকুৱা।

৫০। খেৰৰ শনি।

৫১। খেতিয়ক হলে ছমাহ ঘৰত,
ছমাহ পথাৰত।

৫২। খেৰডাল বান্ধিলে ঝুটাডাল দি বান্ধে।

৫৩। খোকা পতা।

৫৪। খোজত পকৰা মৰা।

৫৫। খোৱাৰ বোন্দা।

৫৬। খোৱাৰ পৰ্ব্বত।

৫৭। খোৱাৰ খোজে প্ৰতি অপৰাধ।

৫৮। খোৱা আবুৰ, শোৱা আবুৰ।

৫৯। খোজনীয়া ভকতৰ কিহৰ আটি-মুটি

৬০। খোৰাৰ ঠেংহে খালত পৰে।

৬১। খোৱাত আগ, ৰণত পাচ।

৬২। খোৰাৰ আকৌ খৰম।

৬৩। খচ্‌মচ্‌কৈ কাটিছা গুৱা।
তুমি বা আমাৰ কি হোৱা॥

৬৪। খকুৱাই পাত কাটিবলৈ যায়।
নিখকুৱাই মাটিতে তিনি গৰাহ খায়॥

৬৫। খচি-খচি ধুলো চাউল,
ওৰণি ল'লো টানি।
কাৰ লগত কোন শোৱে,
গধূলি হলেহে জানি॥

৬৬। খৰ বান্ধনী, খৰ বাঢ়নী,
পৈয়েক লঘোনে যায়।
ওদা বান্ধনী, ওদা বাঢ়নী,
পৈয়েকে তিনি সাঁজি খায়॥

৬৭। খৰ হ'লে খৰিয়াল, ওদা হলে ভাগে।
জুতিয়ে-বুদ্ধিয়ে পৰিলে, সদৌতে লাগে॥

৬৮। খৰ্‌খৰীৰ লালেকে* লঘোনে যায়।
লেহেৰীৰ লালেকে সাত সাজ খায়॥

(* লালেকে=গিৰীয়েকে)

৬৯। খলুৱাই নেৰে খল।
উদফাই ৰোগত নাথাকে বল॥

৭০। খপিয়াক নিদিবা ঠাই।
খপিয়াই লাৰি-চাৰি খায়॥

৭১। খবো (?) পীৰা ফটা পাত্ৰ।
মুখ চাই ৰান্ধনী হাঁহে মাত্ৰ॥

৭২। খনিব (?) চিকণ লিখন।
থাপত চিকণ চিলন॥

৭৩। খৰ-পোৰা খকুৱা।
তেৰি-মেৰি লকুৱা॥

৭৪। খাই কাঁৰশলা ডালত উঠিল।
মাজত কাঠীচেলেকাৰ মৰণ মিলিল।

৭৫। খাবলৈ পালে ভালা।
খাবলৈ নাপালে চালা॥

৭৬। খাই উঠি খাবৰ মন।
দেউ গণ নে ৰাক্ষস গণ॥

৭৭। খাবৰ বেলিকা মই পোৱাতী হেঁচাই হেঁচাই দে।
কৰিবৰ বেলিকা মই গৰীয়া কিলাই টেঙনিয়াই নে॥

৭৮। খাই উঠিয়ে খাওঁ,
পেটত তিনি সাঁজি ধৰে।
আঁঠুত ভৰ দি উঠিব নোৱাৰোঁ,
পেলাই মাৰে যেন কৰে॥

৭৯। খায় মহাৰাজ গুণ হব।
নাখায় মহাৰাজ ধৰমনো কলৈ যাব॥

৮০। খাই ল খাই ল নৌ শহুৰীলৈ যাওঁতে।
শুই ল শুই ল নৌ পো-জী পাওঁতে॥

৮১। খাব জানিলে ধানেই চিৰা।
বহিব জানিলে মাটিয়েই পীৰা॥

৮২। খাই যাওঁ এখন, পেলাই যাওঁ এখন,
খোপাত চাৰিখন শুকায়।

নাখালেও নোৱাৰোঁ খোৱা মানুহটো,
বছেৰেকত তামোলটো ঢুকায় ॥

৮৩। খাই বৈ হলো শকত।
কলৈ যোৱা কেঁহাই ভকত ॥

৮৪। খাবলৈ নাই কণটো।
বৰসবাহলৈ মনটো ॥

৮৫। খাবলৈ লাগে দুধ-ভাত।
খাব নোৱাৰিলে উৎপাত ॥

৮৬। খায়ো যাওঁ কেতুটি, লয়ো যাওঁ কেতুটি।
আছি যেন পাওঁ কেতুটি ॥

৮৭। খাব নোৱাৰাৰ পাতত ৰৌ-বৰালি।
খাৱৈয়াৰ পাতত কাঁইট দুডালি ॥

৮৮। খালো যেন-তেন কৰি।
উঠোঁ গাত ধৰি ॥

৮৯। খাবৰ পৰত সাত ভাই।
কৰিবৰ পৰত কোনো নাই ॥

৯০। খাই উঠি খাবৰ মন।
তাকে বোলে ৰাক্ষস গণ ॥

৯১। খাবৰ ল'বৰ মন।
হাগোতেও আঁজোৰে বন ॥

৯২। খাই অশলাগী আউনী পান।
নেখালে নধৰে ৰাং ॥

৯৩। খাবলৈ নোহোৱাৰ পেট ডাঙৰ।
পিন্ধিবলৈ নোহোৱাৰ কঁকাল ডাঙৰ ॥

৯৪। খাবে-উছৰাই দুসাঁজি খাবা।
বুঢ়াই-ঠেৰাই দুহালি বাবা ॥

৯৫। খাতী বহুতী ভই।
লগত মৰতী মই॥

৯৬। খায় যি সিও বৰা।
খেদে যি সিও বৰা॥

৯৭। খাবৰ পৰত সুমুমৰ,
হাগিবৰ পৰত সুঁৰৰিবি।

৯৮। খাবলৈ দাম্-ড়ুম্ কৰিবলৈ গৰীয়া।
পিন্ধিবলৈ লাগে আঁচুৰলীয়া চুৰিয়া॥

৯৯। খা ভাত গোঁফৰ জহত।
পাত পেলাওঁতে পাবি গোঁফৰ মহৎ॥

১০০। খাগৰিজানৰ বঙাল।
অপইতা বাঁহৰ তঙাল॥
পুঠী মাছৰ পোৱালী।
তয়ো এজনী ছোৱালী॥
স'ৰা গছৰ মূঢ়া।
তয়ো এটা ল'ৰা॥
দত বগলী, বামত গছ।
কিয় জোকায় আগিয়ানৰ সঁচ।

১০১। খাবলৈ ভাল লাগে নাই উপাৰ্জন।
বহুত ধন আশা কৰোঁ নাই মূলধন॥
পণ্ডিত বোলাব খোজোঁ বিদ্যাহীন অতি।
অন্তৰত নাই জ্ঞান ভকতিত মতি॥

১০২। খাবৰ মন গ'ল দোৱা ভজা চিৰা
কপালত নাহিলো সাধি।
লবৰ মন গ'ল কেঁচবচা বিহা
হাতেৰে নহ'লো কাজী॥

১০৩। খাবৰ মন গ'ল লালোৱা শিঙৰা
বাছিবলৈ লাগিছে ঘিণ।
যাবৰ মন গ'ল পিলিঙা ডেকালৈ
কুলতে অলপ হীন ॥*

( *বিহুগীত )

১০৪। খাইনো খাই থাকিলে হাবিয়াস নপলাই
নাখালে মুগুচে ভোক।
কিনো খায়ে যাবি বালিঘাটৰ বেঙেনা।
দলিয়াই দি যাবি মোক ॥*

( *বিহুগীত )

১০৫। খাবলৈ পালে মোৰ ডোম।
খাবলৈ নাপালে চোৰ ডোম ॥

১০৬। খাৰ খোৱা জিভা।
মাতে কিবা কিবা ॥

১০৭। খাৰলেতিক দেখি আগলেতি হাঁহে।
লহা লহা আগলেতি তোকো লাগি আছে ॥

১০৮। খালি দালি গীতা।
নাখালি নাদালি তিতা ॥

১০৯। খাত্‌ৰি-খুত্‌ৰা, উহ চাউল খেদেলা,
খুদ্‌খাই বিৰেলী হাগে।
ভিক্ষুকেই ভিক্ষা মাগে ॥

১১০। খাগৰি কাটি আহিছে ভাগৰি,
দিছো চাং তলত পীৰা।
ম'হৰ গাখীৰ বুলি দিছোঁ গৰুৰ গাখীৰ
ৰকুলবৰাধানৰ চিৰা ॥
গা ধুই মহৰী গুৰু সেৱা কৰিলে,
খাবলৈ নাপালে চিৰা।

চিৰাৰে খণ্ডতে মাৰি পঠিয়াইছে
গালৈ ভুখৰি পীৰা ॥

১১১। খাই চালে ক'ব পাৰি তিতা নে মধুৰ।
বুলি চালে ক'ব পাৰি বাট কত দূৰ ॥

১১২। খাব নোৱাৰি আৰৈ চাউলৰ ভাত।
শুনিব নোৱাৰি ন চহকীৰ মাত ॥

১১৩। খাবলৈ নেপায় গেলা পুঠী।
তিৰোতাই বিচাৰে হীৰাৰ আঙঠি ॥

১১৪। খাটে খটায় বান্ধে গাঁটি।
তাৰ অৰ্দ্ধেক মূৰত জাপি ॥
ঘৰত বহি সোধয় কথা।
সেই কৃষি সমূলি বৃথা ॥

১১৫। খাটিব নৃপতিৰ পাশ।
বেহা কৰিব লোকৰ শাস ॥
বিহা কৰিব এক সুন্দৰী।
স্মৰণ কৰিব কেৱলে হৰি ॥

১১৬। খাটাখুটা মজুমখা মুখে চাপ ডাঢ়ি।
বেহাৰ ভঙ্গে যাইব গুৱাহাটা বাৰী ॥*

( * অসম বুৰঞ্জী )

১১৭। ( আয়ে দেহি ! ) খাওঁ চিকাচন্দা,
পিন্ধোঁ ধোবাই ধোৱা,
গা হল তিঁয়হৰ জালি।

১১৮। খুজি আনি কৰিবা দান।
তেহে পাবা বৈকুণ্ঠত স্থান ॥

১১৯। খুজি আনি ৰিলাই খায়।
হাতে হাতে স্বৰ্গ পায় ॥

১২০। খুৱাইছে হাতী হেন।
শুকাইছে মাখি যেন ॥

১২১। খুৱাই-বুৱাই কোলাত ল'ম, তেওঁ বুলিব 'তাই'।
মাৰি-ধৰি বাটত থ'ম, তেওঁ বুলিব 'আই' ॥

১২২। খুটা পচিলে ঘৰ পৰে।
আয়ুস টুটিলে মানুহ মৰে ॥

১২৩। খুচ্‌খুচাই পালাক এক দোণ।
একে হানে সাত দোণ ॥

১২৪। খুচুৰ-মুচুৰ খানা গাঁতা*।
কলৈ যোৱা শিয়ালী আতা ॥*

(* গাঁতা=গাঁত, *সাধু)

১২৫। খুৰাই পেলোৱা ডাঢ়ি, ঠাই সৰা জাবৰ।
বেৰৰ আগৰ ফটাকানি তাত কিহৰ সাদৰ ॥

১২৬। খুজি খালে সৰ্ব্বহ পায়।
চুৰ কৰিলে কটা যায় ॥*

(* ভকতীয়া)

১২৭। খেতিৰ কৰিবা বাও।
বাণিজ্যৰ কৰিবা নাও ॥

১২৮। খেনোক দেখি বান্ধে-বাঢ়ে।
খেনোক দেখি দুৱাৰ বান্ধে ॥

১২৯। খেনোৰে দিয়ে উচটাই, খেনোৰে দিয়ে তুলি।
পাচিয়ে পাচিয়ে ধন ভবে ৰজা হওঁ বুলি ॥

১৩০। খেদেলাৰ হাতে-পাগে খাবি।
অ-খেদেলীৰ দুৱাৰ মুখকে নাযাবি ॥

১৩১। খেতিক পৰবাস কৰিব লাগিব, চাপিব গৃহস্থ।
পুত্ৰক পৰবাস কৰিব লাগিব, জিনিব ৰণত।
ভাৰ্য্যাক পৰবাস কৰিব লাগিব বৃদ্ধ কালত ॥

১৩২। খেৰ পুৰি ভুমাল জুই।
বেঙেনা থাকিল ঠেৰেহা হুই ॥

১৩৩। খোজত ধীৰ, কথাত থিৰ।
তেওঁক জানিবা মহাবীৰ ॥

১৩৪। খোজোঁ খাৱণী, দিয়ে লোণ।
এনে উভতিত থাকে কোন ॥

১৩৫। খোপা সক, খোপা ডাঙৰ, খোপাতে মকৰা।
খোপা দেখি মোহ গ'ল হাজাৰী বকৰা ॥

১৩৬। খোজনীয়া লাই, চকত চৰ্চৰায়।
নিজৰ বাৰীৰ লাই, চকত গৰ্গৰায় ॥

১৩৭। খোৰাক দিবা লাঠি।
কণাক দিবা কাটি।

# গ

১। গঙ্গা যাত্ৰা।

২। গঙ্গা জলেৰে গঙ্গা পূজা।

৩। গছৰ পাত লগে নসৰে।

৪। গৰখীয়া ধেমালি কথা।

৫। গৰখীয়া চাই গৰু।

৬। গৰখীয়াৰ মেল।

৭। গৰগঞা মিত্তিৰ।

৮। গৰুখোজৰ পানীলৈ ভয় কথা।

৯। গাঁড়-সিজোৰা দিয়া।

১০। গৰু চুৰ কৰি পঘা ধৰিবলৈ লাজ।

১১। গৰুখোজৰ পানী।

১২। গৰুখুণ্ডা মহাজন।

১৩। গলধন ধৰা ম'হ।

১৪। গজমূৰ্খ।

১৫। গজহস্তী।

১৬। গঁড়ে নেখায়, চেলেকি হাড় উলিয়ায়।

১৭। গছৰ গুটি খাবা নাম নকৰা॥

১৮। গছত তুলি গুৰি কটা।

১৯। গছ লৰিলেও গুৰি নলৰে।

২০। গছৰ সুখেই পখীৰ সুখ।

২১। গৰীয়াক কাণ কেলেই, মৰিয়াক ধান কেলেই।

২২। গৰু মৰিল পোক সৰিল।

২৩। গছ নোহোৱা দেশত এৰাই বৰ বৃক্ষ।

২৪। গণকে গণিলে, তললৈকে মনিলে।

২৫। গপে সিদ্ধি তপে সিদ্ধি।

২৬। গণকেও কৈছে মনেও ধৰিছে।

২৭। গৰু বিচৰাদি বিচৰা।

২৮। গৰু মাৰি গঙ্গা স্নান কৰা।

২৯। গৰু মাৰি জোতা দান।

৩০। গতস্য শোচনা নাস্তি।

৩১। গৰু চৰোৱা, পঁইতা খোৱা।

৩২। গড়গঞা কটাৰীৰ ডাবেও কাটে।

৩৩। গড়গাওঁ, কথা শুনি তল যাওঁ।

৩৪। গড়গঞা হাতী, টিকায়ো নকৰে কাতি।

৩৫। গৰুৱে গু খালে বুলি ধোঁৱাই গু নেখায়।

৩৬। গজ-কচ্ছপৰ যুদ্ধ।

৩৭। গন্ধমাদন পৰ্ব্বত।

৩৮। গৰুড়ৰ আগে দৰ্প হৰয় সৰ্পৰ*। (* ৰামায়ণ)

৩৯। গলৰ মণি।

৪০। গলগ্ৰহ।

৪১। গঁড়ৰ ছাল।

৪২। গৰ্জ্জন আছে বৰ্ষণ নাই।

৪৩। গছত ফুল শ্ৰীকৃষ্ণায়ে নমঃ।

৪৪। গছতকৈ গুটি ডাঙৰ।

৪৫। গছৰ ফুল মাথাৰ চুল।

৪৬। গছে ফলৰ ভৰ ধৰেনে,
ফলে গছৰ ভৰ ধৰে ?

৪৭। গাঁতৰ এন্দুৰ।

৪৮। গা গুৱাহাটীয়া হোৱা।

৪৯। গা জৰ্জ্জৰীয়া লগা।

৫০। গা ঘেলোৱা।

৫১। গা কুট্-কুটোৱা।

৫২। গা ৰাইজাই কৰা।

৫৩। গা ৰঞ্জিত্ ৰঞ্জিত্ কৰা।

৫৪। গাত জুই জলা।

৫৫। গাত পাখি গজা।

৫৬। গাত বিহ লগা।

৫৭। গাত বিহ কাঁড় লগা।

৫৮। গাত গোসাঁই নাইকিয়া হোৱা।

৫৯। গাৰ মঙ্গহেই শত্ৰু।

৬০। গাই-বাই চোৱা।

৬১। গাখীৰে গুড়ে সনা।

৬২। গান্ধী মাৰি হাত গোন্ধোৱা।

৬৩। গায়নৰ ঘেটা।

৬৪। গাহৰি গঁৰাল।

৬৫। গালিতে কুকুৰপিঠা কৰা।

৬৬। গাৰ নোমেই শত্ৰু।

৬৭। গাধীৰ খাই ভাগৰক নেভাগৰক,
লাঠি খায়ে ভাগৰিল।

৬৮। গায়ে গুৰালে এক।

৬৯। গাই গৰু বায়, বত্নাৰলী চায়।

৭০। গাছে গেন্ধেলা, ছকুৰি টেকেলা।

৭১। গালি, যায় আলি আলি।

৭২। গাৰ্ঁৰ নে মাৰৰ।

৭৩। গাৰ্ঁৰ হলেই মাৰৰ।

৭৪। গাইগোটা পেটে ভঁড়াল।

৭৫। গা গোন্ধোৰা।

৭৬। গাৰ গোন্ধত সাতখন বিলৰ মাছ মৰা।

৭৭। গাৰ ফালে পৰপালি দিয়া।

৭৮। গাখীৰ খুৱাই কালসাপ পোহা।

৭৯। গাখীৰে মাটি চুলেগৈ।*

(* সাধুকথা)

৮০। গাধা পিটি ঘোঁৰা কৰা।

৮১। গাত জৰ উঠা।

৮২। গাত হাত দি কোৱা।

৮৩। গাৰ্ঁৱেই নাই, তাৰ আকৌ সীমা।

৮৪। গাই গুৰালৰ সম্বন্ধ।

৮৫। গাখীৰতে ম'হৰ খুটি, সান্দহতে হাত।

৮৬। গায়নৰ ঘৰৰ কুকুৰেও ৰাগ টানে।

৮৭। গায়নৰ ঘৰৰ বোন্দায়ো ৰাগ টানে।

৮৮। গাখীৰতকৈ শুকুলা, তাকে বোলে কুঠীয়া।

৮৯। গুৰুঘৰৰ ঘেটা।

৯০। গুড় চেলেকোৱা।

৯১। গুণৱতী বাধা।

৯২। গুণৱতী ভাৰ্য্যা।

৯৩। গুৰিত গোবৰ দিয়া।

৯৪। গুৰুএৰা ভক্তি।

৯৫। গুৰুবাক্যৰ ভিতৰ ।

৯৬। গুৰুকে খায়, পাদকে ঘিণায়।

৯৭। গুটি নোহোৱা গছত বান্দৰো নুঠে।

৯৮। গুটি লগা গছে বিস্তাৰত মানুহে সমান।

৯৯। গু খুচৰিলে বেছিকৈহে গোন্ধায়।

১০০। গুৰু-গোসাঁই নাইকিয়া।

১০১। গুৰু-গোসাঁইৰ অন্তৰ।

১০২। গুৰু-ভকতৰ অন্তৰ।

১০৩। গুৰু-ভকতৰ আঁৰ।

১০৪। গুত চাউল তিয়াই খোৱা।

১০৫। গুত কোৰ মাৰিলে গাতহে ছিটিকনি পৰে।

১০৬। গুৰু উপদেশে আপোনাত হুন্তে নোপজে কৃষ্ণত মতি।*

(* কীৰ্ত্তন)

১০৭। গুড়ৰ গোন্ধ পালেই পিপৰা আহে।

১০৮। গুৰি কাটি আগত পানী ঢলা।

১০৯। গুৰিত্তে কেণা।

১১০। গু চেৰেলিওৱা, হাগে ছুৰৰি বনত, কোৰৰ কাণ কটা।

১১১। গুৰি কটা গছ।

১১২। গৃহস্থৰো একদিন, বছৰাখো এক দিন।

১১৩। গেঁৰ নসৰা ল'ৰা।

১১৪। গেলাখান্ত চেঙা তেল দিয়া।

১১৫ । গেলাত টেঙা দিয়া ।

১১৬ । গোৱে-পোৱে তল যোৱা কথা ।

১১৭ । গোসাঁনী লম্ভা ।

১১৮ । গোম সাপৰ কণী অনা ।

১১৯ । গোঁজেই গজালি হোৱা ।

১২০ । গোপাল, আটাইবে একো পাল ।

১২১ । গোৰ মাৰি গঙ্গাত পেলোৱা ।

১২২ । গোত্ৰৰ গালি ।

১২৩ । গোজা-তাপলি দিয়া ।

১২৪ । গোঁৱাৰ গোবিন্দ ।

১২৫ । গোলাপ ফুলত কাঁইট ।

১২৬ । গোকুলৰ ষাঁড় ।

১২৭ । গোকুলৰ গোসাঁই ।

১২৮ । গোহালিৰ গৰুৱে বাৰীৰ ঘাঁহে ৰাহি নাহে ।

১২৯ । গোঁফত তাও দিয়া ।

১৩০ । গ্ৰাহ-গজেন্দ্ৰৰ যুদ্ধ ।

১৩১ । গৰুৰ আগত টোকাৰি বায় ।
শিং জোকাৰি ঘাঁহ খায় ॥

১৩২ । গৰু আনিবা ৰিংটিঙিয়াৰ ।
ছোৱালী আনিবা দিনটিয়াৰ ॥

১৩৩ । গৰু আনিবা ৰিঙৰ বাটত ।
ছোৱালী দিবা দিনৰ বাটত ॥

১৩৪ । গছ মধ্যে তামোল থুকি, লতা মধ্যে পাণ ।
সভা মধ্যে সভাসদে লয় হৰিনাম ॥

১৩৫ । গধূলিৰ অতিথি সাক্ষাৎ দামোদৰ ।
যি নোসোধে সি গুৰু ভকতৰ অন্তৰ ॥

১৩৬। গড়গাৱঁৰ পিছল বাট।
বুঢ়াকো নমনি, ডেকাকো নমনি, ( নিচিনি )
হাতে পতি লাখুটি পাট ॥

১৩৭। গছত কঠাল ওঁঠত তেল।
নৌ খাওঁতেই চেলবেল॥

১৩৮। গজমূৰী গাই।
পৰৰ নেপালে নিজৰে খায় ॥

১৩৯। গৰুৰ বাছা উলটি নাচা।
মানুহৰ বাছা মলত পচা ॥

১৪০। গধূলিতে আনিলো ছকুৰি ভৰি।
পুৱালৈ মৰিল চপৰা খহি ॥

১৪১। গৰু নষ্ট হয় পৰৰ ঘৰত থ'লে।
খেতি নষ্ট হয় মাজে বাট ল'লে ॥

১৪২। গৰু মৰে এৰালত।
মানুহ মৰে সজালত ॥

১৪৩। গৰু মৰে লতাত লাগি।
মানুহ মৰে কথাত লাগি ॥

১৪৪। গৰুৰ চেলেকা-চেলেকী,
মানুহৰ খোৱা-লোৱা।

১৪৫। গৰুড়ে ই পৰ্ব্বতৰ পৰা সি পৰ্ব্বতলৈ উৰাও কৰে,
টিপচীয়ে ইডালি-সিডালি কৰে।

১৪৬। গছো নাই, পাতো নাই।
লোণৰ সমান সোৱাদো নাই ॥

১৪৭। গছত উঠি চাবি।
বাইজ যেনি যায়, সেই পিনে যাবি ॥

১৪৮। গৰু মৰে ঘূৰি।
মানুহ মৰে ফুৰি ॥

১৪৯। গণক দেউৰ জোলোঙা দেখিছাহে সক।
চাউল ধৰে, চৰু ধৰে, আৰু ধৰে গৰু॥

১৫০। গঁতাত ৰাজবাট পালে।
গোৰ মাৰি গঙ্গাত পেলালে॥

১৫১। গৰু কিনিবা উদাঁত।
গৰু কিনিবা দুদাঁত॥
গৰু কিনিবা নিফুল বগা।
তেওঁ যদি হয় দগা, তাৰ হ'ম মই লগা॥

১৫২। গধূলি বজাৰৰ পাভ মাছ কিনিলো,
খৰিচা টেঙা দি ৰান্ধোঁ।
খাবৰ সময়ত তোলৈ মনত পৰে,
পাতত বহিলৈ কান্দোঁ॥*

(* বিহুগীত)

১৫৩। গছকত গেলিলে মখনা-মাখুন্দী,
নিগনিয়ে ভেটিলে বাট।
ঢোলৰ মাৰি বাজে তিখিটি খিট্ তাওঁ
ঢোলৰ মুখত নাই মাত॥

১৫৪। গ'লিত* আছে কপিলী গাই।
সেই গিৰেতনী* হাঁৰিত খায়॥
ঘৰত সোমাইছে কঠালৰ শিয়া।
মই শেতে কৰিম কিয়া॥

(* গ'লিত—গোহালিত)
(* গিৰেতনী—গিৰিহঁতনী)

১৫৫। গপত মৰিলে গজহস্তী, ফোকাষত মৰিল গোম্।
শ খাওঁতে শগুণ মৰিল, আঁজোৰত মৰিল ডোম॥*

(* সাধুকথা)

১৫৬। গৰু কিনিবা দীঘল নেজা।
মৈত উঠিবা নহৈ কুঁজা।

১৫৭। গৰু কিনিবা চিকুণ জালি।
তুই চাৰি ছয় দন্তীয়া ভালি॥
হৰিণৰ সদৃশ যাৰ কাণ।
সেই বলধক বিচাৰি আন॥

১৫৮। গয়া প্ৰয়াগ বাৰাণসী যায়।
গঙ্গাৰ স্থানত সবাকে পায়॥

১৫৯। গৰখীয়া যদি পানৈ (?) খুৰ।
ৰাওমুৰা হলে তেজিবা দূৰ॥
বিচা নেজীয়া কলীয়া চুট।
কিনিবা বলদ বিচাৰি গোট॥

১৬০। গৰু কিন যদি চিত পাখৰ।
তাক মেলিয়ো একে আখাৰ (?)॥
টকা নেজা ঠঁটৰি চুটি।
সেইটো জানিবা গৰীয়া গুটি॥

১৬১। গৰখীয়াই পিয়ে পানী।
গোমচকৰিয়াক ঘৰলৈ নানি॥
ভালজুৰীয়াই বয় হাল।
ভাতে নাটে সৰ্ব্ব কাজ॥

১৬২। গৰু ভালে হাল।
নাঙল ভালে ফাল॥

১৬৩। গছৰ ডালত নিয়া গৰুক চৰায়।
ম'হৰ পিঠিত হস্তী চৰিয়া ফুৰয়॥*

(* ভকতীয়া)

১৬৪। গছত উঠা মৰে।
লগা হোৱা মৰে।

১৬৫। গছৰ ডালত পৰি কপোটি মাতয়।
জাকে জাকে শিলগুটি পাৰ হৈ যায় ॥*

(* ভকতীয়া )

১৬৬। গছৰ আগত আনি হালক জুৰিলা।
তেতিয়াহে নদীসব স্বৰ্গক চলিলা ॥*

(* ভকতীয়া )

১৬৭। গলত ঘা যাৰ সি কয় তৰিম ।
আঁঠুত ঘা যাৰ সি কয় মৰিম ॥

১৬৮। গছৰ আগত চৰু বঢ়ায় খুঁটি মাৰি।
ভাত সিজাই ভকতক খুৱায় শাৰী-শাৰী।*

(* ভকতীয়া )

১৬৯। গৰীয়াৰ গৰু মৰিয়াই বায়।
তাৰ কোনে (কি) আগ-গুৰি চায় ॥

১৭০। গধূলিতে সাত হাল বায়।
পুৱা হলে এহালো নাই ॥

১৭১। গড় বান্ধি যুঁজিলে ৰথী।
গড় নবন্ধাকৈ যুঁজিলেহে মহাৰথী ॥*

(* চৰিত পুথি )

১৭২। গড়গঞা মিতিৰৰ ভাও।
মুখে বোলে থাক থাক,
ভৰিৰে হেচোঁকে নাও ॥

১৭৩। গড়গাৰ্ঁৰ পিছল বাট।
চকৰাকো নিচিনি, চকৰীকো নিচিনি;
ঢোল যেন ঢোল যেন পেট ॥

১৭৪। গড়গঞা তিৰী, গাত নাই চিৰি।
জোকাজোকে আঁৰি যায় পিতলৰ বিৰি ॥

১৭৫। গালো নাম গ'ল উৰি।
তাৰ নাই আগ-গুৰি ॥

১৭৬। গাত নাই ছাল-বাকলি।
মদ খায় তিন টেকেলি ॥

১৭৭। গাত নাই কাপোৰ-কানি।
চুতীয়া শালিকাই লৈ যায় টানি ॥

১৭৮। গাখীৰৰ গোন্ধেৰে খাবা।
মিতিৰৰ গোন্ধেৰে যাবা ॥

১৭৯। গাঁত চাই পাতিবা হাত।
খাবা প্ৰবাসত ভাত ॥

১৮০। গাখীৰৰ নামে পানীকে খাবা।
দোলাৰ নামে শিকিয়াতে যাবা।

১৮১। গা সুখী পেটে সুখী।
থাক বলধা চাঙত উঠি ॥

১৮২। গালি দি গালি খায়।
নামাতিলে একো নাই ॥

১৮৩। গাখীৰ খোৱা সাৰে।
চুঙা চোৰা পৰে ॥

১৮৪। গাখীৰ খাব যি।
চুঙাও ধুব সি ॥

১৮৫। গাই-গাৰি শকত।
এফেৰিও বল নাই বান্দীৰ ৰকত ॥

১৮৬। গাঁঠিত নাই ধন।
মন যায় ঘনে-ঘন ॥
( গাঁঠিত নাই ধন।
কি হব কৰিলে মন ) ॥

১৮৭। গাই শুৱালে সন্মতি হ'লে,
এক আঠু পানীতো ডুব ( ডুহিব ) পাৰি।

১৮৮। গাৰ নেপায় গম-গতি।
আলুক বুলি গাল মাৰিলে টিকলচিৰ গুটি ॥

১৮৯। গালো বালো খোলাকটিৰ ভাল।
অৰিহণা দিলে মাছচাউল গাল ॥

১৯০। গাভকৰে বিচাৰে দৰা।
বামুণে বিচাৰে মৰা ॥

১৯১। গাইটিহে মৰি।
পোৱালিটি পাথৰী ॥

১৯২। গাটো দেখিলেও ভাল।
উঠি জুইকুৰা জাল ॥

১৯৩। গাত নাই বল।
নাও সোমাইছে জোপাৰ তল ॥

১৯৪। গাই চাবা গধূলি, বোৱা চাবা পুৱা।
মাছ মাৰোতে ছোৱালী চাবা কোন কেনেকুৱা ॥

১৯৫। গাহৰিয়ে মাটি খান্দিও নেপায়।
শিয়ালে খোজ পেলায়ে পায় ॥

১৯৬। গাভক কালতে আছিলো একমী,
ভুকুত ভাঙিছিলো বেল।
কেঁচা সৰিয়হ মুঠিত চেপামাৰি
মুখত ঘঁহিছিলো তেল ॥

১৯৭। গাইৰ বৰ্জ্জিত ওলম বাহী।
তিৰোতা বৰ্জ্জিত ঘনে তোলে হাঁহি ॥
আসনৰ বৰ্জ্জিত তিনি খুৰা।
বিপ্ৰৰ বৰ্জ্জিত যদি খায় সুৰা ॥

১৯৮। গালৈ চালে নেখায় চাকিমুঠি,
গেন্ধেলীনাকী ঐ, ধপাত হোঁপাচেৰেক খা ।

১৯৯। গা ক'লা হ'ল, জাঁজী নৈৰ পানী;
কাপোৰ ক'লা হ'ল মলি ।
তোমাৰে বেজাৰত দেহা ক'লা পৰে
যমেও নিনিয়ে মাৰি* ॥

( * বিহুগীত )

২০০। গাঁতৰ ধন, পাতৰ ( কিতাপৰ ) বোল ।
বাঁহৰ আগত ওলোমা ভোল ॥

২০১। গাঁঠিৰ গুৱা-পান খাবা ।
নিজৰ খালৰ খলিহা পুঠী,
মজিয়াত দিব লুটিয়ালুটি,
ছমাহলৈ শুকতি-খুন্দি, ছমাহলৈ খাবা ॥

২০২। গাওঁহাবা ধৰাই কাটি,
গাওঁবুঢ়াৰ মাথাই ছাতি ।
স্বৰ্গদেউৰ উপৰে যোগুাই চুটি ॥*

( * সাধুকথা )

২০৩। গাৰ মলি ধুলে যায়।
মনৰ মলি লগত যায় ॥

২০৪। গাওঁতে গাওঁতে গায়ন ।
বাওঁতে বাওঁতে বায়ন ॥

২০৫। গাত আছে গোধ।
লোকৰ কৰে সোধ ॥

২০৬। গাঁৱে* নজানে আথান্-থান্।
সাধে* নজানে গৃহস্থৰ মান ॥
বিড়ালীয়ে নজানে মগনীয়া ।
যমে নজানে একুটীয়া ॥

( *গাঁৱ—কৌঁহা । *সাধে—যি ধাৰ সাধিবলৈ আহে )

২০৭। গাৱঁৰ বলধ, নিকটৰ ভুঁই।
ইহাক নেৰিবা জানন্তা হুই॥
যুজাক বিচাৰি কিনিবা গাই।
ঘৰমুৱা পাচ ডাঙৰ চাই॥

২০৮। গাও ভাই গাও।
আনে খায় ডাব নাৰিকল,
মাধবে খায় লাও।*

(* ভকতীয়া)

২০৯। গাঁওৰ ভিতৰত কাকৰা মৰে
স্বৰ্গৰ অম্বুজ ( অম্বুচ ? ) বৰ।
ডালৰ বগলী নিৰামুহি খায়,
পণ্ডিতে খালে চৰ॥*

(* ভকতীয়া)

২১০। গাখীৰৰ ধন চৰত,
পাণৰ ধন লৰত।
ধানৰ ধন ঘৰত॥

২১১। গাহৰিয়ে বিয়া কৰায় কুলিৰ জীয়াৰী।
তাকে দেখি কাউৰীয়ে মাতে ৰঙ্গ কৰি॥*

(* ভকতীয়া)

২১২। গায়ন নতবে বায়ন নতবে, নতবে ভাগবটা।
দেউৰী নতবে, ভঁৰালী নতবে, নতবে হাতীমতা॥

২১৩। গিৰীহঁত মৰে খৰলি খাই।
চোৰে নিয়ে লফা দাই॥

২১৪। গিৰীয়েকে বোলে ভোক্-ভোক্।
ঘৈণীয়েকে বোলে পুৱা-গধূলি একে সাঁজে হোক॥

২১৫। গিৰীকৰে ধানে। গিৰীকৰে পাণে॥

২১৬। গিৰিহঁত নোহোৱা গৰু।
ঢাকন নোহোৱা চৰু ॥

২১৭। গিৰেস্তেনী ( গিৰিহঁতনী ) ভাঙে কাঁহী।
ঘৰতে ৰ'ল হাঁহি ॥

২১৮। গিৰীয়েকে ভক্তি গায়,
ঘৈণীয়েকে চাউল চোবায়।
সেই ভক্তি অথলে যায় ॥

২১৯। গীদে খায়, মুখে হাগে সোণৰ পুতলি।
আপোনাৰ তিৰীকলৈ ফুৰে শিৰে তুলি ॥*

( * ভকতীয়া )

২২০। গুৰু-গোসাঁই নমনা বৰা।
স্বৰগ পৰি মৰা আঁঠিমা কলা ॥

২২১। গুৰুতকৈ শিষ্য সিয়ান।
খুচৰি খুচৰি লয় জ্ঞান ॥

২২২। গুৰি পকৱাৰ অলপ পানীয়েই ( ৰৰষুণেই ) বান।
সোলা মুখত এচৰ সহাই টান ॥

২২৩। গুৰিত কাটে আগত পানী ঢালে।
গছে বোলে মোক বৰ প্ৰতিপাল কৰে ॥

২২৪। গুৰুতো নেলাগিলি অ' বুঢ়া জিকা,
ভকতভো নেলাগিলি অ' বুঢ়া জিকা,
ভিতৰি বান্ধিলি জাল।

২২৫। গুৰুপদ সেৱা, অতিথি পূজে।
চিৰকাল নাৰী যুবক ভুঞ্জে ॥

২২৬। গুৰুকো মাৰিবা ভকতক মাৰিবা
মাৰিবা সোদৰৰ ভাই।
লগৰ সঙ্গ-ভকতক মৰিয়াই মাৰিবা
তেহে পাবা বৈকুণ্ঠত ঠাই ॥*

( * ভকতীয়া )

২২৭। গুৰুত আছে গুৰুত যায়।
অপৰে আৰ্জ্জে অপৰে খায় ॥*

( * ভকতীয়া )

২২৮। গুৰুৱে দিয়ে মাটি।
শিষ্যে ধৰে আঁটি।।*

( * ভকতীয়া )

২২৯। গুৰি কটা আগ থঁৰা।
যায় গুম্ গুম্কৈ নাহৰ বৰা ॥*

( * ভকতীয়া। সাথৰো হয় )

২৩০। গৃহ দানে পায় নাৰী সুন্দৰী।
কন্যা দানে পায় ইন্দ্ৰৰ পুৰী ॥

২৩১। গৃহিণী হুয়া বোলয় কঠোৰ।
আয় সুবুদ্ধি ব্যয় কৰে প্ৰচুৰ ॥
ওলাই গৈয়া নাহে সকালে।
তাইক দুষ্টা স্ত্ৰী বোলে সকলে ॥

২৩২। গৃহিণীৰ আউল-বাউল কেশ।
কন্দল কৰে বিপৰীত বেশ ॥
কন্দল শুনিলে বাহিৰক যায়।
নাচ-গীত শুনিলে সত্বৰে ধায় ॥
সেই স্ত্ৰী সমে যি কৰে বাস।
তাৰ নাই জীৱনত আশ ॥

২৩৩। গেন্ধেলা মুখখন গাখীৰেৰে ধোৱে।
কঁকালভঙা বিড়ালী মণিকূটত শোৱে ॥
বোলে, আইহে চন্দ্ৰলৈ নেমেলি পাও।
ভৰিও ভাঙি, চন্দ্ৰও নেপাও ॥

২৩৪। গোট পাইকে সাঁজত বৌ মাছ খায়,
বাঘনেজী ঠেঙা পাৰি বহে ।*

( * বুৰঞ্জীৰ পথা ).

২৩৫। গোহাঁয়নী আপুনি গোবৰ লদি লদি কৰক,
মই শোকোতাৰ হাড় ভাঙোঁ ।

২৩৬। গোন্ধ তেলৰ টেকেলি,
নমাই দে ফেদেলী,
খৰে-খোৱা পৈয়েৰে ঘঁহক ।

২৩৭। গোন্ধাইছে গা, তেহেলৈকে যা ।
ঢোল যেন পেটত মৃদঙ্গটো বা ॥

২৩৮। গোবিন্দৰ নাতি ।
আগে খায় চিৰা, পিচে সোধে জাতি ॥

২৩৯। গো হ'ল গৰীয়া, পো হ'ল চোৰ ।
জী হ'ল নাচনী ( বান্দৰী ), মৰণ হ'ল মোৰ ॥

২৪০। গো চিকুণ পৰৰ ।
পো চিকুণ ঘৰৰ ॥

২৪১। গোসাঁই হেঙেৰা, চৰণ পথৰা,
কথাৰ নাজানে গোড় ।
শুকুলতি পাতত স্বৰগা নাবান্ধি
মজয় সংসাৰ ঘোৰ ॥*

( * ভকতীয়া )

২৪২। গোৰ কটা গছৰ আগত পানী দিবা ।
তেবেসে ফুলগোটা খাবলৈ পাবা ।*

( * ভকতীয়া )

২৪৩। গোবৰ খুঁটি সচলু কাঠ ।
সেকিলে নাৰী নোহে অনাথ ॥

# ঘ

১। ঘঁৰিয়ালপৰ দিয়া।

২। ঘৰ গুচাই বাঁহতল কৰা।

৩। ঘৰ-পতা ককা।

৪। ঘৰৰ খাই বনৰ ম'হ খেদা।

৫। ঘনাই খুটিলে শিঙৰাও মাছ।

৬। ঘঁহি থাকিলে শিলো ক্ষয় যায়।

৭। ঘৰত চাউল নাই, গাৱঁতো একাদশী।

৮। ঘৰ চিৰিকাই ৰাজহংসৰ খোজ ধৰা।

৯। ঘৰৰ ল'ৰা ঘৰলৈ অহা।

১০। ঘৰৰ শত্রু বিভীষণ ( ঘৰ-বিভীষণ )।

১১। ঘৰ চাই বৰ।

১২। ঘৰজোঁৱাই।

১৩। ঘৰ চাই দিওঁ বুলি খেৰ দলিয়াবলৈও নাহে।

১৪। ঘৰকে লাবি বান্ধে, তেওঁ চুৱাপাত নেপেলায়।

১৫। ঘৰেই পৰ, পৰেই ঘৰ।

১৬। ঘৰ বুঢ়া কৰে মুখে, মানুহ বুঢ়া কৰে গোঁফে।

১৭। ঘৰতে শকত, কেলেই লাগিছে পৰৰ ভকত।

১৮। ঘৰৰ বুঢ়া, পথাৰৰ মুঢ়া।

১৯। ঘৰৰ বুঢ়া, জুহালৰ মুঢ়া।

২০। ঘাটৰ চেলেকনা।

২১। ঘাই শাক মৰলীয়া।

২২। ঘাটৰ জল, বাটৰ দূৰৰি।

২৩। ঘাটৰ জল ঘাটে সোধোৱা।

২৪। ঘা শুকায়, কথা নুশুকায়।

২৫। ঘ্ৰাণেন অৰ্দ্ধ ভোজনম্।

২৬। ঘিঁউৰ চকত হাত দি অহা।

২৭। ঘুণে খোৱা খুঁটা।

২৮। ঘুণাক্ষৰেও নজনা।

২৯। ঘোঁৰা শিঙৰ কঁৰীয়া পিক্কোৱা।

৩০। ঘোঁৰা-বাগৰ দিয়া।

৩১। ঘোচামৰ জৰী।

৩২। ঘোৰা-বত্নাৱলী পঢ়া।

৩৩। ঘোঁৰা নৌ ঘটোতেই চাবুক ঘটা।

৩৪। ঘোঁৰা দেখি খোৰা।

৩৫। ঘোঁৰাৰ ডিমা।

৩৬। ঘোৰ কলিকাল।

৩৭। ঘৰত নাই কণটো, বৰসবাহলৈ মনটো।

৩৮। ঘৰতো নাছিলো খাই, ইয়াতো পাবলৈ নাই।

৩৯। ঘহন্তি পিহন্তি খুবা মাৰ্জ্জন্তি।
তুমি কি কৰিছা আমি তাক জানন্তি ॥*

(* সাধুকথা)

৪০। ঘৰৰ বৈৰী লবাহঁতৰ মাক।
তোমাক সুস্থধি সুধিমনো কাক ॥

৪১। ঘৰৰ ভিতৰত একেটি গৰু
তাক দিছিলো এবাল।
আবেলি-বেলিকা বতাহ জাক মাৰিলে
সিও লৰ মাৰি পলাল ॥

৪২। ঘৰ চাবলৈ জৰী।
বিয়া চাবলৈ কড়ি ॥

৪৩। ঘনমূৰী আছু।
তলমূৰী শাছু ॥

৪৪। ঘনাই দিবা আলি, তাত দিবা শালি।
তেও যদি নহয় ধান, ডাকক দিবা গালি ॥

৪৫। ঘন ঘনকৈ দিবা আলি।
পৰ্ব্বতৰ টিঙত কৰা শালি ॥

৪৬। ঘন ছাটি উত্তম ( কদম ) ঢাল।
মাক ভালেহে জীয়েক ভাল ॥

৪৭। ঘৰত নাই কুটা গছ।
নগুলাত পাৰে তেল গছ ॥

৪৮। ঘৰৰ শোভা বুঢ়া।
গছৰ শোভা মুঢ়া ॥

৪৯। ঘৰ নাশ কৰে ঢোকাই।
মেল নাশ কৰে হোঁকাই ॥

৫০। ঘৰৰ কথা নকৰা পৰক।
কলে হয় লৰক-ফৰক ॥

৫১। ঘৰে পতি ধৈণী।
খালে পতি যখিনী ॥

৫২। ঘৰে নপ্‌তোই* পৰে নপ্‌তোই ;
নপ্‌তোই বান্ধা গিৰী।
ছাই নপ্‌তোই ছলি নপ্‌তোই
নপ্‌তোই পাটীৰ তিৰী ॥

( *নপ্‌তোই = নপতিয়াৱ )

৫৩। ঘৰত আছে তিনিজন।
হাগি ভৰায় কোনজন ॥

৫৪। ঘৰত নাই চাউল খুদটো।
বিয়া পাতিবলৈ মনটো ॥

৫৫। ঘৰত নাই অন্ন।
নাম দাতাকৰ্ণ ॥

৫৬। ঘৰৰ কথা পৰক কয়, তাকে বোলে পৰ।
চ'ত মাহত কেঁথা লয়, তাকে বোলে জৰ ॥

৫৭। ঘটিয়াক নিদিবা লাই।
ঘটিয়াই খাই, লৰাই-চৰাই ॥

৫৮। ঘন সৰিয়হ, পাতল মাহ।
আৱৰণ দিবা কপাহ, বাঁহ ॥

৫৯। ঘন সৰিয়হ পাতল মাহ।
মগুৰ তলত চৰে হাঁহ ॥

৬০। ঘৰে চুলি মেলি বান্ধে বাহিৰে।
অল্প চুলি তুলি বান্ধয় শিৰে ॥
নিজ-ঘৰ এৰি যায় পৰ-ঘৰ।
ডাকে বোলে তাইক এৰিবা নৰ ॥

৬১। ঘৰে ঘৰে কৰিবা ভিক্ষা।
তেওঁ নিদিবা অঙ্কৰ ঠিকা ॥

৬২। ঘৰে বসি তীৰ্থ কৰে, সেই বাপৰ বেটা।
দাঁত ছেলাই ফুৰে সিটো হাতে লৈ ছাতা ॥*

( * ভকতীয়া )

৬৩। ঘৰ বেয়া কৰে বুঢ়ীয়ে।
পেট বেয়া কৰে মুড়ীয়ে ॥

৬৪। ঘণ্টা-মঙ্গল তিথিত নাপায় খাব ভাত।
যি মানুহে খাব ভাত, সি যাব নৰকত ॥*

( * সাধুকথা )

৬৫। ঘিঁউৱে সামৰিলে কলহৰ থমা দৈ,
জীৱে সামৰিলে দেহা।

সৰ্পে সামৰিলে বামুণী ভেকোলা,
ধনে সামৰিলে বেহা ॥

৬৬। ঘুমটিৰ কি ৰবি-বকৰা।
ভোকৰ কি পন্তা-জকৰা ॥

৬৭। ঘুমটিত যিজনী থাকে ঘেণ্ডৱাই।
খণ্ডত স্বামীক বোলে বোপাই ॥
ধৰণী কঁপে পাৱৰ ঘায়।
সিজনী জানা স্বামীক খায় ॥

৬৮। ঘৃত গুড় তেতেলী লৱণ সমান।
অৰুচি নাশ কৰে ভাল কৰি জান ॥

৬৯। ঘৈণীয়েই ঘৰ।
ঘৈণী নহলে ঘৰেই অঘৰ ( অথৰ ) ॥

৭০। ধোঁবাক চিনি কাণত, ভিৰীক চিনি টানত ( স্নানত )।
খুৰ চিনি শানত ॥

৭১। ঘোঁৰা ইচ্ছাই ঘুঁৰী।
বিধতাই থৈছে জুৰি ॥

৭২। ঘোক্ বাই ঘোক্।
সাপে খুটিলে তোক, মাছটি দিবি মোক ॥

# চ

১। চকুত থু দি কন্দা।
২। চকুত তেল দি কন্দা।
৩। চকুতে বালি মৰা।
৪। চটাই পাখৰী।
৫। চতৰ বিছলৈ ছমাহ থাকোঁতেই হাত মেলি নচা।

৬। চল পাই চাপৰি বোৱা।

৭। চবাই কাণে পহু কাণে শুনা।

৮। চক ফুটি জোল গ'ল।

৯। চৰ ধান বাইশ বছৰীয়া।

১০। চক চোৱা কুকুৰৰ টাঙোনেই গতি।

১১। চকু থাকি কণা, কাণ থাকি কলা।

১২। চকুৰ আঁতৰ হ'লেই মনৰ আঁতৰ।

১৩। চনৰ মাজত বনৰ দুখ।

১৪। চৰা গছতহে বতাহ লাগে।

(চৰা=ওখ)

১৫। চকুত ধূলি মৰা (দিয়া)।

১৬। চকুৱে সৰিয়হ ফুল দেখা।

১৭। চকুৱে জুই আঙনি দেখা।

১৮। চকুৰ কুটা দাঁতৰ হুল।

১৯। চৰথৰীয়াত পৰা।

২০। চকু থাকি খালত পৰা।

২১। চকু-মুদা কুলি।

২২। চকক সুধি চাউল বহোৱা।

২৩। চৰাইটো হৈয়ো ধানটো নোখোটা।

২৪। চকুৰ আগে জুই আঙনি দেখা।

২৫। চকুৰে নেদেখা কাণেৰে নুশুনা।

২৬। চহৰে কহৰ, কহৰে (নগৰ) চহৰ।

২৭। চৰাইটিহে সক, লয় হোলোং গছত বাহ।

২৮। চৰণীয়া গৰুৰ বাটে বাটে ঘাঁহ।

২৯। চন্দা এটা বোন্দা ওঠৰটা।

৩০। চকুত আঙুলি দি দেখুৱা।

৩১। চকুৰ পানীয়ে নাকৰ পানীয়ে একে হোৱা।

৩২। চৰ দি চৰ লোৱা।

৩৩। চতুৰ্ভুজ ৰূপ ধৰা।

৩৪। চৰ্ব্বিত-চৰ্ব্বণ কৰা।

৩৫। চন্দ্ৰটো কলঙ্ক আছে।

৩৬। চকু খোৱা।

৩৭। চকুৱে ৰঙা-নীলা দেখা।

৩৮। চকুৱে হালধীয়া দেখা।

৩৯। চকুৱে মাণিক দেখা।

৪০। চকুক নাঁটে পেটক আঁতে।

৪১। চক্‌মকীয়া হ'লেই সোণ নহয়।*

(* ইংৰাজী উক্তিৰ প্ৰভাৱত)

৪২। চল পাই বিয়নী নিত্তৌ তিনি বেলি।

৪৩। চল পাই চাপৰি বজোৱা।

৪৪। চাঙত তুলি ধোঁৱা দিয়া।

৪৫। চাৰিআঙুলীয়া কপাল।

৪৬। চাৰিঢাপৰ বাজ।

৪৭। চালে পানী কটা।

৪৮। চাৰিদিনীয়া ভকত হৈ ভাতক অন্ন বোলা।

৪৯। চাৰা ৰাতি গাই ধেন দেই,
দাম্‌ৰী দেই এটা।

(চাৰা=গোটেই। দাম্‌ৰী=দামুৰী)

৫০। চাউল মগনীয়াৰ কুকুৰেই শত্ৰু।

৫১। চাৰিটাৰ লাঠি এটাৰ ভাৰ।

৫২। চাপৰি যোৱাকে কুঁজা বোলে।

৫৩। চাপৰিলে মেঘ নেৰায়।

৫৪। চাহৰ চেঁচা মাছৰ কেঁচা।

৫৫। চাউল চুৰুণীৰ মনেই গোন্ধায়।

৫৬। চাকৰে কুকুৰে সমান।

৫৭। চালনীয়ে বোলে বেজী তোৰ মূৰত ফুটা ( বিন্ধা )।

৫৮। চামৰ পীৰা পাৰি বহুৱা।

৫৯। চাম পিয়াৰা নে কাম পিয়াৰা।

৬০। চালে-বাৰে কোবোৱা।

৬১। চাৰি ঠেঙীয়াক বিশ্বাস কৰিবা,
দুই ঠেঙীয়াক নকৰিবা।

৬২। চিকা পোৱালী।

৬৩। চিলাই নিয়া, কোৱাই নিয়া।

৬৪। চিকুটি লাও বুঢ়া কৰা।

৬৫। চিত্ হৈ মাৰলি গণা ( লেখা )।

৬৬। চিলাই থাপ মৰা।

৬৭। চিঞৰত গগন ফলা।

৬৮। চিঞৰত গছৰ পাত সৰোৱা।

৬৯। চিলৰ ( চলুৰ ) পানী বিলত ঢলা।

৭০। চিকা মাৰি হাত গোন্ধোৱা।

৭১। চিলিম ছিগা।

৭২। চিলাই কাণ নিয়া বুলি কলেই পাচে পাচে খেদা।

৭৩। চিত্ৰগুপ্তৰ বহীত নাম উঠা।

৭৪। চিন্তা জ্বৰো মনুষ্যাণাম্।

৭৫। চিনা বামুণৰ লগুণৰ আৱশ্যক নাই।

৭৬। চিকুণাই লাওপাত বচা।

৭৭। চিত হৈ মুতিলে মুখত পৰে।

৭৮। চিৰকাল প্ৰাণীৰ একত্ৰে নাযায়।

৭৯। চুঙাৰ ফোঁপত হাত সুমাই থকা।

৮০। চুঙাৰ বাদুলীয়ে ঢোল যেন কণী পৰা।

৮১। চুঙা চাই সোপা, ভকত চাই কল।

৮২। চুলিৰ আগে জীয় যোৱা।
৮৩। চুলি ছিঙ্গি কাত্তৰ কৰা।
৮৪। চুমাত্তে কামোৰ যেন ওলগত্তে কিল।
৮৫। চুই ঘি নিকিলোৱা।
৮৬। চুকত্তে থাকি বুকুত্তে কামোৰা।
৮৭। চুকৰ চুক ভেকুলী হৈ ইন্দ্ৰলৈ হাত মেলা।
৮৮। চুক ভেকুলীৰ পায়স ।
৮৯। চুচি মাজি ওলালে বান্দৰীও সুন্দৰী হয়।
৯০। চূণৰ চকত হাত দি অহা।
৯১। চেলাপটী জোক।
৯২। চেলেকনা মাছ।
৯৩। চেঁচুকৰ ডেমডেউকা।
৯৪। চেনেহৰ কোবত উটি গৈছে সোঁতত।
৯৫। চেনেহৰ চুমাই নাকটি ছিঙে।
৯৬। চেঙক ছাই দি ধৰা।
৯৭। চৈধ্যচৰণ শিকা।
( চৈধ্য চৰণ দেখা। )
৯৮। চৈধ্য ভুবন দেখা।
৯৯। চোং সলোৱা।
১০০। চোতালৰ আগৰ দূবৰি।
১০১। চোবাচেলেকা মানুহ।
১০২। চোৰ বুলিলেই ওৰ পৰে।
১০৩। চোৰেহে দেখে চোৰৰ ঠেং।
১০৪। চোৰেহে চোৰ ধৰিব পাৰে।
১০৫। চোৰ পলাই গ'লে গুদ্‌গুদিয়েই সাৰ।
১০৬। চোৰকে মোৰে পালে ।
১০৭। চোপনীয়া বনত্তো বাঘ থাকে।

১০৮। চোৰে চোৰে পিতল গচ়া ( বটা )।

১০৯। চোৰৰ সাক্ষী মাতাল।

১১০। চোৰ বেছি হ'লে কিলৰ তাকৰ।

১১১। চোৰ পৰি কটা যাওঁ ভেটিয়ে মুমুজে মোক।

১১২। চোৰে নিয়া গৰুৰ বাটে-বাটে ধাঁহ।

১১৩। চনভুঁইৰ কালা।
কোবাই-ধোবাই যি পালা॥

১১৪। চন্দ্ৰবতে চন্দ্ৰৰী ওঁঠত লাগিল সেন্দুৰ।
গাৰ গোন্ধত মৰিগ'ল ওঠৰটা এন্দুৰ॥

১১৫। চৰণেহে জানে মৰণৰ ঠাই।
বৈকে লাগি তৈকে যায়॥

১১৬। চপাৰ চম্‌কৰা।
মাজত ঢেঁকীথোৰা॥

১১৭। চল চাই কঠীয়া, পাৰিবা কলীয়া বাটত নিসিঁচিবা ধান।
লোককো সুধিবা, আপুনিও বুজিবা, তিনটা কৰিবা প্ৰমাণ॥

১১৮। চৰাই ধানে খালে ছিটিকাত পৰিলে
উফৰি পৰিলে কণ।
কিনো চাই আছিলা গগৈ ৰাজখোৱা
মানতবাই জিনিলে ৰণ॥*

( * বিহুগীততো গায়। ঐতিহাসিক তথ্য নিহিত )

১১৯। চ'তৰ বিহুলৈ ছমাহ আছে।
দাঁত ছেলাই ছেলাই পটুৱা বাছে।

১২০। চহকীৰ নাও বামেও যায়।
দুখীয়াৰ নাও দয়ো নাযায়॥

১২১। চৰাই মৰে বৈ।
মানুহ মৰে কৈ॥

১২২। চণ্ড'ৰ মৌ বহাগত খাবা।
চাৰতকৈ চাৰ পাইছে যাবা॥

১২৩। চকা বহিল পাটত।
গিৰিহঁতনী উঠিল খাটত॥

১২৪। চৰগোট যেয়ে মাৰে তাক ভাল পায়।
ডিঙিত শিল বান্ধি আনন্দেৰে যায়॥

১২৫। চন্দা এটা বোন্দা ওঠৰটা, বাটিবলৈ নঁাটে।
গোজৰণিত ফাটে॥

১২৬। চহকীৰ মিছা শুনিবলৈ ইচ্ছা।
দুখীয়াৰ উাচত শুনিবলৈ কুচিত (কুৎসিত)॥

১২৭। চ'তৰ বিহুৰ জুলীয়া গুড়।
নিজেও নাখায় লোককো নিদিয়ে, দিয়ে নৰকত বুৰ॥

১২৮। চকৰী আছে মুৰ মেলাই।
চকৰী আহিছে গা ঘেলাই॥

১২৯। চ'তৰ বিহুৰ চকলা। হাতে পতি ৰকলা॥
মাঘৰ বিহুৰ কড়াই। সাত-শতৰুকো দিয়ে গৰাই॥

১৩০। চকুত খোঁচ খালে। কান্দিবৰো মন গ'লে॥

১৩১। চহাই বেহা শিকিলে।
ৰাতিকো দিন যেন দেখিলে॥

১৩২। চকু লাল, হিয়া খাল।
সেই পুৰুষৰ লক্ষণ ভাল॥

১৩৩। চল পালে মাগিবা।
পানী পালে হাগিবা॥

১৩৪। চকুচকীয়া ম'ৰা পাখি।
ভেন্ ভেন্ কৰে পৰে মাখি॥

১৩৫। চকলা-চকলি বকলা-বকলি,
হৰ্ হৰ্ গিৰ্ গিৰ্ কৰে।

ওলাই চাওকহি বুকুৰ শাহু আই
এছাটি মাৰি এৰে ॥

১৩৬। চকত আছে মোৰ জহা কৰেকৰা
পেটতো নালাগে ভোক।
গাৰ্ত্ত আছে মোৰ চিকিৰি কলায়া,
কেনৈ লাগিছে তোক ॥

১৩৭। চকুৰ কুটা পেটৰ শাল।
ৰোগ সুগুচে চিৰতি কাল ॥

১৩৮। চন্দ্ৰ-সূৰ্য্যে চকু ছাট মাৰিলে
চাকিয়ে পুৰিলে চকু।
জোনাকী পকৰা লগত লৈ আহিছো
চিনা বা নিচিনা মোকো ॥

১৩৯। চ'ৰা নাৰে ভৰা শ'লে।
লুইতৰ কি গা বিষালে ॥

১৪০। চতিত পটি (?) ভৰিত খৰম।
আইৰ বিয়াৰ দিনা বোপাইৰ জনম ॥

১৪১। চলপালে ইপাৰ। চলপালে সিপাৰ ॥

১৪২। চল পাই বিয়নী। নিতৌ তিয়ায় তিয়নী ॥

১৪৩। চল্-চল্কৈ জীয়া। থিয়ৈ পাতত দিয়া ॥

১৪৪। চকুত পানী, কাণত কচু, নাভিত তেল।
তাৰ ঘৰত নাই বেজৰ মেল ॥

১৪৫। চক্ষুত অঞ্জন দন্তত লোণ।
উদৰ ভৰিবা তিনি কোণ ॥
উদৰ ভৰিবা গুণি গুণি।
তেবেসে পাইবা উদৰ উনি ॥*

(* উনি—কম বা খালি)

একেলগে উদৰত তুলি দিলে ভৰা।
আছোক ভাল পাবা, দেহাৰ আশা এৰা॥

১৪৬। চক নোধোৱাকৈ ভাত সিজাৱে।
সিজে কি নিসিজে চাকিয়া চায়ে॥
বাম হাতে লোণ দিয়ে, খায় জল।
যত কষ্ট কৰে সকলো বিফল॥

১৪৭। চন্দা মাছৰ বাকলি নাই।
ছোট জাতৰ আকল নাই॥

১৪৮। চটুৱা। মোৰ বস্তুকে মোকে ভেটুৱা॥*

( * ভকতীয়া )

১৪৯। চন্দ্ৰও চুৱা, ঘৰতো চুৱা, চুৱা অগ্নি পানী।
সপ্তদ্বীপা পৃথিবীও চুৱা, নুচুৱানো কোন খিনি॥*

( * ভকতীয়া )

১৫০। চক্ষু হন্তে শিশুগুটি জনম ধৰিলা।
তিনি ছয় শিৰ ধৰি উপৰক গৈলা॥*

( * ভকতীয়া )

১৫১। চকু মেলিবাক নোৱাৰয় টোপনিত।
নাহি একো নিদ্ৰা তাৰ শয়ন কালত॥*

( * ভকতীয়া )

১৫২। চক্ষু হন্তে উপজিলা পিতা–মাতা নাই।
শিৰ পাৰ কাটি তাৰ ৰুধিৰ ভুঞ্জয়॥*

( * ভকতীয়া )

১৫৩। চল চাই ৰুদীয়া পেলাবা কঠীয়া
গাত নেপেলাবা পানী।
চুৰ কৰি নানিবা দেখুৱাই খুৱাবা
তেহে বা হৰিক চিনি॥*

( * ভকতীয়া )

১৫৪। চাণ্ডালো হৰি নাম লয়ে মাত্ৰ।
কৰিবে উচিত যজ্ঞৰ পাত্ৰ ॥*

( * নামাপৰাধ : কীৰ্ত্তন )

১৫৫। চাপৰি বাই যোৱাকে কুঁজা বোলে।
লাখুটি বাই যোৱাকে বুঢ়া বোলে ॥

১৫৬। চাউলচুকণীৰ মনেই গোন্ধায়, কথাত নাই লাজ।
সোণামুৱাক খৰে খজুৱাই, ডাৱৰীয়া নোলায় বাজ ॥

১৫৭। চাপৰীৰ চুকৰে জাপৰী ছোৱালী
জান পুঠী মাছৰ জুতি।
খাবলৈ বঢ়াইছ ঢোল যেন পেটটো
কিললৈ বঢ়াইছ পিঠি ॥

১৫৮। চাৰিহতীয়া চৈ। তিৰীৰ তলতীয়া পৈ ॥

১৫৯। চাপি আহা চুমা খাওঁ। পেট ডাঙৰ ঢুকি নাপাওঁ ॥

১৬০। চাকৰি নাই, বাকৰি নাই, গোঁফভৰা ওঁঠ।
জপৰ লগত সম্বন্ধ নাই চন্দনৰ বঙা ফোঁট ॥

১৬১। চাৰি ভাইৰ মূৰ পকা।
কাকো কেৰে নোবোলে ককা ॥

১৬২। চাবত্তে চবকা, দলিমাৰি জবকা, নাঙলত্তে ফাল।
সৰুজনী ঘৈণীয়েকে চৰটো মাৰিলে
ছমাহলৈ বিষালে গাল ॥

১৬৩। চাওঁতে চাওঁতে চকু বিষাল।
নাই ভাত-পানী হৃদয় শুকাল ॥

১৬৪। চালনীত মিছা মাছে মেলিব পোৱালী।
গড়্‌গঞা পণ্ডিতলৈ নিদিবা ছোৱালী ॥

১৬৫। চাই চাই বুলিবা বাট।
দেহৰ ভিতৰতে আছে খলা-বমা
পিছলি পৰিবা তাত ॥

১৬৬। চাউল চালোঁ চৰক্ চৰক্, ওৰণি লওঁ টানি।
কাৰ লগত কোন শোৱে গধূলি হলেহে জানি ॥

১৬৭। চালনীত চালে, কুলাত জাৰে।
থান্-থান্ হয় শেষে ওপৰে ॥

১৬৮। চাৰি বেদ চৈধ্য শাস্ত্ৰ।
খাৰ নেপালে ধ্বিপৰ মাত্ৰ ॥

১৬৯। চাৰিউফালে গ'হাই।
সেৱা কৰিম ক'হাই ॥*

(* গ'হাই=গোসাঁই)
(ক'হাই=কোনফালে)

১৭০। চাওঁ তিনি বেলি খৰিকা মঙ্গলে
মাতোঁ তিনি বেলি গণক।
গধূলি ওলাই চাওঁ তিনি বেলি
এবেলিও নেদেখোঁ ধনক ॥

১৭১। চাউল দিবা যেতেক, পানী দিবা তিনি তেতেক।
উতলা ভাতৰ ফেন কাটি, তেহে চাবা ভাতৰ কান্তি ॥

১৭২। চাহপানী ইচি-চিয়া, বকণ মণি তিতা।
হাতীৰ সমান দাম কৰি বেছি দিয়া পিতা ॥

১৭৩। চালৰ লাওকলি কুঁজা।
সিপাৰৰপৰা লৰাটি আহিছে, পিঠিত ধমনা কুঁজা ॥

১৭৪। চাহী কাঢ়িবলৈ যায়।
হাতীত উজুটি খায় ॥*

(* ভকতীয়া)

১৭৫। চাওঁতে চাওঁতে বাট ঢুকাল।
নাই ভাত-পানী হৃদি শুকাল ॥*

(* ভকতীয়া)

১৭৬। চাল সৰকি পৰিল কুটা।
ধন্থৰানী হলহি মুধৰ খুঁটা ॥

১৭৭। চব্বিশ ( চৌবিশ ) তত্ত্বৰ নাম নাজানে
তাৰ বিশ্বকুণ্ডলী নাও।
যেন বাঁজী গাই দুলে* দুগ্ধ নাই
হেম্বেলাই ভাঙিলে গাওঁ ॥*

( * দুলে = দুহিলে )
( * ভকতীয়া )

১৭৮। চালতো এখুন্দা বাৰতো এখুন্দা।
কাকো নেপালে গোহালিৰ গাইতো এখুন্দা ॥

১৭৯। চালনীত পানী আনি ভাতক সিজায়।
সেই ভাত সসাগৰা মনুষ্যে ভুঞ্জয় ॥*

( * ভকতীয়া )

১৮০। চালে চালে লগা ঘৰ।
সোধোঁ মোধোঁ বুলি সুধিব নোৱাৰোঁ, গাতনো কিমান জৰ ॥

১৮১। চাৰি চোৰ দহ হাতী এক কাউৰে যায় লৈ।
ই কথা কাৰ আগত কম,
কোনে পতিয়াব কোনে বুলিব হৈ ॥*

( * ভকতীয়া )

১৮২। চিকাই কৰিলে চিক্।
এৰীয়ে মুগাই যি লাগে কৰিলে,
জোঠা কাটিবলৈ শিক ॥

১৮৩। চালেও নাৰাখে, বাৰেও নাৰাখে,
নাৰাখে ত্ৰিদশৰ দেও।
গুৰু-ভকতে নাৰাখে মানে ৰাখোতা নেই কেও ॥

১৮৪। চিকুণ শ্যাম।
পানী আনোতে গুলাল ঘাম ॥

১৮৫। চিনৰ চাউল খায় গা যায় সাৰি।
অচিনৰ চাউল খায়,
তিনিও যুগৰ ভাৰী ॥*

(* ভকতীয়া)

১৮৬। চিন ভাই চিন।
চিনিব নোৱাৰিলে হ ভিন্ ভিন্ ॥

১৮৭। চিনাকি চাউডাঙ্গে মানুহ কাটে।
চিনাকি চোৰে পিৰালি চুকত কাহে ॥

১৮৮। চিকুণাই লাওপাত বাছে।]
খাব নোৱাৰি পৈয়েকক যাচে ॥

১৮৯। চিলাই বুৰে দিলে হৰিণী সোঁতত
কোৱাই বুৰে দিলে নাদত।
কলৈ গৈছিলি তই ডেকা ল'ৰা
আয়ে বিয়া দিলে লোকত ॥

১৯০। চিন্তাৰ জুই পুৰি মাৰে।
চিন্তাৰ জুই খাব নোৱাৰে ॥

১৯১। চিতে বৈয়া বৈয়া, বিতে বৈয়া বৈয়া।
এৰিলা ঘৰবাৰী, এৰিলা মায়া ॥

১৯২। চিত পখিলা।
আমাৰ তেওঁক ক'ত দেখিলা ॥

১৯৩। চিঠি দি পঠিয়াওঁ ডাকত।
পৰে কি নপৰে ৰামচন্দ্ৰৰ হাতত ॥*

(* বিয়া নাম)

১৯৪। চীঁ-চিয়া বৰঘুণ, লি লিয়া জোক।
কথা দি কথা লয় উজনীয়া লোক ॥

১৯৫। চিত-চলি জেওৰা কাটি,
আঁঠু পাৰি মাৰিবা ফুঁক।
তেহে দেখিবা জুইৰ মুখ ॥

১৯৬। চিতল খন্তে গঢ়ি কুঠাৰ।
বক্ৰ ভাৰত কৰা ব্যৱহাৰ॥

১৯৭। চিৰকাল প্ৰাণী একত্ৰে নাথাকে,
বিষম দৈৱৰ গতি।*

(* দশম)

১৯৮। চুলি নাই তাকলি, অ-মাটিকলি,
নপাইছে আনিলোঁ তোক।

১৯৯। চুলি নোহোৱা আপীৰ কেশমতী নাম।
তিনি জোপা কালৰে মেদিনী গ্ৰাম॥

(আপী=ছোৱালী)

২০০। চুঙা চাই সোপা।
চুলি চাই খোপা॥

২০১। চুৰ কৰি ভগাই খা।
কাটি-মাৰি গঙ্গালৈ যা॥

২০২। চুৰ কৰি পালো এদোণ ধান।
সিদ্ধিৰ মুখত থাকিল এড়ীয়া কাপোৰখান॥

২০৩। চুৱা চৰিয়াটো তেহেলৈ নে।
তামোলৰ বটাটো এহেলৈ দে॥

২০৪। চুটি-বুটি বাই।
ওঁঠ দুটি ৰাঙলি কৰি কোনফালে যায়॥

২০৫। চুৰ কৰি আনি দেখুৱাই থুৱাৰ।
ভকতক মাৰি ভকতে ভুঞ্জিব॥*

(* ভকতীয়া)

২০৬। চুৱা চক, চুৱাপাত নামে ভাৰ্য্যা দুই।
লাদটা-পিন্দটা দুই পুত্ৰ তাৰ হুই॥*

(* ভকতীয়া)

২০৭। চুৰি ডকা দিয়া পেট পুহিবে লাগিলা।
শ নাখাই শগুণীয়ে গছত বহিলা॥
ডাল ভাঙি শগুণীয়ে মাটিত পৰিলা।
তাক দেখি মৰা শৱে লৰৰি পলাইলা॥*

(* ভকতীয়া)

২০৮। চুম্বকৰ কাচে লোহা ভ্ৰমে যেন ঠানে।
ভিন্ন ভৈল বুদ্ধি মোৰ বিষ্ণু সন্নিধানে॥*

(প্ৰহ্লাদ চৰিত্ৰ : কীৰ্ত্তন)

২০৯। চূণত পালো চূণৰ চোকোৰা,
পানত পালো পোক।
শোৱা ঢাৰি-পাটীত পালো ধুলি-মাটি
সেই গুণে এৰিলো তোক॥

২১০। চূণ তামাখু তামোল পান।
তিৰী মৰদৰ একুৰি ভুখন কাণ॥

২১১। চূণ নহ তামুল।
বিষয় নহ আমুল॥
ডিমা নপৰা হাঁহ।
ভোমা পৰা মাহ॥
নেতা নেদা শাহু।
বিধা নেদা আহু॥*

(* নহ = নোহোৱা। তামুল = তামোল। আমুল = আবোলা।
ডিমা = কণী। ভোমাপৰা = আগটো মুকচি যোৱা।
নেতা = নিমন্ত্ৰণ। নেদা = নিদিয়া।
বিধা = বিদ্ধা)

২১২। চেনেহৰ চয়তা, চকত নাই পয়তা,
লৰালৰিকৈ জেঠোত বৰজনাই গাটো খো।

২১৩। চেবেক কবে মাৰিলোঁ পেবেক কবে গ'ল ।
তলিয়াখন দি ঢাক মাৰি ধৰিলো,
কাণ-মূৰ সোপাহে ব'ল ॥*

( * সাধুকথা )

২১৪। চেনাহে ডোক্ ডোক্ ।
চকুত ভাত নাই ভাইশহুৰে হাতভৰি খোক ॥

২১৫। চেঙ্ চেঙ্ কৰে তিনি চেঙা,
মাগুৰী জহা ধানৰ ভাত ।
থম্ থম্ কৈ থমা দৈ,
মাল ভোগ কলৰ পাত ॥*

( * সাধুকথা )

২১৬। চেনেহৰ সৌঁতা ।
ধনে পানী খোৱা তিনিটা লোটা ॥

২১৭। চেনেহৰ তাপত, জিকা দিছে ভাতত ।
গুৰিয়াই থৈছেগৈ আখলৰ বাটত ॥

২১৮। চেনেহৰ কোবত লৈ গৈছে ঠৌঁটত ।
পেলাই দিছে হৰহৰীয়া সৌঁতত ॥

২১৯। চেন্ চেনালা চেনি ।
নেখায় আমাৰ নেনি ॥
চেনি-কুঁহীৰ মূৰা পুকযে নাখায়,
গাৰী খাজা মোকে লাগে।
ফিচা খাজা যাচি চাম
নাখায় যদি ময়ে খাম ॥*

( * সাধুকথা )

২২০। চেঙ্ লবে বেঙ্ লবে ।
পুঠী-খলিহা যি, সিও লবে ॥

২২১। চেনেহত মৰোঁ ।
ৰহুনাতহে এনেখন কৰোঁ ॥

২২২ । চেঙ্ চেঙেলীত জামিৰৰ ৰস ।
কাহুঁদী দিয়া যেবে পৰশ ॥
মুখৰ অৰুচি দূৰক যায় ।
আছোক নৰ দেৱে ভাল পায় ॥

২২৩ । চোৰক মোৰে পালে ।
লোহাক মামৰে খালে ॥

২২৪ । চোৰ পোৰ মুখখনি ।
সিদ্ধি মুখৰ দাখনি ॥

২২৫ । চোৰ গ'লে বুদ্ধি ।
ৰৰষুণ গ'লে জাপি ॥

২২৬ । চোৰৰ আছে বুকুত ভয় ।
ছুনিয়াকে দেখে টেকেলাময় ॥

২২৭ । চোৰ-বিদ্যা মহা-বিদ্যা ।
ধৰা পৰিলে শিলৰ খুন্দা ॥

২২৮ । চোতালৰ বনগুটি, ঘৰত নবহে মন-বুদ্ধি,
কপাহ সূতা নকৰে তাই ।
নিতৌ মাকৰ ঘৰলৈ যায় ॥

২২৯ । চোতালে চোতালে ফুৰোঁ মই, বাঘে খায় যদি খক ।
তুলসীৰ গুৰিত শৰাই দিওঁ মই, প্ৰাণ যায় যদি যক ॥

২৩০ । চোৰক মোৰে পালে ।
তাঁতীক ৰৰলে খালে ॥

২৩১ । চোৰে নেৰে চোৰ পৰ্কিতি, শহাই নেৰে শৰ ।
যিমানেই ডোম চহকী নহক নদীৰ কাষত ঘৰ ॥

২৩২ । চোঁচোৰালে বগৰালে টিকাৰ নিলে ছাল ।
নামাবিলে নাহাজিলে যমৰজা ভাল ॥

২৩৩ । চোতালৰ চলিখৰি ।
বৌদেৱে টেঁকী দিছে গিৰিপ্-গিৰিপ্ কৰি ॥

২৩৪। চোৰ-বিদ্যা বৰ বিদ্যা, যদি নপৰে ধৰা।
সাউদ-বিদ্যা বৰ বিদ্যা, যদি নুবুৰে ভৰা॥

২৩৫। চোৰে চুৰ কৰিবলৈ নিচোৰক বাধে।
পশু-পক্ষী মৰা দোষ বুলি ক'লে ব্যাধে॥

২৩৬। চোৰক চোৰ বুলিলে খং।
নিচোৰক চোৰ বুলিলে ৰং॥

২৩৭। চোৰ-ডকাইতৰ লগে ফুৰিবা সদায়।
এতেকে সি শিশু যুৱক হোৱয়॥*

( * ভকতীয়া )

# ছ

১। ছলি মৰক বেজৰেই প্ৰমাণ চাওঁ।

২। ছমাহ ভাৰ বৈ চাপনীৰ বুকুত দিয়া।

৩। ছমহীয়া বেঙেনা বাৰী।

৪। ছলিৰ সক হ'লেও মাৰৰ সক নাই।

৫। ছলে-বলে কৌশলে।

৬। ছৱালে চন্দ্ৰলৈ হাত মেলা।

৭। ছলেৰে চলেৰে ধৰা, বলেৰে কৰা।

৮। ছাঁ চাই নচা।

৯। ছাঁতে শুকোৱা মুঠিতে লুকোৱা।

১০। ছালছিগা ভিকহু।

১১। ছাল-বাকলি নোহোৱা।

১২। ছালে ছৰছৰ আঠাই বাৰ বছৰ,
সাৰৰ লেখ-জোখেই নাই।

১৩। ছাই মুঠি ধৰিলে সোণ মুঠি হোৱা।

১৪। ছালছিগা কুকুৰৰ বাঘৰাই নাম।

১৫। ছাঁটোকে বাঘটো দেখা।

১৬। ছাই ভস্ম।

১৭। ছাতিৰ নালত আঙুলি সোমোৱা ( সুমুউৱা )।

১৮। ছাইৰ আলি।

১৯। ছাগটোৰ ঠাইত খাগটো।

২০। ছাগৰ যিমান ভয়, বাঘৰো সিমান ভয়।

২১। ছেগ চাই কঠীয়া পৰা।

২২। ছোৱালী নানিবি নাগিনী-চকুৱা, মুখত মিচিকিয়া হাঁহি।

২৩। ছকুৰি ৰূপৰ ধাৰ।
তেওঁ নেখাওঁ পচলাৰ খাৰ ॥

২৪। ছয় পো বাৰ ( ছয় ) নাতি।
তেহে কৰিবা কুঁহিয়াৰ খেতি ॥

২৫। ছকুৰি মছুৰা বোৱতী।
খোপাত ফেচু চৰাই ৰোৱতী ॥

২৬। ছয় পোক ভাত দি।
মই আছোঁ হাত দি ॥

২৭। ছলিক ছলি মেল কৰে, কথাই পতি দ্বন্দ্ব।
তিৰীক তিৰী মেল কৰে, কথাৰ নাই ছন্দ ॥
ডেকাক ডেকাই মেল কৰে, কথাই পতি হাঁহে।
বুঢ়াক বুঢ়াই মেল কৰে, কথাই পতি কাহে ॥

২৮। ছমাহে বাছিলাক ছমাহে কাটিলাক
দেউলত নকৰিলা খটি।
দেউলত উঠিয়ে গোসাঁই শাপ দেই
পাপী যাওক অধো গতি ॥

২৯। ছয় পো মৰিলে ছয় লাক খাই
দা পৰি মৰিলে সি।

ভোতোৰাক আনোতে ভতহু মৰিলে
তাৰ সোধ-পোছ কি ।*

( * সাধুকথা )

৩০ । ছয় নব দন্ত যদি পায় ।
সাত-দন্তীয়াক দেখি পলায় ॥

৩১ । ছাগে ধান খায় সিপাৰে ।
বাঘে ডেৰা-ডেৰি কৰে ইপাৰে ॥

৩২ । ছাল নোহোৱা কুকুৰৰ বাঘৰাই নাও ।
তিনি ডাল কলেসৈতে মেদিনী গাওঁ ।

৩৩ । ছাত্ৰ, ছাগল, ছাই ।
তাৰ মান পাতল নাই ॥

৩৪ । ছাল যোৱাও মৰে ।
ভোঁহ ওলোৱাও তৰে ॥

৩৫ । ছাগলী মৰিবৰ ছমাহ হ'ল,
এতিয়াহে ছালে বেবায় ।

৩৬ । ছাগলে নেখাই কি ।
পাগলে নকয় কি ॥

৩৭ । ছাগলি কিনিবা এছাৰি শিঙীয়া, গৰু কিনিবা গাই ।
ভাল মানুহৰ ছোৱালী আনিবা, তাই ঘৰ ধৰি খায় ॥

৩৮ । ছায়াত ছাতা, পানীত জোতা ।
লাঠিহে বন্ধু নহ'লে লেঠা ॥

৩৯ । ছাঁত ধান মেলি দিবি ।
বা-ত কপাহ ধুনিবি ॥
বাঁহ খৰি নিদিবি চিতে ।
লালেক নামাতিবি নিতে ॥*

( লালেক = পিৰিয়েক )

( * সাধুকথা )

৪০। ছাগ পাৰ পোহে হাঁহ।
তুই সীমাত মোৰে বাঁহ ॥
বোলন্ত ডাকে মোত দোষ নাই।
নিত্য নিত্য সিটো পায় ॥

৪১। ছাগলীয়ে ঢোল বায় সভাত বসিয়া।
কুকুৰে বজায় তাল গায়ন হইয়া ॥*

( * তকতীয়া )।

৪২। ছেলোৱাকে ছেলায়।
ফটা পীৰাত টিকা সোমায়, একেবাৰে নেৰায় ॥

৪৩। ছেলাই চামক লতা।
ভাত খাওঁতে পানী খালে
সিও এটা কথা ॥

৪৪। ছৈলাই চামক লতা।
গাখীৰ-ধকৱাই লৈ গ'ল, গঁতাৰ উপৰি গঁতা ॥

৪৫। ছোৱালী আনিবা মাক ভাল।
মাটি কিনিবা মাজ খাল ॥

৪৬। ছোৱালী নাইকীয়া আঘোণত বিয়া।
ধন টকাচেৰেক ধাৰলৈ দিয়া ॥

৪৭। ছোট লোকে মাৰ খায়, বাটে বাটে কৈ যায়।
ভদ্ৰ লোকে মাৰ খায় ধূলি জোকাৰি ঘৰলৈ -

## জ

১। জনম-জাতি কোৱা।

২। জয় ঢোল কোবোৱা।

৩। জয়-জয় ময়-ময় হোৱা।

৪। জয় ৰাম বোলা, জয় হৰি বোলা।

৫। জলত দিয়া, থলত দিয়া।

৬। জহনিৰ বুকুত যোৱা।

৭। জপৰা বুৰ, চপৰা গৰাহ।

৮। জনাৰ ভাত মাছ নজনাৰ কলগ্ৰহ (গলগ্ৰহ)।

৯। জহৰা তিৰীৰ বহৰা কথা।

১০। জৰৰ গহত বেৰক লঠিয়ায়।

১১। জনাৰ গুৰু গোসাঁই, নজনাৰ একো নাই।

১২। জগত জাননী পতিত পাৱনী।

১৩। জবে এৰিলেও কৰ্ণ টীয়ে নেৰে।

১৪। জলৰ বুদ্বুদ যেন অথিৰ জীৱন।

১৫। জপৰাক ধৰিলেহে জাপৰীৰ দেও উঠে।

১৬। জলকীয়াৰ জলাই সোৱাদ।

১৭। জলা জুইত ফৰিঙে জাপ দি মৰা।

১৮। জলা জুইত জাপ দিয়া।

১৯। জল্-জল্ পট্-পট্, দৈৱকীৰ গভুৰা লৰা।

২০। জগদ্দল পাথৰ।

২১। জড়-ভৰত।

২২। জৰাসন্ধ বধ।

২৩। জলা জুইত ঘিঁউ ঢলা।

২৪। জয়দেউ কাকুতি।

২৫। জবে ধৰিছে নে পৰে ধৰিছে।

২৬। জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী।

২৭। জগা কাঠ।

২৮। জয় কালত ভয় নাই।

২৯। জকাই বাবৰ নৌ, পল খোজে।

৩০। জকাই বাওঁগৈ আহা লগৰীয়া ককালত খালৈটো বান্ধি।

৩১। জয়থামদাঙৰ কেঁকোৰা কুঁচিয়াৰ গাঁত মৰা।

৩২। জগতক বৰ দিয়ে, আপুনি নাঙঠা।

৩৩। জাপৰ কাপোৰ।

৩৪। জাল ফালি হৰিণা যোৱা।

৩৫। জাতি চন্দন।

৩৬। জানন্তা মোমা।*

(* সাধুকথা)

৩৭। জাকত জিলিকা।

৩৮। জালত পৰা শিঙৰা।

৩৯। জালত দিয়া সোণ।

৪০। জালত পৰা বাঘ।

৪১। জ্ঞানে গৰকা।

৪২। জানো মন সবাৰো সমান।

৪৩। জাঁত ইচ্ছাই পাত, বিধান ইচ্ছাই ভাত।

৪৪। জাত লৈ পাত, কঠীয়া ধানৰ ভাত।

৪৫। জাপ মাৰি সাগৰ পাৰ হ'বলৈ চোৱা।

৪৬। জাগি থাকিলে চোৰলৈ ভয় নাই।

৪৭। জাতো গ'ল পেটো নভৰিল।

৪৮। জাকত জীণ নোযোৱা।

৪৯। জা-জোৱালী, হাঁহ-পোৱালী।

৫০। জিভাৰ পানী ওলোৱা।

৫১। জিৰণীয়া মৌ।

৫২। জীয়া জুই।

৫৩। জীয়া বাৰী।

৫৪। জীয়া ভূত।

৫৫। জীয়াই উজনি-ভাটি কৰা।

৫৬। জীটি লোকৰ, পোটি বুকৰ।

৫৭। জীয়ৰী কান্দেনে বিয়নী কান্দে।

৫৮। জীৱ সম্বন্ধে জোঁৱাই, পোৰ সম্বন্ধে বোৱাৰী।
৫৯। জীয়াৰ আযুধি নলাগয় মৰন্তাক।
৬০। জীৱন-যৌৱন সকলো মিছা।
৬১। জুই দিলে মুখ নোপোৰা।
৬২। জুইত জাহ যোৱা।
৬৩। জুলুকি-জুলুকি কৈ শিকোৱা।
৬৪। জুইয়ে ধৰাদি ধৰা।
৬৫। জুইৰ কাষত ঘিঁউ গলে।
৬৬। জুইত খেৰকুটাও নিদিয়া।
৬৭। জুই-পানী অসঞ্চাৰ।
৬৮। জুইশালত গঢ়িলেহে কমাৰশালত গঢ়িব পাৰি।
৬৯। জুইৰ অঙঠাক কাপোৰেৰে ঢাকিব নোৱাৰি।
৭০। জুইৰ ভয়ত উধান কলৈ পলাব।
৭১। জুইৰ লগত হেঁতালি খেলা।
৭২। জেঙৰ কাঙ্কুলি মাছ।
৭৩। জেঙৰ মূৰত খুদ দিয়া।

(খুদ=খৰবাগৰ)

৭৪। জেঠমহীয়া পকা আম, যেই সেই জোপাই সোৱাদ।
৭৫। জ্যেষ্ঠ ভাই পিতৃসম।
৭৬। জোৰ যাৰ মুলুক তাৰ।
৭৭। জোপোহা হাবিতো বাঘ থাকে।
৭৮। জোনাকত হেৰায়, এন্ধাৰত বিচাৰে।
৭৯। জোকৰ মুখত চূণ দিয়া।
৮০। জোতা চিলাইৰ পৰা চণ্ডীপাঠলৈকে কৰা।
৮১। জোবৰ আগত বস্তিৰ পোহৰ।
৮২। জোৰ পূৰি বৰলাৰ হাত পালেহি।
৮৩। জোৱাৰৰ পানী।

৮৪। জোনাকত জেওৰা ফাটিল।

৮৫। জোঁৱায়ে নিলেও নিয়া, যমে নিলেও নিয়া।

৮৬। জনমত নাই কেৰলে গাই।

৮৭। জলকীয়াৰ ফুলে বোলে মই প্ৰাণৰ বৈৰী।
নোখোৱা ভাত খোৱাওঁ চাবিগাল, (গৰাহ) জিভা লৰফৰ কৰি॥

৮৮। জয়কালত ভয় নাই।
মৰণকালত ঔষধ নাই॥

৮৯। জলকীয়া হল প্ৰাণৰ বৈৰী।
নোখোৱা ভাতক খুৱায় চাৰিগৰাহ
সো-সো সা-সা কৰি॥

৯০। জলত ধৰিছো, জল শুকাইছে।
বনত ধৰিছো বন শুকাইছে॥
তৰাত ধৰিছো, তৰা ছিগিছে।
নৰাত ধৰিছো, নৰা ছিগিছে॥
দুখীয়াৰ কোনো ৰকমেই তৰাৰ উপায় নাই।

৯১। জল, যোনী, ভাত।
এই তিনি হিন্দুৰ জাত॥

৯২। জলা, জোল, জাল।
এয়ে নহলে আঞ্জা নহয় ভাল॥

৯৩। জপ্ জপ্ কৰে জপীয়া।
নিতৌ যি গা ধোৱে সি হয় মহাপপীয়া॥

৯৪। জগৰ বা লগালো কি।
মাতোঁ হাঁহকণী দি॥
( মাতোঁ তামোলখন দি॥ )

৯৫। "জহৰ মহৰ কাল।
শহুৰ বুঢ়া বাহিৰ হ'লেহে ভাল॥"

"জহো যাওক বৈ মহো যাওক বৈ।
তুঁহৰ তলৰ থকনচীয়া গৰৈ,
সিও যাওক বৈ" ॥*

(* সাধুকথা)

৯৬। জহৰা লৰাৰ কথা ডাঙৰ।
গেলা কঠীয়াৰ ফেৰ ডাঙৰ॥

৯৭। জকাই বাই আনিছোঁ মোৰা মাছ
পিৰালিৰ চুকত থৈ বাছোঁ।
কত অহা যোৱা কৰ ডেকা লৰা
তিতা তিয়নিবে আছোঁ।*

(* বিহুগীত)

৯৮। জনাৰ মনাৰ বাই।
টং পুৰুষক খায়॥
টং পুৰুষক নেপালে তিৰী-ছলিকে খায়।
তিৰী-ছলিক নেপালে সুতা-নেতাকে খায়॥
জপাহ বোল জপাহ।
তোৰ তিৰীয়ে বহোৱা সুতা
সোপাই হওক কপাহ॥*

(* সাধুকথা)

৯৯। জলমল বাই।
পচলা কাটিব যায়॥
পচলা কাটি আনি চোতালত দিলে থিউ।
সক সক ছলি-গিলাৰ উৰি গ'ল জীউ॥
পচলা কুটিলে তাই আঢ়ৈ আঙুল কৰি।
পচলাত পানী দিলাক আঁঠুৰ সমান কৰি॥
পচলাৰ মুঢ়া লাগি বুঢ়া গল মৰি।
সক বোৱাৰীয়েকে কান্দিব লাগিছে বুঢ়াৰ ঠেঙত ধৰি॥

মাজু বোৱাৰীয়েকে বোলেৰে থওঁ আতালত তুলি।
ৰৰটোৱে বোলেৰে হওক ৰাখিবাৰ খৰি ॥*

( * সাধুকথা )

১০০। জনাই নজনাই গাৱে গীত।
গ'হে* বোলে মোৰ শিষ ॥

( * গ'হে = গোসাঁয়ে )

১০১। জনম দুখুনী সীতা।
নাই মাতা নাই পিতা ॥

১০২। জন্ম, মৃত্যু, বিবাহ।
তিনি নাজানে ৰৰাহ ॥

১০৩। জন্ম লগ্ন যাত্ৰা যোৰা।
ৰৰাহ মিহিৰে নপাৰে ওৰা ॥

১০৪। জকৰা খাই ভকৰা গাৰি।
তপত খাই শুকাই নাড়ী।

১০৫। জৰে পায় যাক।
পৰে পায় তাক ॥

১০৬। জলত থাকে মাছ দুই।
থলত থাকে বৃক্ষ নই ॥
দুই শৃঙ্গ দাঙি যায়।
মানুহে বোলে মুখ জপায়* ॥

( * সাঁখৰ ? )

১০৭। জনমত নাই কৰম।
কুঠীয়াৰ ( কুৰীয়াৰ ) ভৰিত খৰম ॥

১০৮। জাপি লাঠি টনা।
যি এৰে সি দিনতে কণা ॥

১০৯। জালুকত গোবৰ পাণত মাটি।
কলপুলি কৰা তিনিবাৰ কাটি ॥

১১০। জানন্তাৰ মৰণে সবে বাইবোঁ অৰন্তে।
কোঢ়াগোট চিনি দিব দান্তৰ বৰণে ॥*

(* সাধুকথা)

১১১। জাক লৌ লৌ, জাক লৌ লৌ, জাকত লাগিল পোক।
আমাৰ জাকলৈ গৰু নানিবি, লঠিয়াই ভাঙিম মুখ ॥

১১২। জ্ঞানী জনক খাবলৈ দিয়া তললৈ চায়।
অজ্ঞানীক খাবলৈ দিয়া বেৰ-চাল চায় ॥

১১৩। জানোতেও জানে।
নাকৰ খেকেক নি পোৰা মাছত সানে ॥

১১৪। জ্ঞানীৰ কি সকবৰ।
গুৰুৰ কি ভিন পৰ ॥

১১৫। জানি খাবা, জাগি শুবা, চিনি সিঁচিবা ধান।
নাজানিলে নহয় ফল জানিবা সু-জান ॥

১১৬। জাপি থকাৰ জাপ-জুপ।
জাপি নথকাৰ মহা সুখ ॥

১১৭। জাথে মাৰে কুকৰ নাম।
কুক ভৰিলে ঘৰক যাম ॥*

(* জাথে=জাকৈ, কুক=খালৈ।)

১১৮। জাকৰ কাৰৈ জাকলৈ যায়।
বামুণৰ বহুৱাই শুদা ভাত খায়।

১১৯। জানা কুন্তীৰ সুত।
কলিকালত ভকতেই ভূত ॥

১২০। জাপমাৰি দেইছিলো উইৰ হাফলু,
উজুটিত দেইছিলো বগ।
খেদামাৰি ধৰিছিলো বনৰ হৰিণা,
এতিয়া নাপাওঁ মতা হাঁহৰ লগ ॥

১২১। জাল বাই আনিলো ৰবালি দশ ( চ )।
তাৰে ছুটা গ'ল ভচাভচ্ ॥
তেওঁ থাকিল আঁঠ।
তাৰে ছুটা জনম কাঠ ॥
তেওঁ থাকিল ছয়।
তাৰে ছুটা হ'ল ওচৰচুবুৰীয়াত লয় ॥
তেওঁ থাকিল চাৰি।
তাৰে ছুটা নিলে বোন্দাই কামোৰ মাৰি ॥
তেওঁ থাকিল ছুই।
তাৰে এটা খালে জুই ॥
তেওঁ থাকিল এক।
মূৰে-ফিচাই তোৰে বাটিতে দেখ ॥*

( * সাধুকথা )

১২২। জাঁজিত লাগিল জাঁজি
পৰ্ব্বতত লাগিল শিল।
বান্দীৰ গাত হাতী লাগিল
গৃহিণী খালে কিল ॥*

( * ভকতীয়াও হয় )

১২৩। জাঁজৰি-জোজোবা খাওঁ।
বুঢ়ী কাৰৈৰ লগ নেপাওঁ ॥

১২৪। জাপিয়ে টুপীয়ে। সক বৈণী গোপীয়ে ॥
ঢেঁকীয়ে খোৰাই। বৰ বৈণী খোবায় ॥

১২৫। জালেই যাওক বা জোৱাৰেই যাওক।
পো-বোৱাৰীৰে মাথোঁ ঘৰখন হওক ॥

১২৬। জালক বুলিলে জকাই।
এন্ধাৰে-মুধাৰে চিনিব নোৱাৰি
পৈয়েকক বুলিলে ককাই ॥

১২৭। জানই যদি ধন তাকৰ।
কিয় চোৰ আহোম্নীৰ কাপোৰ ॥

১২৮। জানোবা উজান-ভাটী।
নাইবা গুৱাহাটী ॥

১২৯। জ্ঞাতিৰ সমান শত্ৰু নাই।
দৈৱৰ সমান বল নাই ॥

১৩০। জাতি আছে কুল নাই।
আচাৰ আছে বিচাৰ নাই ॥
( যি ইচ্ছা তাকে খায় ॥ )

১৩১। জাপৰি টিঙৰে ফাপৰি ছোৱালী
জান পুঠী মাছৰ জুতি।
খাবলৈ আনিছ নাও যেন পেটটো
কিললৈ আনিছ পিঠি ॥

১৩২। জামীৰৰ ৰসে লোণ মিহলাই।
নাশিব অৰুচি প্ৰভাতে খায় ॥

১৩৩। জালৰ লৰক-ফৰক্ লাগি।
ভাৰৰ লৰক-ফৰক সাঙী ॥

১৩৪। জাতাজাত বিচাৰিলে কুল নৰহয়।
কুল ৰাখি বিচাৰিবা তেৱে মুনিষাই ॥*

( * ভকতীয়া )

১৩৫। জাগা চাই কঠীয়া পেলেবা
কঠীয়া গাঁতত নেপেলাবা পানী।
চুৰকৈ আনিবা দেখুৱাই খুৱাবা
তেবেসে হৰিক চিনি ॥*

( * ভকতীয়া )

১৩৬। জানি নাম ললে বাসনা হয় ক্ষয়।
নাজানি নাম ললে উজুমুলু হয় ॥*

( * ভকতীয়া )

১৩৭। জ্ঞান শূন্য আতি। পশু-পক্ষী জাতি ॥

(নামঘোষা)

১৩৮। জিবোৱাও হওক নিবোৱাও হওক।
তেলপেৰা পেৰাও হওক ॥

১৩৯। জিল্লা-জিল্লি কানি (কাণী?)।
গাত পৰিলেহে জানি ॥

১৪০। জিকাক চাই কিনিবা গাই।
সকমুই পাচ ডাঙৰী চাই ॥
নেজকটা সকমূৰ।
লাওমুৰী হ'লে চাৰিবা দূৰ ॥
হৃষ্ট-পুষ্ট যদি হোৱয় মূৰ।
ডাঙৰ-মুৰী বাবে কৰা দূৰ ॥

১৪১। জিকানে ভোল জিকানে ভোল।
সকলোৰে লাগে গণ্ডগোল ॥

১৪২। জিহ্বা মোৰ আছন্তে নলৈলো ৰাম নাম।
দাদুৰীৰ জিহ্বা যেন ভৈল কোন কাম ॥

১৪৩। জী-নাতি জপনা কাটী।
পো-নাতি ধৰে ছাটি ॥

১৪৪। জী ভালেই জোঁৱাই ভাল।
আপোন ভালেই জগত ভাল ॥

১৪৫। জীয়াতে নিদিলে কাণী পুঠী।
মৰিলে কি দিব চিৰি আঙুঠি ॥

১৪৬। জীৰ লগত এৰীয়াৰ সাৰ।
পোৰ লগত মাধ মাৰ ॥

১৪৭। জীয়েই যাওক বা জোঁৱায়েই যাওক।
পো-বোৱাৰীৰে মাথোঁ ঘৰখন হক ॥

১৪৮। জী তুলিলো জোঁৱাইৰ বুকুত।
পো তুলিলো বোৱাৰীৰ বুকুত॥

১৪৯। জীয়ৰী বহে গা উলহে।
জীয়ৰী নবহে পাজৰী খহে॥

১৫০। জী-জোঁৱাইয়ে সুপুহিলে নাতি জোঁৱাইলৈ আশা।
নাতি জোঁৱাইয়ে সুপুহিলে কলতলত বাহা॥*

(* বাহা=বাসা)

১৫১। জীয় দিছে যেয়ে।
আহাৰো দিব সেয়ে॥

১৫২। জীয়টো ভাল নাকটো খঁৰা।
চুলি কিডাল লহলহ কৰে,
কাণ টুপৰিত পৰা॥

১৫৩। জীয় থাকন্তে যাক যিবা দিয়ে।
পৰলোকে তাক বসিয়া পায়ে॥

১৫৪। জীয়ৰীমৰা জোঁৱাইৰ নাথাকে আদৰ।
ঘৰচপনীয়াৰ নাই সমাদৰ।

১৫৫। জীয়াই থাকিলে নাপাবা আপোনাৰ ঘৰ।
মৰিলেহে পাবাগৈ সকলোৰে আদৰ॥*

(* ডকতীয়া)

১৫৬। জুহাল নষ্টকৰে জেওৰা খৰি।
ঘৰ নষ্ট কৰে ডকৰীয়া বুঢ়ী॥

১৫৭। জুই নোহোৱাকৈ ঘৰ পুৰিল।
জাপ মাৰি জেঠী মূৰত উঠিল॥*

(* ডকতীয়া)

১৫৮। জুইক দৃষ্টি, সূৰ্য্যক পিঠি।
সাহক খুঁটি, কড়াইক মুঠি॥

১৫৯। জুতিৰ হাল জুতিৰ ফাল।
জুতিবে বাবা সৰ্ব্বতিকাল ॥

১৬০। জেঠেৰী, সাতখন গাওঁ ভেঙ্গাই সকাম
পাতি কৰিলা কি ?
ভনীয়েৰে মিঠৈ নেপালে।

১৬১। জেঠত দৈ আহাৰত খৈ।
শাওণত মৰা শাক খাবাগৈ ॥
ভাদত ওল আহিনত কল।
কাত্তিত কচু বঢ়ায় বল ॥
আঘোণ মাহত খাবা চৰাই।
পুহত পিঠা মাঘত কড়াই ॥
ফাগুনত মধু চ'তত ঔ, বহাগত বৰ।
ইয়াক খালে পুৰুষৰ গুচে কৰ্ম্ম-জৰ ॥

১৬২। জেঠ মাহ গ'ল বিনা নাঙলে।
তাহাঁৰ কিমতে কৃষি ফলে ॥

১৬৩। জেঠোতে যিখন আঞ্জা খায়,
ভাই বোৱাৰীয়ে তাত সক পানীহে চোৱে।

১৬৪। জেঠেৰী-বৈনাই এহাল।
কিহৰ আকৌ পাল-এপাল ॥

১৬৫। জোঁৱাই ! আজি কঠীয়াধানৰহে ভাত।
আই ! আমিনো কি ভাল মানুহৰ জাত ॥*

( * সাধুকথা )

১৬৬। জোনে বেলিয়ে যিমান।
তোমাৰে মোৰে সিমান ॥

১৬৭। জোঁৱাই যায় খাবলৈ শাহু নাই দিবলৈ,
যাচে জলকীয়াৰ গুৰি।

১৬৮। জোঁৱাইটো আহিছে পানী-বোকাত পলবোকাত পৰি।
জলপানটো সজাই দিয়া এবাটি কৰি ॥

১৬৯। (শাহু) "জোঁৱাই! পেট দেখোন টেকেলিটি।
খাই আহিছা হবলা কেতুটি" ॥
(জোঁৱাই) "আই! আজি চাৰি কালিও নাই।
পেটৰ গতিহে সদায়" ॥*

(* সাধুকথা।)

১৭০। জোঁৱাইৰ লগত তোঁৱাই, এই তিনিটা কোন?
তিনি মেৰীয়া ৰামী মাছ, চাওত নাই লোণ ॥*

(* সাধুকথা।)

## ট

১। টকালিপাৰি খোৱা।
২। টঙালি বন্ধা।
৩। টকাই টকা আনে।
৪। টকাত শিতান দি থকা।
৫। টকা যাৰ, মকৰ্দ্দমা তাৰ।
৬। টাঙোন জোকৰা।
৭। টাকুৰী ঘূৰাদি ঘূৰা।
৮। টাব্-চিলিঙি দিয়া।
৯। টান পালে ৰাম বোলা।
১০। টানত পৰি নাম লোৱা।
১১। টান মাটিত বিড়ালীয়ে হাগিব নোৱাৰে।
১২। টিকাত গুৰিয়ালেও থাবলৈ নেৰা।
১৩। টিঙনা নাৱত ওপৰ ভৰা।

১৪। টিকাফটা ব'দ।

১৫। টিলিকি কিনা।*

(* সাধুকথা)

১৬। টিঙিৰি তুলা হোৱা।

১৭। টিকৰ স্বামী।

১৮। টিপচী ভঙ্গা।

১৯। টিপচীয়ে গৰুড়ৰ উৰাও মাৰিব খোজা।

২০। টিকনিৰ আগত থং।

২১। টিকাৰ টোপাখহুৰ লগত সৰগৰ তৰাৰ বিজনি।

২২। টিপচীৰ বাৱে মেৰু পৰ্ব্বত উৰিল।

২৩। টুটকীয়া নাৰদ।

২৪। টুনী সাপে সব নাগপুৰীক গিলিল।

২৫। টেঙৰৰ ডিঙিত ডোল লগা।

২৬। টেটুত ক্ষুৰ দিলেও ফুটা কড়ি এটাও নোলোৱা।

২৭। টেকেলি কাতি।

২৮। টেটুত ডোল এডাল দিয়া।

২৯। টেটোন টাঙন।

৩০। টেঙা আম এবাৰহে বেচিব পাৰে।

৩১। টোকোৰা পঁজা।

৩২। টোকৰা-লঠিয়া দিয়া।

৩৩। টোপ পৰিবলৈ নিদিয়া।

৩৪। টোপা কাঁড়টো যোৱাদি যোৱা।

৩৫। টোপা খহু।

৩৬। টোকোনতে এইখিনি, ঠেংপালে আক আছেই।*

(* সাধুকথা)

৩৭। টকা লবা লেখি।
বাট হাথিবা দেখি॥

(হাথিবা = খোজ কাঢ়িবা)

৩৮। টকা ধৰ্ম্ম টকা স্বৰ্গ টকা হি পৰমং তপঃ।
বগা টকা গোল টকা, টকা টক্ টকায়তে ॥

৩৯। টান টান টান, তিনটা কথা টান।
বজাৰ আগত কথা কোৱা টান, কাৰৈ মাছ বছা টান,
মদাৰ গছৰ পাণ পৰা টান ॥

৪০। টান পালে কৰে কাতৰ।
ঢিলা পালে হয় আঁতৰ।

৪১। টান পালে মিতিৰ নাভাগে।
ধুই পিন্ধিলে কাপোৰ নেফাটে।

৪২। টান মুখ দীঘল ফুঁক।
তেহে দেখিবা জুইৰ মুখ ॥

৪৩। টান পালেই এৰে।
ঢিলা পালেই ধৰে ॥
( টান পালে ধৰে।
ঢিলা পালে এৰে ॥)

৪৪। টিক্ বলধা ওলাই মাটি।
মাক ভালেই জীয়েক জাতি॥

৪৫। টিপিয়াই টিপিয়াই কথা পাতে
কথা নকয় খুলি।
নিজৰ কাৰণে ছোৱালী বিচাৰে
পোলৈ লাগে বুলি ॥

৪৬। টিকাত খালে উঁইয়ে।
আহ পলাই যাওঁ দুয়ে।

৪৭। টিকাত নাই মূৰত পাগ।
সি হয় দহৰ আগ ॥

৪৮। টিটিভিৰ শৰুদৰ জুই।
ভাল গাটো বেয়া কৰিলো
খকুৱাৰ লগত শুই ॥

৪৯। টুপলি বান্ধিলে টুপলি যাচে।
ৰ ৰ টুপলি তোলৈকো আছে ॥

৫০। টুপলি দেখিলেহে টুপলি যাচে।
নাই টুপলি ঠগ্‌ দি আছে ॥

৫১। টুনি। গোসাঁইৰ লগত যাব লাগে হৰি কথা শুনি ॥

৫২। টুটকীয়া নহলে গাওঁ নবহে।
লাগনী নহলে জুই নজলে ॥

৫৩। টেকেলি পৰিল নাদত।
তিনিহি নোবোলো লাজত ॥

৫৪। টেৰা-বেকা হলে কিহৰ ধৰণী।
ভাল বেয়া নেজানিলে কিহৰ ঘৰিণী।

৫৫। টেঙৰী বাই টেঙৰী বাই।
তোতকৈ টেঙৰী ভিতৰত আই ॥

৫৬। টেকেলি পৰিল নাদত।
আজিহে পৰিলো লাজত।

৫৭। টোলোঠাৰ কাণ।
ইকাণ আৰু সিকাণ ॥

৫৮। টোপোলা দেখিলেহে টুপলি নাচে।
নাই টোপোলা ঠগ দি আছে ॥

৫৯। টোপনি চিকুণ পুৱা কটাৰী চিকুণ গুৰা।
জকাই বাওঁতে ছোৱালী চাবা কোন কেনেকুৱা ॥

৬০। টোপনি নাই যোগীৰ, টোপনি নাই যোগীৰ।
টোপনি নাই নিধনীৰ, ধনীৰ ॥

৬১। টোকোনাৰ জাত। বিহু লাগে গাত॥

৬২। টোকোনা পৰীক্ষিত।
বাৰে বুড়ি মাছ ধৰে শুং ছিপা বৰশীত॥

৬৩। টোকোনাৰ পালি।
ওৰে বাতি নাম লয় খেৰজুই জালি॥

## ঠ

১। ঠন ধৰা।
২। ঠগ ধৰা ( ঠগ দিয়া )।
৩। ঠৰজা পচলা।
৪। ঠন্ ঠনিও নাই, ফকৰিও নাই।
৫। ঠাই দি টপ্ টপনি শুনা।
৬। ঠিক চাই টোকোন পোতা।
৭। ঠেক ছিগা।
৮। ঠেং তলে যোৱা।
৯। ঠেঙৰ ওপৰত ঠেং তুলি খোৱা।
১০। ঠেলাৰ নাম বাবাজী।
১১। ঠেন্-ঠেন্, মেন্-মেন্।
১২। ঠেংটোৰ ওপৰত ঠেংটো বজা।
১৩। ঠোঁটকটা কাউৰী।
১৪। ঠোঁট-মুখ চেলেকা।
১৫। ঠোঙোনা খোৱা।
১৬। ঠন্ ঠন্ মদন গোপাল।
একেটা বৰলাৰ ন খন চোতাল॥

১৭। ঠাই দিবৰ গুণ।
টপ্‌ টপনি শুন॥

১৮। ঠাৰি যায় ওপৰলৈ।
শিপা যায় তললৈ॥

১৯। ঠেং মেলি ফুৰালি জুই।
মৰিলে থাকিবি বাহী শ হুই॥

২০। ঠেলাত লুটি, ঠেলাত কাতি।
উৰি পাকত মৰে সাতোটা হাতী॥

## ড

১। ডবনিপিটি খোৱা।
২। ডবা কোবোৱা।
৩। ডলুৱা ভূত।
৪। ডবিত বান্দৰ নচা।
৫। ডলাৰ বগৰী।
৬। ডাঁহী সাপ।
৭। ডাং-কটা চোৰ।
৮। ডাবিত সুৰাসুৰ নাগ কঁপোৱা।
৯। ডাল কোবোৱা।
১০। ডাল-দৰিদ্ৰ মানুহ।
১১। ডাল-চোৰ।
১২। ডাঙৰ গছত আঁওজা।
১৩। ডাল জোৰা দিয়া।
১৪। ডালৰ কাউৰী।
১৫। ডালৰ বান্দৰ।

১৬। ডিঙি পাতি খোৱা (বা দিয়া)।

১৭। ডিঙিৰ হাড়মাল।

১৮। ডিঙিৰ মণি।

১৯। ডুবমাৰি পানী খোৱা।

২০। ডেডেৰাওঁ ডেৰাওঁ।

২১। ডোমৰ ঢেঁকী।

২২। ডোম চোৰ।

২৩। ডোমৰ সবাহ।

২৪। ডোমৰ নাওত কাউৰ পৰে, শুনোতেই অশুদ্ধ।

২৫। ডাঙৰক দেখি সকটি হবা।
বাপেৰক দেখি ঘৰলৈ যাবা॥

২৬। ডাঙৰৰ হলে লীলা।
সৰুৰ হলে কিলা॥

২৭। ডাঙৰ মাছ জাল ফাটি যায়।
সৰু মাছক ধৰা পেলায়॥

২৮। ডাঙৰ মানুহৰ দায়, পিছলি পিছলি যায়।
সৰু মানুহৰ দায়, খাজক খোপে খায়
(বা খুচৰি খুচৰি খায়)॥

২৯। ডাকৰ বচন বেদৰ বাণী।
পো-লগা বাঁৰী ঘৰলৈ নানি॥
তোকো বঞ্চিব মোকো বঞ্চিব।
ভাল ভাল বস্তু পিতেকলৈ সাঞ্চিব॥

৩০। ডাইনী গঞা ডোম।
ক'লা বিড়লীৰ নোম॥

৩১। ডালৰ কপটীয়া শেন।
সিফালৰ বাতৰি কেন॥

৩২। ডাঙৰ মানুহৰ সৰু সৰু কথা
তাকে বোলে টাকুৰী।
সৰু মানুহৰ ডাঙৰ কথা
তাকে বোলে পাকৰী॥

৩৩। ডাকে বোলে বাপু শুনা উপায়।
বাণিজ্যৰ ফল কৃষিত পায়॥
যি নৰে সদা কৃষিক কৰে।
বেহাৰ ফল পাইব ঘৰে॥

৩৪। ডাকে ফেঁচা ফুলে বাঁহ।
গিৰী নিজীয়ে ছয় মাহ॥

৩৫। ডাকে বোলে বঢ়া-টুটা নমাতি।
লগত ফুৰিব দিনে ৰাতি॥
তেবেসে ৰাজাৰ দয়াক পায়।
ধন-জন সুখ সবে মিলায়॥

৩৬। ডাঙ্কা-চাটা আপী।
ভাল নহয় বাপী॥

৩৭। ডাক মৰে আপোন বুদ্ধি।
অপঘাত মৃত্যুত ত্ৰেৰাত্ৰতে শুদ্ধি॥

৩৮। ডাঙৰ মানুহৰ আই। দুখীয়াৰ তাই॥

৩৯। ডাঙৰৰ ডাঙৰ, সৰুৰ সৰু।
দুৱাৰখন মেলি দিয়া সোমাই যক গৰু॥

৪০। ডাল-ডাল কৰি পকিল চুলি।
মাকে মাতে ৰূপহী বুলি॥

৪১। ডিঙিত ফটাকানি মূৰত পাগ।
সিহে হৈছে সবাতকৈ আগ॥

৪২। ডিমা ৰোল পোণ ভাতত।
চাৰি খানি ব্যঞ্জন পাতত॥

মাজে মাজে এদা লোণ ।
নিচলা* ভাজা বোল দোণ ॥

( * নিচলা—মিহামাহ )

৪৩ । ডুব যোৱা বেলি ।
কোনেও নুপূজে হাত মেলি ॥

৪৪ । ডেকা লৰা কিহুৰ ভকত ।
জীয়ৰী ছোৱালী কিহুৰ শকত ॥

৪৫ । ডেকাক ডেকাই কথা কয়,
পতি কথাই হাঁহে ।
বুঢ়াক বুঢ়াই কথা কয়,
পতি কথাই কাহে ॥

৪৬ । ডেকা কালত আৰ্জ্জিবা ।
বুঢ়া কালত ভুঞ্জিবা ॥

৪৭ । ডেকা কালত লৰা হয়
কান্ধৰ লয় ভাৰ ।
বুঢ়া কালত লৰা হয়
চুমা-চটাই সাৰ ॥

৪৮ । ডেকাই বোলে মোক নেলাগে
লৰাই বোলে মোক নেলাগে
বুঢ়াই বোলে কাৰনো কেঁচা মুই ।
পানী নহয় পি খাবলৈ
চাকি নহয় মুখ চাবলৈ
খকুলা পিঠীয়া ক'ৰনো গঁতুৱা গুঁই ॥

৪৯ । ডেৰিয়া ভূমিক লয়ে সুবুদ্ধি ।
ঘন আলি দিবা সবাক সুধি ॥
শাওণৰ কঠীয়া নহয় ধান ।
আহিনৰ গোছত বিফল জান ॥

৫০। ডেকা কালত লৰা হ'লে তাৰ নাম বলো।
বুঢ়া কালত লৰা হলে তাৰ নাম চেলো॥

৫১। ডোম, সাজিব নাজানে তোম।
যিবা এটা সাজে সিও লোঢোম্‌-ঢোম্‌॥

৫২। ডোমৰ লগত মাৰে চিতল।
মৰিয়াৰ লগত খুন্দে পিতল॥

৫৩। ডোমৰ কাচম নাওত।
নটীৰ কাচন গাৱঁত॥

৫৪। ডোম চহুকী হল চুকত পাৰিলে তুলি।
(চুকত পাতিলে ডুলি।)
উলিয়াই পেলাই দিলে গা সুং-সুঙায় বুলি॥

৫৫। ডোম মৰিয়াৰ নহৰায় চিন।
ভোকত সিংহেও নখায় তৃণ॥

# ঢ

১। ঢকা ভাত খোৱা।
২। ঢৰিবাজ।
৩। ঢকিয়াই নিওঁতা নাই, পথালি কোলালৈ কান্দে।
৪। ঢাপত গজা।
৫। ঢাপত গজা, কুলিয়ে পদা।
৬। ঢাল নাই তৰোৱাল নাই নিধিৰাম চৰ্দ্দাৰ।
৭। ঢাবিৰ আঁৰত বজাকো চৰ্চ্চে।
৮। ঢিলে কিল, টানে মান।
৯। ঢিলা আদা পায় কটিত মোহাৰি খায়।
১০। ঢিলা পালেহে ঠিলা মাৰে।

১১। চিলা মাটিতহে বিড়ালীয়ে হাগে।

১২। ঢেঁকীথুৰীয়া বুদ্ধি।

১৩। ঢেঁকীথুৰীয়া মাৰ।

১৪। ঢেঁকুৰা কুকুৰেও বাট নিদিয়া।

১৫। ঢেঁৰাপাক দিয়া।

১৬। ঢেল-ওপঙা দিয়া।

১৭। ঢেকৰা ঠাবি সিজোৱা।

১৮। ঢেৰ তিৰীৰ ঘৰ খেদেলা*।

( * খেদেলা=লেতেৰা )

১৯। ঢেঁকীয়ে স্বৰ্গতো ধান বান্দে।

২০। ঢেঁকীশাল ফুৰিলে খুদ্ চাউলৰ কিহৰ অভাৱ।

২১। ঢেঁকীৰ কোৰতকৈ ওঁঠৰ কোবহে চাৰ।

২২। ঢোৰা সাপৰ ফোপাউৰি।

২৩। ঢোল পিটি শুনোৱা।

২৪। ঢোলৰ লগত টেমেকা।

২৫। ঢোকা দিয়া কল।

২৬। ঢোকাতে কল ৰক, কলতে ঢোকা ৰক।

২৭। ঢৌ লেখা।

২৮। ঢৌঢৌতে বৌঢৌ কৰা।

২৯। ঢৌতে খৰ দিয়া ( বা মৰা )।

৩০। ঢকাক বুলি যাওঁ চেৰপেটী পিঠা
ভুকুক বুলি যাওঁ লাক।
জাপ এছাবি গাত ছিঙিলে
তেহে লাগে গাটো বাক॥

৩১। ঢক্-ঢকীৰ উঠে নাও।
নিবুকীয়ে ভাঙে গাওঁ॥

৩২। চাকোন নাইকিয়া চক।
গৰখীয়া নাইকিয়া গৰু ॥

৩৩। চাপত চপলিয়াওঁ।
কটনা কাটি পৈটো পাইছো, কলৈকো নপঠিয়াওঁ।

৩৪। চাপত গজা কুলীয়ে পদা।
বেবৰ মাটি গোৰ মাৰি দিলে সৰি পৰা ॥

৩৫। চাপত গজা।
সবাহলৈ গলে মিঠৈ নোপোৱা ॥

৩৬। টেঁকীটো লৰক-ফৰক কটৰাটো ছিগা।
কোন কলৈ গল' ( খুবলিটো কলৈ গল )
তাৰেহে লগা ॥

৩৭। টেঁকীশালৰ লতা-পতা।
ভাত খাওঁতে পানী খায় সিও এটা কথা ॥

৩৮। টেঁকী কৰে হেকাৰ-কেকাৰ মৌৰাবাৰী লৰে।
এওঁৰ ঘৰত তিনটা মুনিহ টেঁকী পাতিব ন'ৰে* ॥

( * ন'ৰে=নোৱাৰে )

৩৯। ঢেৰ ঢেৰ কৰে ঢেকুৱা পেৰ্ পেৰ্ কৰে লাই।
লফডালচেৰেকেৰে গালদিয়েক খায় ॥

৪০। টেঁকীৰ হল কুহকুহীয়া গাঁবিশলিৰ জৰ।
থোৰাই বোলে মোৰ সন্নিপাত সাৱত মাৰি ধৰ ॥

৪১। ঢেই বুলিলে মণিকূট পায়,
নাবা বুলিলে সাত চাপৰ বায়।
বা বুলিলে এচাপৰো নাই ॥

৪২। টেঁকীত মহে খালে উৰালত ফৰফৰালে।
কটৰাই সাদিনলৈ জৰালে ॥

৪৩। ঢেই দাওঁ ভদৰকলী।
মাটিতো নোশোৱে পাটীতো নোশোৱে
তাকনো থম্ কেনে কৰি ॥

৪৪। ঢোলৰ মাত শুনি নিতৌ হওঁ বিয়া।
শাহু-শহুৰৰ মাত শুনি আঁজুৰি পেলাওঁ হিয়া ॥

৪৫। ঢোলে কৰিলে দাওঁ।
ইয়াত থাকিলে গা জুৰ নকৰে
বিহু মাৰিবলৈ যাওঁ ॥

৪৬। ঢোলহে বায় যেনেকৈ।
নানাচিনো কেনেকৈ ॥

৪৭। ঢোল বায় ঢুলীয়া।
টিকাত নাই চুৰীয়া ॥

৪৮। ঢৌটোতে ৰৌটৌ।
ফটা মেখেলাৰে টৌটৌ ॥

৪৯। ঢৌত উঠিল ৰৌ।
ফটা কাপোৰেৰে টৌ ॥

## ত

১। তপত পিঁড় ( পিণ্ড )।

২। তপতে তপতে।

৩। তয়াময়া যুদ্ধ।

৪। তৰচেঙেলা।

৫। তলৰ মাটি ওপৰ কৰা।

৬। তল-খুচৰীয়া।

৭। তলি উদং।

৮। তলে পুতল।

৯। তৰা-নৰা ছিঙ্গা।

১০। তপা মুৰ ঢাক নোখোৱা।

১১। তৰ্কশাস্ত্ৰ মহা ব্যাঘ্ৰ।

১২। তলে গোবধ, ওপৰে ব্ৰহ্মবধ।*

(* অসম বুৰঞ্জীৰপৰা)

১৩। তলে শিল, ওপৰে কিল।

১৪। তৰ্জ্জন-গৰ্জ্জন সাৰ।

১৫। তথৈবচ।

১৬। তলৰ ওঁঠ ওপৰ নকৰা।

১৭। তপত ভাতৰ ধোঁৱাই খোৱা।

১৮। তপত ভাতো লাগে, জুইৰ কাষো লাগে।

১৯। তবাৰ্দ্ধকং মমাৰ্দ্ধকং।*

(* সাধুকথা)

২০। তইহে তই, মইহে মই।

২১। তপত ঘু ঘু ( ঘ ঘ ), চুই যা মাত্ৰ।

২২। তাম-তুলসী নমনা।

২৩। তামোল-পাণ কটা।

২৪। তাৰকা ৰাক্ষসী।

২৫। তাল ঘুৰীয়া।

২৬। তাঁতৰ তাহোনে ল'ৰাৰ তাহোনে সমান।

২৭। তামোলৰ বেটু পচে, কথাৰ বেটু নপচে।

২৮। তামোলৰ বেটুটো পৰিও মানুহটো মৰে।

২৯। তাম, তুলসী, গঙ্গাজল চুই শপত খোৱা।

৩০। তাল পৰিমাণে বাঢ়ে, তিল পৰিমাণে টুটে।

৩১। তাঁচপাতৰ ঘৰ।

৩২। তামোল দ, পাণ ওখ।

৩৩। তিনি টিলিকি মৰা।

৩৪। তিনি টেলেঙনি খোৱা।

৩৫। তিনি তলকতে।

৩৬। তিনি তেলনি মাৰি খোৱা।

৩৭। তিনিপৰীয়া বেলি।

৩৮। তিনি ভুৱন দেখা।

৩৯। তিকতাসেকৰা।

৪০। তিল তৰ্জ্জু।

৪১। তিল-মাহ খোৱা।

৪২। তিৰীৰ ওপৰত সকলো মৰদ।

৪৩। তিতা গছৰ আগো তিতা, গুৰিও তিতা।*

( * অসম বুৰঞ্জীৰপৰা )

৪৪। তিতা কচিৰ আগো তিতা, গুটিও তিতা।*

( * অসম বুৰঞ্জীৰপৰা )

৪৫। তিনি মতা কৰা।

৪৬। তিনি বামুণৰ যাত্ৰা নাই।

৪৭। তিলকুশ লোৱা।

৪৮। তিৰীৰ বিয়ন, মুনিহৰ ৰণ।

৪৯। তিনি শালিকাৰ জোট মাৰি
শৌচ কৰিবলৈকো নেযাবা।

৫০। তিলকে তাল কৰা।

৫১। তিৰী নোপোৱাই তিৰী পাইছে।

৫২। তিথিৰ মূৰত পানী চলু।

৫৩। তিৰীক কিলে, মিৰিক মিলে।

৫৪। তিৰীটোক বোলে সাপটো মাৰ।

৫৫। তিনি ঘৰজোৱাঁইৰ মাটিত
শকুনেও শ নাখায়।

৫৬। তিৰীৰ মেল, কলৰ ভেল।
৫৭। তিনি মূৰীয়াত কথা সুধিবা।
৫৮। তিৰী বৈৰী, সীমা বৈৰী।
৫৯। তীখৰচিং বুদ্ধি।
৬০। তীৰ্থ কাক।
৬১। তীৰ্থৰ পাণ্ডা।
৬২। তুলসীপতীয়া বামুণ।
৬৩। তুঁহৰ জুই ( তুহঁৰ জুই উমাই উমাই জ্বলে )।
৬৪। তুলসী তলৰ বাঘ।
৬৫। তুলসীৰ লগত কলপটুৱাৰ মুক্তি।
৬৬। তেজপিয়া।
৬৭। তেজক পানী কৰা।
৬৮। তেল নাইকিয়া ফপৰীয়া।
৬৯। তেল-টেঙ্গা ঘঁহা।
৭০। তেলে ধৰা।
৭১। তেলীয়া সাৰেঙ্গে সাজোঁতে-পাৰোঁতে ফেঁচু ৰজা হোৱা।
৭২। তেলীয়া সাৰেঙ্গে সজাঁওতে-পৰাওঁতে ফেঁচু ৰজাই হল।
৭৩। তেজ ধুলে উটে, মঙহ ধুলে ফুটে।
৭৪। তেলিৰ মূৰত তেল ঢলা।
৭৫। তেল-পানীৰ সম্বন্ধ।
৭৬। তেহিনো দিবসা গতাঃ।
৭৭। তেজে তুম্‌কলি হোৱা।
৭৮। তেজেৰে ৰাঙলী হোৱা।
৭৯। তেলো একোঁহা, পেটুও একোঁহা।
৮০। তোম বান্ধি উটাই দিয়া।
৮১। তোৰ একদিন কি মোৰ একদিন।
৮২। তোমাৰ নাই হাল গৰু, মোৰ নাই কঠীয়া।

৮৩। ত্ৰয়োস্পৰ্শ।

৮৪। ত্ৰাহি মধুসূদন।

৮৫। ত্ৰিভঙ্গ মুৰাৰি।

৮৬। ত্ৰিশঙ্কুৰ স্বৰ্গ।

৮৭। তই মাৰিলি পাভৰ চোঁচা
মই মাৰিলো ইকৰাৰ খোঁচা।
ভাল হ'লে হ, নহ'লে পৈয়েৰৰ আগত কৈ দিম ॥*

(* সাধুকথা)

৮৮। তপত দিলোহেঁতেন বাটকে নাচায়
আগবঢ়াই থলোহেঁতেন ভৰিত ঘা।
কাৰবাৰ আগত কয় যদি মাৰৰ মুৰটো খা ॥

৮৯। তই দিছ খাল চাই পাত।
ময়ো দিছো উমানতে হাত ॥

৯০। তলত ফুটছাই ওপৰত জাখে*।
এনে ডুখত বৈনী* কোন থাকে ॥

(* জাখে=জাকৈ। বৈনী=ভনী)

৯১। তলত ফুটছাই ওপৰত জকাই।
ইয়াত সুখ কি আছে ককাই ॥

৯২। তলত খাল ওপৰত জাল।
মোতকৈ বৈনী তোৰ অলপ ভাল ॥

৯৩। তই বানৰ মই পখী।
তোৰ-মোৰ কিহৰ সখী ॥

৯৪। তলে ঘিমান ওপৰে সিমান,
তাকে বোলে শিৰি।
ন আৰ্জ্জে পুৰণ খায়,
তাকে বোলে গিৰী ॥

৯৫। তইও কলা মইও কলা।
যোৰ পাইছো ভালা ভালা ॥

৯৬। তয়ো মাকৰ জী ময়ো মাকৰ জী।
তপত ভাতক চেঁচা কৰোঁ হেচাঁ-পোটোকা দি ॥

৯৭। ততুৱাই থাকে তত্‌কৈ, নিততুৱাই থাকে চাই।
ফটা আঁঠুৱাই ম'হ সোমাই ভুলুং ভুলুং খায় ॥

৯৮। তয়ো আল্লা ময়ো মোল্লা।
লগ পালো ভালা ভালা ॥

৯৯। তলে ফুটছাই ওপৰে নৈ।
ইয়াতকৈ সুখ খাইছিলো গৈ ॥

১০০। তথিয়াতথি লগা।
পচলাত দাঁত ভঙা ॥

১০১। তই কোন কুটা।
মধুপুৰীয়া ভকতে খাই গৈছে গুদা ॥

১০২। তলে দুবাটি ওপৰে দুবাটি
তাঁতৰ চাৰি বাটি ব।
মিচিমি দোৱানে নকৰি
মিৰি দোৱানে ক ॥

১০৩। তলে যৱ ওপৰে দোণ।
তাৰ পথাৰত নবয় কোন ॥

১০৪। তয়ো যেনেজনী ময়ো তেনেজনী
কিহেৰে মাৰিছো ফেৰ।
সমান সতিনীয়ে লবগৈ কাঢ়ি
তালৈহে মাৰিছো ফেৰ ॥

১০৫। তই থাক মই যাওঁ।
পানী আনি ভাত খাওঁ ॥

১০৬। তলমূৰী শাহু। ঘনমূৰী আহু॥

১০৭। ত'তে থাকে এখেতে কান্দোঁ।
ভৈয়াইক আনি দিয়া বুকুতে বান্ধোঁ॥

১০৮। তলে তলে বায় মোনা।
গিৰিহঁতে বোলে কুকুৰিকণা॥

১০৯। তলে জুই নাই, ওপৰে লবাই।
বকুলবৰাধানৰ কড়াই॥

১১০। তই গিৰেতনী* একদোণ ধানৰ।
মই গিৰেতনী তুঁহ পত্তানৰ॥

( * গিৰেতনী=গিৰিহঁতনী )

১১১। তন দেখি মন হ'ল।
বাপাৰ কালৰ ধন গ'ল॥
ওপৰৰ দিকে কাহে।
দেখে যে মানুহ এজনে হাঁহে॥

১১২। তয়ো ৰূপহী ময়ো ৰূপহী
ৰঙেৰে ৰঙ চৰিল।
ইকৰা পাতৰ নাও বাই গ'লো
সোওঁ মাজ পায়ে বুৰিল॥

১১৩। তাতো নাহিলো থাই,
ইয়াতো পাবলৈ নাই।
জানোবা দিনটো লঘোণে যায়॥

১১৪। তামোল এখন দিয়া ভকত।
চুণ-পাণ অকণ দিয়া লগত॥
ধপাত অকণ দিয়া পাচে।
বাকীখিনি মোৰো আছে॥

১১৫। তামোলৰ আমোল-মোল।
ক'ৰপৰা আহিলি দেৱাছালি খোৱাটো
তামোলৰ নাজান মোল ॥

১১৬। তাহানিয়ে খালে টেঙা।
এতিয়াহে লাগিল জেঙা ॥

১১৭। তালুত চুলি নাই তাকে বোলে তপা।
কথাৰ সাঁচ নাই তাকে বোলে লপা ॥

১১৮। তাঁতৰ চাৰিবাটি ব'।
কথা কোৱাদি ক'ব নোৱাৰ শোলোকত কোৱাদি ক ॥

১১৯। তামোলৰ কেওঁ।
ৰৰকৈ চেলাইছে আমাৰ তেওঁ ॥

১২০। তামোল দিওঁ খা, পাণ দিওঁ খা।
আৰু এখন দিওঁ মেললৈ যা ॥

১২১। তাঁচ, কড়ি, পাশা।
এই তিনি সৰ্ব্বনাশা ॥

১২২। তামোলৰ লগত নাখায় চূণ।
তাৰ তামোলৰ কিবা গুণ ॥

১২৩। তামোলত দিলা লং-জাই, পাণত দিলা চূণ।
কোন দিনা পাহৰিম তোমাৰ গুণ ॥

১২৪। তামোল আন পাণ আন মুখ ভৰি খাওঁ।
বেজী আন বটীয়া আন চোতালখন সি যাওঁ ॥

১২৫। তামোলৰ কিয়া* মুখত মৰে।
মাছৰ কিয়া চকত মৰে ॥

(* কিয়া=পোক)

১২৬। তাঁতত বহি নকৰিবা ভয়।
আঙুলে-আঙুলে যাব ক্ষয় ॥

১২৭। তামোলৰ চকুৰাৰ হাঁচতিখনি
ফলীয়া বেত্তৰে সিয়া।
বাঁহৰ চেঁচুৰ কটাৰীখনি
সিও সানত দিয়া ॥
আমগুটিৰ টেমাটি, কাউৰী লাডৰ চূণ,
বাটে বাটে সুধি ফুৰোঁ তামোলখোৱা কোন ॥
খাওঁ চাৰিখন দিওঁ চাৰিখন
গাঁঠিটো চাৰিখন থাকে।
নাখালেও নোৱাৰোঁ খোৱা মানুহটো
বছেৰেকত তামোলটো লাগে ॥

১২৮। তামোলত গোবৰ বাঁহত মাটি।
নকলিলে নাৰিকল শিকৰ কাটি ॥

১২৯। তাইৰ হাতে নাখাওঁ ভাত।
ঘূৰি ঘূৰি তাইতেহে হাত ॥

১৩০। তামোলটোনে ফালি দেখুৱাম।
পাণ পাতনে চিৰি দেখুৱাম ॥

১৩১। তামোলৰ আমোল-মোল।
তামোলৰ ভিতৰত আছে চাৰিজন
মাজৰ বা কোন ॥

১৩২। তিনি গধূলি (সন্ধিয়া) তৰিছে তাঁত।
উজুটিত নিচে পৈয়েকৰ দাঁত

১৩৩। তিৰী মিৰি ভাটৌ কোৱা
এই চাৰিৰ আশৈ নোপোৱা ॥

১৩৪। তিৰীয়ে পুৰুষে হ'বা একেমতি।
তেহে সিজিব হৰিত ভকতি ॥

১৩৫। তিৰীৰ লেনিয়া বৰঘুণৰ কণিয়া ঘৰ চাই নকৰে মুখচ।
এই তিনিৰ সমান নাই কুক্ষচ ॥

১৩৬। তিনিভালমান চুলি তাকে বান্ধে তুলি।
পৈয়েকে ভাল দেখে বুলি ॥

১৩৭। তিৰীৰ দণ্ডিত পন্তা খায়।
ৰজাৰ দণ্ডিত কটা যায় ॥

১৩৮। তিনি বিপ্ৰ এক শূদ্ৰ।
তেনে লগত নাযায় বিপ্ৰ ॥

১৩৯। তিনিথুটিয়া জেতুকা বটা।
চোৰ গৰুৰ বিৰিঙাৰ পঘা ॥

১৪০। তিনি মুনিহে জপনাখন দিলে।
হাঁহিনীয়ে মূৰত তুলি নিলে ॥

১৪১। তিৰী হস্তে গিৰী।
তিৰী হস্তে হতচিৰি ॥

১৪২। তিনি মোলোকাই আছিল চাই।
খোদাইটো ওলাল ভোৰোকাই ॥

১৪৩। তিৰীয়ে বিচাৰে ধনৱন্ত পৈ।
নদীয়ালে বিচাৰে মাছৱন্তী নৈ ॥

১৪৪। তিনিসাঁজি খাই বোৱাৰী কঁপে।
মই বোলো বোৱাৰী দেওহে জপে ॥

১৪৫। তিনটাতে তেতেৰী বাঁহ পাতৰ জুই।
কোনজনী আহিছ মোৰ সতিনী হুঁই ॥

১৪৬। তিনি বেঙা, তিনি চেঙা, তিনিকঠা চাউলৰ ভাত।
হাতত খঁৰা কাঁচি, টিকাত ফটাকানি
কোবমাৰি কাটি আনোঁ পাট ॥*

( * সাধুকথা )

১৪৭। তিৰীৰ চুটি। বাঢ়নীৰ বুটি ॥

১৪৮। তিনিদিনীয়া টেঙা পঁইতা চাৰিদিনীয়া গাজী।
মাহুৰ খাৰত লোণ পাইছো
ল'ৰাহঁতৰ মাক বিছনেকি আজি ॥

১৪৯। তিনিশ ষাঠি বছৰে ইটা হয় মাটি।
খোলাই চীঁ-চিঁয়াই এঙাৰে চকু মেলি চায়।
বোলে বছৰেকৰ এদিনহে যায় ॥

১৫০। তিনিদিনীয়া জৰ।
ভাতলৈ যতন কৰ ॥

১৫১। তিনিসেৰীয়া কাঁহীখন খুদ চাউলৰ ভাত।
খায় নে নেখায় ল'ৰাহঁত বাপেৰক মাত ॥

১৫২। তিনটা কথা নাই ঃ বৰ গছত চামন ডাঙৰীয়া নাই,
নামঘৰত বুঢ়া ডাঙৰীয়া নাই,
গাৰ্ঁত বুঢ়া মানুহ নাই।

১৫৩। তিনিও ভাইৰ মূৰ পকা।
কোনেও কাকো নোবোলে ককা ॥

১৫৪। তিনি কুঁইহা পান্তা হাঠা।
সেইটো মোৰ পুৰাৰ কথা ॥
তাৰ পাচত চাউল তাৰ পাচত চিৰা,
তাৰ পাচত গুৰা ॥
তাৰ পাচত খাইছো যদি
প্ৰভু তোমাৰ মূৰা ॥

(কুঁইহা=কুঁহীমাছ। হাঠা=হেতা।
গুৰা=পিঠাগুৰি।

১৫৫। তিৰী, ধৰি, কড়ি।
এই তিনি প্ৰাণৰ বৈৰী ॥

১৫৬। তিনিশষাঠিজোপা কৰা কল।
মাছেকে-পখে চিকুণাবা তল ॥

পাত-পচলা লাভতে খাবা।
লঙ্কাৰ বাণিজ্য ঘৰতে পাবা॥

১৫৭। তিনি শাওণে পাণ।
এক আঘোণে ধান॥

১৫৮। তিকতাৰ গৰু ৰখা দেখিবলৈ কুৎসিত।
মুনিহৰ ভাত ৰন্ধা মৰিলেহে উচিত॥

১৫৯। তিনিশষাঠি কলা কই।
থাক গৃহস্থ ঘৰত শুই॥

১৬০। তিনি ভাৰ্য্যা যাৰ একেটি স্বামী।
তাক পৰিহৰ বোলোহোঁ আমি॥

১৬১। তিৰীৰ চিকুণ ওৰণি লোৱা।
গোৰ চিকুণ হামোৰ-দামোৰ খোৱা॥

১৬২। তিনিযোৰা দিয়া নাঙল যুৱলি,
তিনিযোৰা দিয়া মৈ।
তিনিযোৰা দিয়া বাটলু তিৰোতা,
তিনিযোৰা দিয়া পৈ॥

১৬৩। তিৰোতাৰ কপালে ধন।
পুৰুষৰ কপালে জন॥

১৬৪। তিৰীৰ কথা শুনে যিটো।
অধোগতি যায় সিটো॥

১৬৫। তিৰীৰ নেওঁচান হাঁহি।
বনৰ নেওঁচান বাঘী॥

১৬৬। তিনিজন য'ত। নিৰঞ্জন ত'ত॥

১৬৭। তিৰী সালৰ শিৰী, তিৰী ঘৰৰ গিৰী।
তিৰী নিমিত্তে হয় হতশ্ৰী॥

১৬৮। তিৰীৰ নেওঁচান আদহীয়া বুঢ়ী।
খৰিৰ নেওঁচান গোজৰ গুৰি॥

১৬৯। তিনি উধানৰ মাজত কুকুৰটি।
হৰিহে বক্সা পৰিল পাগটি ॥

১৭০। তিনিমহীয়া ছোৱালী ন মহীয়া পেট।
হ'ল কি নহ'ল পুৰুষৰ ভেট ॥*

( * ভকতীয়া )

১৭১। তিনিশষাঠি হস্তীৰ পাল।
দ্বাদশ পৰ্ব্বত চৰে সৰ্ব্বকাল ॥
পুথুৰীত নাই পানী।
চাবি তুম্ভত ( স্তম্ভত ) বান্ধে আনি ॥*

( * ভকতীয়া )

১৭২। তিনি মৰীয়াৰ হাল।
তিনি মৰীয়াৰ ফাল ॥
তিনিওৰো নাই গৰু।
তিনিওৰো নাই লৰু ॥
নদীৰ সিপাৰে ভুঁই।
তিনিও আছিল কই ॥

১৭৩। তীৰ্থ বুলি কৰে জলত শুদ্ধি।
প্ৰতিমাত কৰে দেৱতা বুদ্ধি ॥
বৈষ্ণৱত নাই ইসব মতি।
গৰুতো অধম কৃষ্ণ বদতি ॥

( পাষণ্ড মৰ্দ্দন : কীৰ্ত্তন )

১৭৪। তুচ্ছ লোকে উচ্চ পদ পালে।
টেৰীয়াকৈ পাগ মাৰি ঘূৰি ঘূৰি চালে ॥

১৭৫। তুলিত আছিলো শুই খাটত আছিলো শুই।
খাটৰপৰা বাগৰি পৰিলো
লাগিল টিকায়ে ( পোকৰে ) মুৰে জুই ॥

১৭৬। তুমিও ভকত আমিও ভকত।
কোন ভকতৰ কটি তপত ॥

১৭৭। তুলিৰ ওপৰত তুলিচা, খোদাৰ ওপৰত বান।
আকৌ বেটী ধোৱাঁখোৱাটো আন ॥

১৭৮। তুমি বাপ মই জী।
তোমাৰ আগত কম কি ॥

১৭৯। তুমি যেন ভেঁও তেন।
দেখাতহে দেখি ভকত হেন ॥

১৮০। তুলা অগণিয়ে পাচে কন্দল লাগিলা।
তুলাৰ ভয়ত পাচে অগণি পলাইলা ॥*

(* ভকতীয়া)

১৮১। তুমি আমি কৰোঁ যদি গৰিহিত কৰ্ম্ম।
পাচত লোকে আকে মানিবেক ধৰ্ম্ম ॥*

(* কথাগুৰুচৰিত)

১৮২। তেল মাৰোঁ জাত, লোণ মাৰোঁ জাত।
ধাৰ লাগে ঋণ লাগে বতুৱাৰ গাত ॥

১৮৩। তেতেলী বেঁকা বৃদ্ধ কালে।
জোন বেঁকা জন্ম কালে ॥
ধেনু বেঁকা জোৰ দিলে।
মূৰ্খ বেঁকা সৰ্ব্বকালে ॥

১৮৪। তেলিয়াই কান্দে তেল্ পেলাই।
কপছৱাই কান্দে লেট্‌পেটাই ॥

১৮৫। তেওঁ বৰ কাজী।
এসেৰ কপাহৰ এসেৰা পাঁজী ॥

১৮৬। তেলে-টেকলিয়ে পোন। খলিহৈহে ভিন ॥

১৮৭। তেবেসে মাণিক যদি এন্ধাৰত জলে।
তেবেসে তৰু যদি হালি পৰে ফলে ॥
তেবেসে সতী যদি স্বামী সঙ্গে যায়।
তেবেসে বিদ্যা যদি ধন ধৰ্ম্ম-পায় ॥

১৮৮। তেওঁ আছিছে বনৰ দুখত।
থপাত এচিলিম লগাই দিয়াগৈ চ'ৰাঘৰৰ মুখত ॥

১৮৯। তেওঁ আছিছে পল ঘোকাত পৰি।
থপাত এচিলিম দিয়াগৈ থৰপোচ কৰি ॥

১৯০। তেওঁৰে নহ'লো ভেট।
তেওঁৰ কথা শুনি মোৰ উথহি আছিছে পেট ॥

১৯১। তেজ যায় পুঁজ যায়।
শুবীয়াৰ গা যায় ॥

১৯২। তেবেসে যশী যদি যশ বখানে আনে।
তেবেসে গৃহস্থ যদি আঁটি যায় ধানে॥

১৯৩। তেতেলীৰ নাই মিষ্ট।
আবৰীৰ নাই ইষ্ট॥

১৯৪। তেৰকুৰি বোন্দা ধৰি গৰৈ মাছে আনে।
চেলেকা-চেলেকি কৰি গীতমাত শুনে॥*

(* ভকতীয়া)

১৯৫। তৈল লোণ নাই শুদা ব্যঞ্জনৰ এনে স্বাদ,
বিনা গুৰু বন্ধন।*

(* কথাগুৰুচৰিত)

১৯৬। তোৰো মুখ বাহী মোৰো মুখ বাহী।
তোৰ পিনে চালে আকৌ মোৰ উঠে হাঁহি ॥

১৯৭। তোৰ হ'লে মোৰ।
মোৰ হ'লে বাপেৰেও নাপায় তোৰ (জোৰ)॥

১৯৮। তোমাৰ কথা ছেলিল।
বেঙেনাৰ ভিতৰত পোক সোমাই
ভিতৰে ভিতৰে গেলিল॥

১৯৯। তোৰ ঘৰত তই ৰজা,
মোৰ ঘৰত মই ৰজা।
পোতা পুখুৰীত বাকেই ৰজা॥

২০০। তোৰ মাটিত মোৰ ঘৰ।
যি ইচ্ছা তাকেই কৰ ॥

২০১। তোৰ সিফালে মুখ, মোৰ ইফালে মুখ।
মোৰ কটি বুলি তোৰ কটি খজুৱাওঁ
ভালেহে নাপাওঁ সুখ ॥

২০২। তোমাৰ মৰমতে মৰোঁ।
আধলি পাঁচটা ভৰোঁ ॥

২০৩। তোমাৰ মৰমতে মৰোঁ।
খলিহা মাছৰ ছুপিঠি খাই মাজৰ চহাটো এৰোঁ ॥

২০৪। তোমাৰ বাৰীৰে বাঁহ গাজ
তাকে খুন্দি কৰিছো খৰিচা।
তাকে দি তোমাৰে ধান দোণ সলাওঁ
কথাটো মন কৰিছা ॥

২০৫। তোৰ জনম জাতি জানোঁ মই, কঠীয়াতলীত ঘৰ।
আষাৰচেৰেক কৈ দিলেই ভিৰাই মাৰিবি লৰ ॥

২০৬। তোমাৰ বাৰীৰ পকা আম।
ছুয়ো সখী ভগাই খাম ॥

২০৭। তোমাকনো মাতিছে কোনে।
আমি আছোঁ দুৱাৰমুখৰ পোনে ॥

২০৮। তোমাৰ বাৰীত ফুলিছে ইন্দ্ৰজিত মালতী
মোৰ বাৰীত পৰিছে চাঁ।
দিনৰ যে দিনটো তোমালৈ চাওঁতে
ৰাতি পুৱি মৰে গা ॥

২০৯। তোমাৰ ঘৰ ইপাৰে, মোৰ ঘৰ সিপাৰে
মাজত কুঁহিয়াৰনি বাৰী।
আছোঁ বুলি নাছিলা চাৰি পাটী পৰালা
কটা তামোল কৰিলা বাহী ॥* (* বিহুগীত)

২১০। তোৰ মুখখন আছিল অসুৰৰ খুৰ।
এতিয়াহে হলহি বুটি কোৰ ॥

২১১। তোৰ মুখখন আছিল কপিদা চোকা।
পচলাত মাৰিছে কৰিছ ভোটা ॥

২১২। তোকো ভাণ্ডিব মোকো ভাণ্ডিব।
চৈধ সঙ্গীক কোনে ভাণ্ডিব ॥

২১৩। তোক নোদোষোঁ বাপেৰক দোষোঁ।
ঘৰ নাইকা ডালে ডালে চোহোঁ ॥

২১৪। তোৰে কথা নহয় ভালৈ।
হৰিভকতক বোল শালৈ ॥*

( * কথা গুৰুচৰিত )

২১৫। ত্বক চক্ষু মন মুখ নাসিকা শ্ৰৱণ।
ছয়গোটা শত্ৰু জানা পৰম দুৰ্জ্জন ॥

২১৬। ত্ৰিফলা দিয়া নিমৰ ছাল।
ছাগলী দুগ্ধে বাটিবা ভাল ॥
ৰাতি ভাগে তাক নিয়ৰে থৈব।
প্ৰভাত সময়ে মাথাত লৈব ॥
হাতে ঘঁহি মাথাত মাখিব।
শুকালে পাচে স্নান কৰিব ॥
যিটোজনে এহি প্ৰকাৰ কৰিব।
ক্ৰোশেক পথলৈ দৃষ্টি যাইব ॥

# থ

১। থল গৰকা।

২। থকা জুই বাৰ বাৰ, নথকা জুই এবাৰ।

৩। থল চাই কাঠীয়া পৰা।

৪। থানথিত নোহোৱা।

৫। থাপদি খোৱা চিলাই পাখি সোপাহে পায়।

৬। থালিভগা জুয়ে খেদা।

৭। থিয় কাণ।

৮। থিয় গোৰ।

৯। থিয়ৈ মৰা।

১০। থিয়ৈ থিয়ৈ স্বৰ্গলৈ যোৱা।

১১। থুকুচি পেলোৱা।

১২। থুপৰী তিৰোতা।

১৩। থুৱে-গুৱে সমান।

১৪। থেকেৰাবছা দিয়া।

১৫। থেকেৰা ফুল।

১৬। থলত থল ৰজা।
পোতা পুখুৰীত্ বাক ৰজা॥

১৭। থ থ কৰে পঁইতা বাটি।
জৰটো আছিছে ফেৰটো পাতি॥

১৮। থলে জলে খায় পিছলা।
ইয়াকে বোলে মাছৰ নিচলা॥

১৯। থাকে ঘৰ-গৰু।
নাথাকে বন-গৰু॥

২০। থাক যদি থাক মনে মনে।
গাখীৰ দি ভাত খুৱাম ঘনে ঘনে॥

২১। থাক যদি জৰত।
কেনৈ খাবি পৰত ॥

২২। থাকোতে মাণিক মুকুতা সোণ।
বিচাৰি পালেগৈ বোকাৰ লোণ ॥

২৩। থিয় দি পোৱা, বহিলে ক্রোশ।
ঘাটে বোলে মোৰ কিহৰ দোষ ॥

২৪। থিয় হৈ হাগে কেৰমেৰদি যায়।
পোকৰত হাত থঁহি,
ঈশ্বৰক পূজি হাতে হাতে পায় ॥*

(* ভকতীয়া)

২৫। থিয়ৈ মুতে চতুৰী। বহি মুতে মুতুৰী ॥

২৬। থুপৰীৰ ছিগা ৰ।
ৰ'ব নোৱাৰ যদি তুলিয়ে থ ॥

২৭। থুপৰীৰ পৈ মাজে ফুটা ছৈ,
খায় ফাটি কটনা।
এই তিনিৰ যাতনা ॥

২৮। থুন্নুপাকত নাই ধন।
ছোৱালী আনিবৰ মন ॥

২৯। থুলন্তৰ কায় দেখি ধাতু যায়
হাতত লোহাৰ ডাং ।*

(* কীৰ্ত্তন)

৩০। থেকেৰা-মেকেৰা ফুল ভোমোৰা উৰাই।
পেটৰ ছৱালে মাকে ( মাকৰ ? ) আগ-পিচ চায় ॥*

(* ভকতীয়া)

৩১। থৈ গলো নৰিয়াৰ ওচৰত।
আহি পালো নৰিয়াৰ ওপৰত ॥

৩২। থৈ লাগুনি থৈ।
চুলিটাৰি মেলিছোঁ, আগৰটো পৈয়েই পৈ॥

৩৩। থোক কল থোকে খালে, মধুনাভ দিলে পৰ।
ক'লী কুকুৰৰ এৰী নামিল, ফপৰীয়া কুকুৰৰ জৰ॥

## দ

১। দহ ভকতৰ আঁৰ হোৱা।

২। দহ-ভকতৰ আশীৰ্ব্বাদ।

৩। দহ-ভকতৰ দোষে চোৱা।

৪। দহখন মুখেৰে কোৱা।

৫। দহ-ঠাই বাগৰা।

৬। দহটকীয়া।

৭। দক্ষিণা লোৱা খোজ (দক্ষিণা লোৱা বামুণৰ খোজ)।

৮। দক্ষিণা লোৱা বামুণ।

৯। দশ-বৈদ্য সম বহ্নি (অগ্নি)।

১০। দগ্ধ অৰণ্যত মৃগে নকৰে নিবাস।

১১। দহি আছোঁ মদনক আৰ শঙ্কা নাই।*

(* কীৰ্ত্তন=হৰমোহন)

১২। দহৰ লাঠি একৰ ভাৰ।

১৩। দহ বুলিলে দহ, পঁচি বুলিলে পঁচি।

১৪। দহোটাৰ লাঠি (লাখুটি), এটাৰ বোজা।

১৫। দহো আঙুলি সমান নহয়।

১৬। দহ-ভকতক সোধা।

১৭। দন্তস্ফুট হোৱা (বা নোহোৱা)।

১৮। দশ-পুত্ৰ সম কন্যা।

১৯। দৰ্পহাৰী মধুসূদন।

২০। দফা শেষ।

২১। দশকৰ্ম্মীৰ ভাত নাই।

২২। দমঘোষৰ পুত্ৰ শিশুপাল।

২৩। দফা ৰফা ছোৱা।

২৪। দক্ষ-যজ্ঞ।

২৫। দন্ত খসিলে কিসেৰ গীতাল।

২৬। দহৰ দহ কথা।

২৭। দল টানিলেহে মাগুৰ খাবলৈ পায়।

২৮। দৰা দেখি সুৱাগুৰি তোলা।

২৯। দলনিৰ পোনা, বামুণৰ সোণা ( মোনা )।

৩০। দশম এৰি একাদশত বৃহস্পতি।

৩১। দহজনে কলে মেখিও চোৰ।

৩২। দৰিদ্ৰৰ অষ্টনিধি।

৩৩। দহৰ লগত নমৰিলেও চকু মুদ।

৩৪। দশন বিহিন কুক্তা যেন।

৩৫। দহৰ নাও বামেও যায়।

৩৬। দাঁত ছেলোৱা।

৩৭। দাঁত নিকটোৱা।

৩৮। দাতাকৰ্ণ।

৩৯। দাস্তে তৃণ ধৰা।

৪০। দাদাৰ ভাই ৰবলে খায়।

৪১। দাক ভয়নে দাপোণক।

৪২। দাতাই দান কৰে কৃপণে জলি মৰে।

৪৩। দাঁত নোহোৱা সাপৰ ফোঁপাউৰিয়ে সাৰ।

৪৪। দাপোণত মুখ চোৱা।

৪৫। দাওমৰা।

৪৬। দাঁতে দাঁতে লগা।

৪৭। দাঁতে ওঁঠে নলগা।

৪৮। দানত দুৰ্গতি খণ্ডে।

৪৯। দান চাই দক্ষিণা।

৫০। দাতাই দিয়ে, তিকতাই নিদিয়ে, বিধতাই নিয়ে।

৫১। দাঁত দেখা আঁত নেদেখা।

৫২। দানৰ দক্ষিণা, বামুণৰ ভোজনি, মানুহৰ ওলগনি।

৫৩। দায়হে ভাগে, ভকত কাহানি ভাগে।

৫৪। দিন মন্দ হোৱা।

৫৫। দিহিঙ্গে-দিপাঙ্গে।

৫৬। দিও মৰে, খাইও তৰে।

৫৭। দিন বঞ্চিব পাৰি ঋণ বঞ্চিব নোৱাৰি।

৫৮। দিলে পায়, কলে খায়।

৫৯। দিগ্‌গজ পণ্ডিত।

৬০। দিন যায় কথা থাকে।

৬১। দিন-ডকাইত।

৬২। দিঠকত সপোন দেখা।

৬৩। দিনতে সপোন দেখা।

৬৪। দিগ্‌-বিজয় কৰা।

৬৫। দিন-ভিক্ষা প্ৰাণ ৰক্ষা ( দিন-ভিক্ষা তনু ৰক্ষা )।

৬৬। দিনটো যায়, খেণটো নাযায়।

৬৭। দিব পাৰোঁ হাতত মুঠে।

৬৮। দিনক ৰাতি কৰা, ৰাতিক দিন কৰা।

৬৯। দিনে আনি দিনে খোৱা।

৭০। দিনত কাম ৰাতিত বিশ্ৰাম।

৭১। দীঘল দি পৰা।

৭২। দুই হাতে আঁকোৰা।

৭৩। দুই হাতে সামৰা।

৭৪। দুই বাঘে খাব নোৱাৰা।

৭৫। দুখে কুলাই-পাচি মধৰা।

৭৬। দুচলি খৰি।

৭৭। দুধকোঁৱৰ।

৭৮। দুষ্টৰ লট্‌পট্‌, সন্তৰ মৰণ।

৭৯। দুষ্টক দমন শিষ্টক (বা সন্তক) পালন।

৮০। দুপতীয়াতে জঁয় পৰা।

৮১। দুপতীয়াতে চিন।

৮২। দুখৰ ৰাতি নুপুৱায়।

৮৩। দুমুখীয়া সাপ।

৮৪। দুৱাৰত হাতী বন্ধা।

৮৫। দুচকুৰ কুটা।

৮৬। দুৰ্ব্বলীৰ বল বজা।

৮৭। দুৰ্ব্বলীৰ বল নাৰায়ণ।

৮৮। দুই কাণ কটা।

৮৯। দুচকুৰ হুল।

৯০। দুখ নকৰিলে মুখ নভৰে।

৯১। দুখ কৰিলেহে মুখ ভৰে।

৯২। দুই মতা ম'হৰ যুজ লাগে, মাজত বিৰিণাৰ মৰণ।

৯৩। দুখীয়া বুলিলেই কুঠীয়া।

৯৪। দুষ্ট সৰস্বতী কণ্ঠত লগা (বা বহা)।

৯৫। দুখীয়াৰ তিনি আধলিয়েহে এটকা।

৯৬। দুখীয়াইহে দুখীয়াৰ দুখ বুজে।

৯৭। দুখীয়া হলেও গাৰ গতি এৰিব নেলাগে।

৯৮। দূৰৈৰ গঙ্গাক সাতোটি সেৱা।

৯৯। দূৰৈৰ শোকোতা পাতে গধুৰ।

১০০। দূৰৈৰ গঙ্গা ওচৰলৈ আহিছে।

১০১। দূৰৈৰ পৰ্ব্বত শুৱনি।

১০২। দূৰৈৰ বৌ-ৰবালি, ওচৰৰ পুঠী-খলিহা।

১০৩। দূৰতে বিদূৰ হোৱা।

১০৪। দেও চাই বলি।

১০৫। দেখা কথাত পাটমঙ্গল চোৱা।

১০৬। দেৱতো নলগা ভকততো নলগা।

১০৭। দেশ ছাৰি বিদেশলৈ যোৱা।

১০৮। দেৱৰো বাঞ্ছনী মনুষ্য জন্ম।*

( * প্ৰহ্লাদ চৰিত্ৰ )

১০৯। দেও চাই পূজা।

১১০। দেখাক দেখি কুকুৰে কৰে একাদশী।

১১১। দেহাই বেহা।

১১২। দেহা মাৰি কিহৰ বেহা।

১১৩। দেশ চাই ভেশ ( বেশ )।

১১৪। দেশত কুকুৰ, বিদেশত ঠাকুৰ।

১১৫। দেহি দেহি পুনঃ পুনঃ।

১১৬। দেখ বুলিলে নেদেখ,
কণা বুলিলেও জগৰ।

১১৭। দেখাক দেখি বান্দৰেও টুপী দলিয়ায়।*

( * সাধুকথা )

১১৮। দেখাতে চিতল, পিঠিত কাঁইট।

১১৯। দেশতকৈ মোমাই ডাঙৰ নহয়।*

( * ঐতিহাসিক তথ্য জড়িত )

১২০। দেউতা, ছাঁ হে লিখিছে গা লিখা নাই।*

( * ঐ )

১২১। দেখিলেহে লেখিম, ঢেলীয়েনো কি পায়।

১২২। দেখিবলৈহে ধুনীয়া, হাল দেখিলেই শোৱে।

১২৩। দেখা দেখি কৰ্ম্ম, শুনা শুনি ধৰ্ম্ম।

১২৪। দেখাত দেখি কৰ্ম্ম, শিক্ষাত শিক্ষি ধৰ্ম্ম।

১২৫। দেহা বুঢ়া হয়, বেহা বুঢ়া নহয়।

১২৬। দেখিলেই লেখে, নেদেখিলেই নাই।

১২৭। দেৱৰ লক্ষ্মণ।

১২৮। দেখিছাহে বুঢ়া, অগ্নি কুৰা।

১২৯। দৈৱাসন তল গ'ল।

১৩০। দৈত্যকুলৰ প্ৰহ্লাদ।

১৩১। দৈৰ পানী এড়িয়াৰ কানি।

১৩২। দৈৰ আগ, ঘোলৰ শেষ।

১৩৩। দোৱাভজা চিৰা।

১৩৪। দোষে-গুণে সংসাৰ।

১৩৫। দোষে-গুণে মানুহ।

১৩৬। দোষৰ সাগৰ কলি।*

(* কীৰ্ত্তন : তাৎপৰ্য্য)

১৩৭। দোলাৰ নামেৰে সিকিয়াতে যাবা।

১৩৮। দোষত দণ্ড গুণত পূজা।

১৩৯। দোলা দেখি খোবা।

১৪০। দংো আঙুলিয়ে খায়।
বুঢ়াই হেঁচুকিলেহে যায়॥

১৪১। দলদোপ্ দলদোপ্ দলৰ চপৰা।
হাত নাই, মূৰ নাই, মঙহ চপৰা॥

১৪২। দৰিদ্ৰ লঙ্কালৈ যায়।
সাগৰো শুকায় মাণিকো লুকায়॥

১৪৩। দ পাথৰৰ ভেঁট।
চিনিব নোৱাৰি চকৰা চকৰী
ঢোল যেন ঢোল যেন পেট॥

১৪৪। দগা শুলে পাটীত, দাগী শুলে মাটিত।
ভাদৰ শেহত (আহাৰে শাওণে) কঠীয়া পাৰি
মাটি কলে কাত্তিত॥

১৪৫। দল টানে যি।
মাগুৰ খায় সি॥

১৪৬। দহোটাৰ লাঠি এটাৰ ভাৰ,
দেখাত তৰণি নাই।
বলিয়া কুকুৰে খায়॥

১৪৭। দলিলেও দলা নাযায় বজৰীয়া মাহ।
সেকিলেও সেকা নাযায় কাউৰীঠেঙীয়া বাঁহ॥

১৪৮। দহত ভাল, কুৰিত কিবা।
ঘৈণীয়েকে মাৰে খেদা॥

১৪৯। দহোটাৰ নাও বামেও যায়।
এটাৰ নাও দয়ো নাযায়॥

১৫০। দম্ দম্কৈ লাগে।
ততালিকে ভাগে॥

১৫১। দমৰা গৰু হলে অনেকে বায়।
গাভৰু ছোৱালী হ'লে অনেকে চায়॥

১৫২। দক্ষিণদুৱৰী ঘৰৰ ৰজা।
পূবদুৱৰী তাৰ প্ৰজা॥
পশ্চিমদুৱৰী মুখত ছাই।
উত্তৰদুৱৰী কাষলৈ নাযায়॥

১৫৩। দৰ্জ্জি দগলা সিয়ে।
অৰ কথাটো ত'ত লগাই তিনি প্ৰাণী জীয়ে॥

১৫৪। দৰিদ্ৰ যায় লঙ্কাৰ পাৰ।
তেওঁ মুণ্ডচে কান্ধৰ ভাৰ॥

১৫৫। দৰিদ্ৰই ধন নাপালে শাস্ত্ৰক মিছা বুলিব নাপায়।
পিয়ন্তী চৰাই পেট নভৰিলে মেঘ মিছা নহয়॥

১৫৬। দশ পুত্ৰ হয় যদি থাকে তাৰ ঘৰে।
স্বামীহীনা হলে নাৰীক অভাগিনী বোলে॥

১৫৭। দহ ঠাই ফুৰে ঘি।
দহ কথা শিকে সি॥

১৫৮। দধি দুগ্ধ দেই অন্ন বিপুল।
ঔষধ দানৰ নাহিকে তুল॥

১৫৯। দধি মধু ঘৃত শুক্ল তণ্ডুল।
শুকুল চামৰ শুকুল ফুল॥
হংস দৈৱজ্ঞ সুন্দৰী কন্যা।
যাত্ৰাৰ কালত সকলো ধন্যা॥

১৬০। দক্ষিণে গাজে খৰলৈ।
বুঢ়াই বিয়া কৰায় পৰলৈ॥

১৬১। দয়াৰ সমান ধৰ্ম্ম নাই।
হিংসাৰ সমান পাপ নাই॥

১৬২। দন্ত সৰে, কেশ পকে, চক্ষু নেদেখয়।
এনুৱা লোকক লোকে বুঢ়া বুলি কয়॥

১৬৩। দকৈ পুখুৰী খন্দালা গুৰুদেউ সবিয়হ নগলে তল।
সন্ত-মহন্তই সবে পানী খালে, সেইটি পুখুৰীৰ জল॥*

( * ভকতীয়া )

১৬৪। দৰিকণা মাছে পাই বৰালি গিলিলা।
পুঠী মাছে গৈয়া ভয়ে গছত উঠিলা॥*

( * ভকতীয়া )

১৬৫। দাঁতিত কঠাল মধ্যত আম।
ভেবেসে জানিবা বাৰীৰ কাম ॥

১৬৬। দাৰ নাম পক্ষিৰাজ।
কিছু কাটে বাঁহগাজ ॥
কচুত দেদেৰিয়ায়, পকা কলত ভাগে।
পানীত মাথোন লগাই দিবহে লাগে ॥

১৬৭। দাদা কিমান কাজী।
ধনু ধৰোঁতে পালো বুজি ॥

১৬৮। দাত মাৰিলেও কোমোৰাত।
কোমোৰাত মাৰিলেও দাত ॥

১৬৯। দাঁতিনীয়ে মাতিনী পায়।
পীৰাই-টিকাই লাগি যায় ॥

১৭০। দা পৰি ঘা হ'ল।
কুঠাৰ পৰি বখলাই গ'ল ॥

১৭১। দায় নাই দেৱলীয়া।
তিৰী নাই কেৱলীয়া ॥

১৭২। দানক কৰিলে মান।
পেলোৱা চোৰাক বোতলাই খুৱালে
পথাৰত দোৱালে ধান ॥

১৭৩। দাতাৰ তিনিটা গুণ :
দিব পাৰে, নিদিব পাৰে, দিও কাঢ়ি নিব পাৰে।

১৭৪। দাঁত নাইকিয়াৰ দাঁত হ'ল।
কামোৰ খাওঁতে প্ৰাণ গল ॥

১৭৫। দাৰেকলৈ বাট চায়।
পষেকলৈ বাট নাচায় ॥

১৭৬। দান চাই দক্ষিণা,
বামুণ চাই ভোজনি।

১৭৭। দাঁত নাই শিল খাই দুহাতেৰে ধৰি।
পানীৰ ওপৰে শুই থাকে পাটী পাৰি ॥*

( * ভকতীয়া )

১৭৮। দিন পালে খেণ পায়।
খেণ পালে অজৰ-অমৰ হয় ॥

১৭৯। দিনটো কাটিলে আলে–জালে।
ৰাতিটো কাটে ভোমানলে ( ভোমা জালে ) ॥

১৮০। দিওঁতে দিয়ে ধানখেৰৰ ছাই।
তাকে দিওঁতে কোঁচ-মোচ খাই ॥

১৮১। দিলো লাও, বগাল পুৰৈ, লাগিল কোৱা-ভাতুৰী।
কাউৰীৰ বাহত কুলীয়ে কণী পাৰিলে
জগিল চুঙাবাতুলী ॥

১৮২। দিনৰ পৰ্ব্বত ৰাতিৰ জুই।
তাক নেখেদি থাকিবা শুই ॥

১৮৩। দিওঁতাক বাধে যি।
সাত কপিলা বধে সি ॥

১৮৪। দিব-থ'ব পাৰিলে ভাই-ভনী।
দিব নোৱাৰিলে কাৰ কুনি ॥

১৮৫। দিন শামুকী, মাহিলী ভুকুকী, বছৰী কলহী গাই।
চকুত সেপ দি গিৰীয়ে কান্দিলে
গোহালিৰ চদকা যায় ॥

১৮৬। দিলেও নাখাৱ চাকলি।
খুজিলেও নাপায় বাকলি ॥

১৮৭। দিনত শিশুক নাছাৰিব জনে।
ৰাখিব নিশাত মাকে যতনে ॥

১৮৮। দিন পৰিছে খালত।
লাও-কোমোৰা যুঠে চালত ॥

ঘিওবা তুলি দিলো চালত ।
গোট নধৰে ডালত ॥

১৮৯ । দিয়তীৰ তাত নেদেতী আহে দিয়তীয়ে লচ্ পচ্ কৰে ।
তেঁতেলী পাতত ভাত দি তাকলি খাছা কৰে ॥

১৯০ । দিল্লীকা লাড্ডু যো খায়গা ও পস্তায়াগা ।
যো নাহি খায়গা ও ভি পস্তায়াগা ॥

১৯১ । দিছিল যিজনে ।
নিলে সেইজনে ॥

১৯২ । দিবা ভাগে নলগাইবা বাতি ।
নদী কাযেদি নাযাবা ৰাতি ॥

১৯৩ । দিবা ভাগে যোগ্য স্নুহিকে ৰতি ।
নদীৰ কোণক নযাইবা ৰাতি ॥
শাক-শুকলতি দিনত বাছে ।
সেহি ঘৰত জানিবা লখিমী আছে ॥

১৯৪ । দ্বিজ মৃগ মীণ দেখিয়া থৈবা ।
অগ্নিৰ তৰঙ্গ বামত পাইবা ॥
আগ কৰি দক্ষিণ পায় ।
যৈকে লাগে তৈকে যাও ॥

১৯৫ । দীঘল গাও কটি স্থূল ।
বোলয় ডাকে বৈধব্যৰ মূল ॥
তুমি এৰি স্বামীক বোলে তই ।
লক্ষ্মী বোলে ভাত নাথাকোঁ মই ॥

১৯৬ । দুৰ্ভগীয়া হাবিলৈ যায় ।
দাও হেৰায় বৰলেও খায় ॥

১৯৭ । দুৰ্কপালী যলৈ যায় ।
ছুলেও ফুটে বৰলেও খায় ॥

১৯৮। দুষ্টৰ একাল। সন্তৰ সৰ্ব্বতি কাল ॥

১৯৯। দুখৰ উপৰি দুখ।
কুকুৰে কামোৰে ছৰালে দলিয়ায়
ক'তো নিমিলায় সুখ ॥

২০০। দুখীয়া হলেই লেতেৰা, ভাৰ্য্যাই নেদেখে হিত।
বাটত লগ পাই মিতিৰে নোসোধে
দিব লাগে বুলি কিবা বিত ॥

২০১। দুখীয়াই কথা কয় কথালৈ নিদিয়ে কাণ।
চহকীয়ে কথা কয় গাখীৰে-গুৰে সান ॥

২০২। দুখতহে মুখ ভৰে বুঢ়ালোকে কয়।
সকলো গমি চালে মিছা যে নহয় ॥

২০৩। দুই নাৱত দুই ভৰি।
কোন নাৱত যাম চৰি ॥

২০৪। দুই নাৱত দুই ভৰি।
ৰক্ষা কৰা হে হৰি ॥

২০৫। দুখীয়াই চাউল চোবায় ভোকত।
সুখীয়াই চাউল চোবায় চখত ॥

২০৬। দুডাল সূতা এডালকৈ।
লহ্-লহ্ কৰে নিয়ে বৈ ॥

২০৭। দুখৰ দুখীয়া হলোহে ককাই
সাজি লব নোৱাৰোঁ ঘৰ।
পটীয়াৰ পাটী কিনি লব নোৱাৰোঁ
ছকুৰি কৰিছে দৰ ॥

২০৮। দুখীয়াৰ দুখ ক'তো নাই সুখ।
তিনি মোকোটা দি কুকুৰ শোৱে, কটিৰ পিনে মুখ ॥

২০৯। দুখৰ দিনত দুখ।
তিনি মোকোটা দি কুকুৰে শোৱে নেজৰ ফালে মুখ ॥

২১০। দুই মাক-জীয়েকে উটাপুটিকৈ বয়।
ন দিনৰ মূৰতহে কাপোৰ বেগেত হয়॥

২১১। দুখীয়াৰ ঘৰক দৰিদ্ৰ আহিছে
কি দিম কি দিম কৰে।
তেঁতেলী পাতত ভাত দি তাকলি খাছা কৰে॥

২১২। দুৰ্জ্জনক পৰিহৰি।
দূৰতে নমস্কাৰ কৰি॥

২১৩। দুই হাত দুই মুঠি কোৰৰ নাল।
চিবক সমান লাগে টোকোনডাল॥
(টোকোন=ওখোন)

২১৪। দুষ্টা স্ত্ৰী হলে কিহৰ মাৰ।
অক্ষমী জনত কিহৰ ভাৰ॥
অপৰাধী হ'লে নকৰে ৰঙ।
অকাটন কটাৰীত উঠে খঙ॥

২১৫। দুৱাৰ-চুকত দিলে ঠাই।
খালে নে নেখালে সোধোঁতা নাই॥

২১৬। দুইভিতি মধ্যে লুগা।
তাৰ কুষ্ঠীৰ ছেদ যোগা॥

২১৭। দুখীয়াৰ দুখ, ক'তো নাই সুখ।
ঘটে ঘটে পানী খাওঁ, শুকাই যায় মুখ॥

২১৮। দূৰৈৰ কন্যা ওচৰৰ বৰ।
ধৰি আনি ঘৰখন কৰ॥

২১৯। দূৰৈৰ পৰ্ব্বত দেখিবলৈ ভাল।
ওচৰলৈ গ'লে বাম আৰু খাল॥

২২০। দূৰৈৰ পৰা বুলিলে বাই।
সম্বন্ধ লাগিল ধুপুৰাই॥
তোৰ বাই মোৰ আই।

একেখন পথাৰৰ পোকা-পিপাৰ খায়,
সেইটো সম্বন্ধ আজিক লেগি এৰিবাৰ উপাই নাই ॥

২২১। দূৰ বুঢ়াশহুৰ দূৰ।
বছেৰেকীয়া পাদে পাতিছেহি মূৰ ॥
আপুনি থাকক বৰ খুঁটাত ধৰি ।
বুঢ়ীমাৰে মাৰি দিওঁ আচুতীয়া কৰি ॥

২২২। দূৰৈৰপৰা বুলিলে খুৰী।
গাটো উঠিল হঠাৎ কৰি ॥

২২৩। দেখাক দেখি উঠে গা।
কেতুৰীয়ে বোলে মোকো খা ॥

২২৪। দেৱতাই কোনো কাৰ্য্য কৰিলে হয় লীলা।
মানুহে কৰিলে তাক ধৰি-বান্ধি কিলা ॥

২২৫। দেওঁধায়ে পূজা কৰে খেৰৰ জুমুঠি।
ঈশ্বৰেও কয় মোৰ সেয়েহে মূৰুতি ॥

২২৬। দেও-ভূতে পালেহে চাব পাৰি।
মানুহ-ভূতে পালে চাব নোৱাৰি ॥

২২৭। দেউল কৰিলা নে সেউল কৰিলা।
লোটা-বাটি নিয়াৰ চল কৰিলা ॥

২২৮। দেখাক ( দেখাত ? ) দেখি মেৰালি পাটা।
কেনাই পালি বাপেৰ আতা ॥

২২৯। দেশ ফুৰি বাৰ।
ঘৰত থাকি তেৰ ॥

২৩০। দেখিব নোৱাৰি কৰিবি কি।
আগত থাকিম ঠিয় দি ॥

২৩১। দেখিব নোৱাৰোঁ যাক।
দেখোঁ ঘনে ঘনে তাক ॥

চাবলৈ বিচাৰোঁ যাক।
এবাৰো নেদেখোঁ তাক ( বিধতাই নিদিয়ে তাক ) ॥

২৩২। দেখিব নোৱাৰাৰ অনেক গুণ।
কাঁহৰ টেমীত নাথায় চূণ ॥

২৩৩। দেহে জানে পাপ, চিতে জানে পাপ।
মায়েহে জানে কাৰ কোন বাপ ॥

২৩৪। দেহৰ তৰণি নাই।
বলিয়া কুকুৰে খায় ॥

২৩৫। দেখিবলৈ পোৱা। ভুগিবলৈ নোপোৱা ॥

২৩৬। দেৱ পিতৃ সেৱে আৰু অতিথি।
তাহাঁৰ ঘৰে লক্ষ্মীৰ বসতি ॥
পুত্ৰ ধন-জন বন্ধু সহিত, পৰপুৰুষৰ মুখ নেচায়।
বস্ত্ৰ কেশক থাকে চিকুণাই ॥
ডাঙৰ খণ্ডতো হাঁসি থাকয়।
অলপ কৰি শাহু-শহুৰত কয় ॥
শাহুত নুপুছি নকৰে।
তেওঁৰ জানা লক্ষ্মী গৃহ নছাৰে ॥

২৩৭। দেৱতো তীৰ্থতো কৰি ভকতেসে বৰ।
ভকতক ভুঞ্জালে গুচে কৰ্ম্ম-জৰ ॥

২৩৮। দেশ কাল পাত্ৰ বুজিয়া মনে।
সেৱিব ৰাজাক বহু যতনে ॥

২৩৯। দেৱ হুয়া কপট কৰিলা হুতাশন।
পিতলক সোণা কৰে বণিয়া টেণ্টন ॥

২৪০। দেখা পাই কেঁচী বায়ে খেদিলা শেনক।
শিয়ালে কান্দিলা ধৰি হাঁহৰ পাৱক ॥*

( * ভকতীয়া )

২৪১। দেও মেলি দৰিকণা গছত উঠিলা।
কেঁকোৰাই চিলাক তেখনে দেখাইলা॥
কেঁকোৰাই বক্ষস্থ নিদিলা শিহৰাই।
মাছ ধৰিবলৈ সিটো উপায় নাপায়॥*

(* ঐ)

২৪২। দেখিও নেদেখে চিনিও নধৰে
আগত মাধৱদেৱ আছে।
এইটো শৰীৰে ভকতি নকৰে
কি উপায় কৰিবা পাচে॥*

(* ঐ)

২৪৩। দৈৱকী নন্দন ফুলি আছে বৃন্দাবন
বহি আছে বিৰিখৰ তলে।
গধূলি গোন্ধাইছে নিতৌ তাকে লৈছে
কি কৰিব ঢেঁকীয়াৰ ফুলে॥

২৪৪। দোলাৰ নামে শিকিয়াতে যাবা।
গাখীৰৰ নামে পানীকে খাবা॥

# ধ

১। ধনগুলৈ।
২। ধনঞ্জয় ঢোল বজোৱা।
৩। ধনে-কিনা পৈ।
৪। ধনেই ধৰ্ম্মৰ মূল।
৫। ধনেৰে দেউল বন্ধা।
৬। ধনেৰে মৰিশালি সজা।
৭। ধৰমৰ খুঁটি।

৮। ধৰ্ম্মৰ ডোলেৰে বন্ধা।

৯। ধতুৰাৰ কিল।

১০। ধন হলে সোণ।

১১। ধকৰাই বকৰাই সমান।

১২। ধকৰা মানুহৰ মান নাই।

১৩। ধন দিলে সোণৰ ক'ত আকাল?

১৪। ধৰো মাছ নোচোওঁ পানী।

১৫। ধন জন মন, শত্রু তিনিজন।

১৬। ধন বাঢ়িলে মন বাঢ়ে।

১৭। ধৰ্ম্মস্য সূক্ষ্ম গতি।

১৮। ধন দিলে ধোবা, মেখেলাও ধুবা।

১৯। ধনতকৈ ঢেঁকীথোৰাটো ডাঙৰ নহয়।

২০। ধৰ্ম্মৰ সদায় জয়।

২১। ধৰ্ম্মপুত্র যুধিষ্ঠিৰ।

২২। ধৰ্ম্মৰ নাম নাই, নামত ধৰ্ম্মদাস।

২৩। ধন মেলিলেহে ধন আহে।

২৪। ধৰিবা নেৰিবা, এৰিলে মৰিবা।

২৫। ধন দিলে মনাইৰ ক'ত আকাল।

২৬। ধানেই ধন, কিছুধন সোণা।

২৭। ধানখেৰৰ জুই।

২৮। ধান পকে মানে টুনিৰ মৰণ।

২৯। ধানপুৰীয়া কঠাল পাতৰ আঁৰত লুকোৱা।

৩০। ধান খোৱাক নাপায়, তুঁহ খোৱাক পায়।

৩১। ধান বাবে বল, পতান বাবে উৰিল।

৩২। ধাৰেৰে মাৰিলেও মৰা, গাদিৰে মাৰিলেও মৰা।

৩৩। ধাৰকৰা ধানেৰে থুন্দু পিঠা গুৰি
মাৰোঁ বুঢ়ী গৰু চুঁচি।

৩৪। ধাতু উৰি যোৱা।

৩৫। ধামা ধৰা।

৩৬। ধুই পানী খোৱা।

৩৭। ধুন ছিটিকা।

৩৮। ধূমেৰে খুন্দা।

৩৯। ধূপৰ ব'ঠি।

৪০। ধূমকেতু ( ধূমকেতু পৰা )।

৪১। ধেইদাওঁ বুলিলে মণিকূট পোৱা।

৪২। ধেধেয়া পৰ্ব্বত।

৪৩। ধেনু চৰাব নাযায় যাদু কোন বৰুৱাৰ পো।

৪৪। ধোদৰ পচলা।

৪৫। ধোবাৰ লাহ্-ভেম তাঁতীৰ ওপৰঁত।

৪৬। ধোবাই নেজানে কাৰ কাপোৰেৰে মৰে।

৪৭। ধনকুবেৰৰ ধন।
নিজেও নাখায় লোককো নিদিয়ে
চাই থাকিবৰ মন ॥

৪৮। ধৰুৱা হৈ নাথাকিবা দেশত।
কুকুৰে কামোৰে কাতিৰ শেহত ॥

৪৯। ধৰ্ম্মত থাকন্ত হৰি নচাৰন্ত সঙ্গ।
এতেকেসে পাণ্ডৱৰ নাহি ৰণ-ভঙ্গ ॥

৫০। ধৰুৱাৰ বন্ধা-ছটা।
মৰাৰ কন্দা কটা ॥

৫১। ধনৱন্তৰ মিছা। শুনিবলৈ ইচ্ছা ॥

৫২। ধৰুৱাৰ পুতেকে বৰুৱাক পালে
চোবাত শেলেঙী বায়।
পাথৰীৰ পুতেকে আঁকৰীক পালে
থ'বলৈ নেপালে ঠাই ॥

৫৩। ধনশিৰিৰ ওপৰে সোৱনশিৰি নৈ।
তয়ো পাবি ছোৱালী ময়ো পাম পৈ॥

৫৪। ধন লবা লেখি।
বাট বুলিবা দেখি॥

৫৫। ধনেই ধৰ্ম্মৰ মূল জানা ধনঞ্জয়।
ধন নহলে একো কাৰ্য্য নিসিজয়॥

৫৬। ধনী-নিৰ্ধনীৰ কিহৰ মতামতি।
বলী-নিৰ্বলীৰ কিহৰ হতাহতি॥

৫৭। ধন জন সম্পদ।
এই তিনি নহলে মহাবিপদ॥

৫৮। ধকুৱাই কোবাই মাৰে ধনপতি নাম।
বৰভকত নাম পাইছে মুখত নাহে ৰাম॥

৫৯। ধন আহিছে পল বোকাত পৰি।
ধপাত লগাই দে এচিলিম কৰি॥

৬০। ধনৰ যহত।
খাইছোঁ দেৱা-কৰকৰা, শুইছোঁ তুঁহত॥

৬১। ধন মহঙ্গলৈ গ'ল।
কথা ডুআষাৰ কব খুজিছিলো
ওচৰত মানুহটো হ'ল॥

৬২। ধন দিলে সোণ।
সোণ দিলে দঁতাল হাতীও পোন॥

৬৩। ধনাই কেলেহুৱা মনাই কেলেহুৱা
মাহুৰী বনৰে কঠ।
নোম টেঙৰৰ সঁচ,
তিনি কেলেহুৱা গোট খাই
মোৰ ঘৰখন কৰিলে লঠ॥

৬৪ । ধনেই ধৰ্ম্মৰ মূল ।
ধন নহলে যায় জাতি-কুল ॥

৬৫ । ধনলৈ কৰিলি মন ।
অকছি পুৰুষক নৰকত পেলালি
জীয়ৰো মাৰিলি কণ* ॥

( * বিহুগীত )

৬৬ । ধন লাছ ধন বাছ ।
ধন হলে ভাল মাছ ।

৬৭ । ধৰমৰ বান্ধিলো দ'ল ।
হোৰোষাই তললৈ গ'ল ॥

৬৮ । ধনৱন্ত লোকৰ সিজে সব কৰ্ম্ম ।
দিব থ'ব পাৰিলে শক্ৰুৰেও বুজে ধৰ্ম্ম ॥

৬৯ । ধনৰ মধ্যত ধানেহে শোভন ।
ধান নেথাকিলে মৰে তেখন ॥

৭০ । ধন নাইকিয়া মঙ্গলবাৰ ।
পো নাইকিয়া আঘোণত বিয়া ॥

৭১ । ধৰ্ম্মত থাকন্ত হৰি ।
কদাপিতো নিপিছলে ভৰি ॥

৭২ । ধনে ধনে কৰি ধনকে ঘটিলা
পৰম যতন কৰি ।
ধনে থাকিল পৰি দেহা গ'ল পিছলি
লগত গ'ল ডুচলি খৰি ॥*

( * বিহুগীত )

৭৩ । ধন জন সম্বল ।
সি নাথাকে অবিৰল ॥

৭৪ । ধন যাৰ । বল তাৰ ॥

৭৫। ধনীয়া পুৰণলতি আৰু তেজপাত।
সমভাগ কৰি খুন্দি পটাত ॥
কোৱাথ কৰি খাইবা ইয়াৰ পানী।
যতয় পীড়া জ্বৰ হৰিব জানি ॥

৭৬। ধন বাঢ়ে যাৰ। মন বাঢ়ে তাৰ ॥

৭৭। ধৰুৱাক নেৰে ধাৰে।
ভাবীক নেৰে ভাবে ॥

৭৮। ধৰ্ম্মৰ জয়। অধৰ্ম্মৰ ক্ষয় ॥

৭৯। ধনৰ নৰিয়া টান।
ভাত খাইছে উধানৰ মান ॥

৮০। ধন, গৰ্ব্ব, মন গৰ্ব্ব, চিত্ত গৰ্ব্ব কায়া।
কেইদিন মান লচো-ফচো, সবে হৰিব মায়া ॥

৮১। ধন্য ৰজাৰ পুণ্য দেশ।
যদি বৰিষে মাঘৰ শেষ ॥

৮২। ধনীৰ জয় সকলোৰে ৰঙ্গ।
ডাকে বোলে হৈল নিধনী ভঙ্গ ॥
নিধনী জন যি ঘৰে যায়।
আছোক ভাত মাতো নপায় ॥

৮৩। ধ্বজৰ উত্তৰ গজৰ পূব।
কৃষৰ দক্ষিণ অতি শুভ ॥
সিংহৰ পশ্চিম পাই তেবে।
ধন-জন সুখ মিলাইব যেবে ॥

৮৪। ধনু মীণ কন্যাত শনিৰ বাস।
হাতী ঘোঁৰা গৰু মানুহ নাশ ॥
নহলে নবীন পুৰাতনো নাশ।
যুদ্ধত লোক যমপুৰে বাস ॥

৮৫। ধনলোভী ভাৰ্য্যা চেতন লোভী ৰাজা।
সম্পদৰ ভাই-বন্ধু আপদ কালৰ মিতা ॥

৮৬। ধন মহঙ্গলৈ গ'ল।
লোণ ভাৰ থৈ মাটি ভাৰ আনিলে
ঠাই মুচিবলৈ হ'ল ॥

৮৭। ধনৱন্তৰ সদায় ৰং।
নিধনীৰ সদায় খং ॥

৮৮। ধনগুলৈ নাচিব ধনৰ বলত।
খঁৰাটেকেলি নাচিব কিহৰ বহুত ॥

৮৯। ধানটোৱে পতি কণটো।
মানুহটোৱে পতি মনটো ॥

৯০। ধানো কেঁকোৱা। বৰাও খঁকুৱা ॥
( ধানো কেউকা বৰাও খউকা। )

৯১। ধান খাই এক বৰাই।
হান খাই এক বৰাই ॥

৯২। ধানৰ পেটত চাউল, তাৰে পেটত কণটো।
তাতে ভাঙিলে মনটো ॥*

( * সাধুকথা )

৯৩। ধাৰ-ধুপাৰ কৈ খা তই।
এক মৰাণে সুজিম মই ॥*

( * আন এটা প্ৰবাদৰ লগতো ব্যৱহাৰ হয়। )

৯৪। ধান বান্দ লেঙুৰী, নোৱাৰোঁ,
পানী আন লেঙুৰী, নোৱাৰোঁ,
মাৰৰ ঘৰলৈ যা লেঙুৰী, লেকুচ্ লেকুচ্।

৯৫। ধান বান্দে ধুমুৰ ধুমুৰ, পানী আনে বেলা।
চিকুণ হাতত গোবৰ লাগিব, গৰু বেচি পেলা ॥

৯৬। ধাই-ধুই খেপাত।
বুঢ়া বজিল চেপাত॥

৯৭। ধান ব'ই থৈছোঁ এলেঙী দত।
চুৰকৈ খাইছোঁ তাৰে যহত॥

৯৮। ধান হ'ল চাউল হ'ল মৰমিয়াল পো।
ঢাবি নাই পাটী নাই কিহত শোৱ শো॥

৯৯। ধাৰ কৰি খাওঁ।
ধকৱাই নিলে আগে আগে যাওঁ॥

১০০। ধান নাইকিয়া সুদা চাং, এন্দুৰৰ গোট।
দৰা নাইকিয়া ছোৱালীবোৰৰ
কিনো চাবা সেন্দুৰৰ ফোঁট॥

১০১। ধানো আনিবি পানীও আনিবি
পথাৰত কৰিবি কাম॥
মাৰৰ ঘৰলৈ যাওঁ বুলিবি
নেগেৰা বোৱাদি বাম॥

১০২। ধান নাইকিয়া চপাৰ ধৰণী।
শিপিনী নাইকিয়া ফুলাম তৰণি (?)॥

১০৩। ধান হ'ল দোণীয়া তামোল হ'ল পোণীয়া,
মানুহ হল মুনিয়া ঘৰ কৰিলে ধুনীয়া,
বেৰত মাৰিলে চুণ।
একেখন চুৰিয়াত দহবাৰ টকা
তললৈ মূৰকৈ গুণ॥

১০৪। ধান চপালে বুঢ়ী।
গিৰেতেনী লুৰে খৰি॥

১০৫। ধানৰ লেতেৰা আহু।
মাতৰ লেতেৰা শাহু॥

১০৬। ধানেই সাৰনে ধনেই সাৰ।
ধান নহলে মৰণ সাৰ॥

১০৭। ধান কাটিবা মুঠি মুঠি।
খেৰ কাটিবা তিনি মুঠি॥

১০৮। ধান খাই হাতী।
পোকৰে নকৰে কাতি॥

১০৯। ধাৰত পৰিলে শিলো উটে।
সপোন দেখিলে বুঢ়ায়ো মূতে॥

১১০। ধান খাই সিপাৰে।
আটি-মুটি কৰে ইপাৰে॥

১১১। ধান হ'লে হোৱে সবে সাঁফল।
ধান নহলে সকলে বিফল॥

১১২। ধাত কপিলাৰ কপাল লাগিল।
চাহ ভূঁইত নাঙ্গল ছিঙ্গিল॥

১১৩। ধান নাই চাউল নাই, নাই তাৰ থুৰা।
দিনে ৰাতিয়ে খুন্দি মৰে জটীয়া ভাঙৰ গুৰা॥

১১৪। ধিন্দাঁও বগৰী পাত।
এইফালে নাহিবা বৰবৰুৱাৰ (ৰজাৰ) টেকেলা
ৰিহা নাইকিয়া গাত॥

১১৫। ধিন্দাঁও ভদৰ কলি।
মাটিতো নোশোৱে পাটীতো নোশোৱে
তাক থম কেনে কৰি॥

১১৬। ধিনিকি ধিন্দাঁও।
ধনে কিনি বন্ধুৱা সোমাওঁ॥

১১৭। ধুবুনী মৰি গ'ল।
চুবুৰি মুকলি হ'ল॥

১১৮। ধুন মাৰে ধুনীয়া, তুলি বান্ধে খোপা।
সেইজনী ধুনীয়াৰ বাঁহতলত জোপা॥

১১৯। ধুন মাৰে ধুনীয়া পকা তামোল পোনীয়া,
দাপোণত মুখ চাই ঘনাই তামোল খায়।
যেন তেওঁৰ সমান ধুনীয়া নাই॥

১২০। ধুতিত বিধুতি হ'ল।
শৌচ কৰা গাৰে ভাতগাল ৰান্ধিলে
ঔ-বখলিয়া হল॥

১২১। ধুতিহে লেঙচেঙ্, দহিহে নাই।
জোতাইহে কেৰেপ্ কেৰেপ্, ধনেহে নাই॥

১২২। ধুতুৰ-মুতুৰ কাটতী, ভাইৰ বিয়াত নাচতী।
লিচি-পিচি কাটতী, ৰেৰ জুমি চাৰতী॥

১২৩। ধুন্ ধুন্ ধুনীয়া মৰাপাতৰ চুৰিয়া।
গেলা মাছৰ টেঙা দিয়া খায়।
আৰ্চীৰে দাঁত চায় ফাৰ্চীৰে কথা কয়
মোৰ সমান ধুনীয়া নাই॥

১২৪। ধুৱাই-খুৱাই কোলে লৈবে যেবে।
ভালে ভালে ফুল পৰিব তেবে॥
জয়ধ্বনি কৰি নাড়ী কাটিব।
দৃঢ় বুদ্ধি কৰি নাভি বান্ধিব॥

১২৫। ধুনত ধুন গুটি। মেখেলাত বনগুটি॥

১২৬। ধুবুনী মাগিনী নটৰ গোৱালী।
সদা পৰিহাঁস বচন তালি॥

১২৭। ধৃতৰাষ্ট্ৰ ৰজাৰ মই স্থবুজিলো চিত্।
বাহিৰে অমৃত ভিতৰে কালকূট॥

১২৮। ধেত্তেৰি লেতেৰী, মাটি কলি ফাঁপৰী
নাপাইহে আনিলো তোক।

সমনীয়াৰ আগলৈ নোলাবি কঁাপৰী
খিত্ পাবি হঁাহিব মোক ॥*

( * বিহুগীততো গায় )

১২৯। ধেমৃনী তোৰ মুখ গন্ধে।
প্ৰভু মোক এৰিবাৰ চিন ॥

১৩০। ধেমনী তিৰোতা নানিবি ঘৰক।
ঘৰখন ভাঙি কৰে লৰক-ফৰক ॥

১৩১। ধেত্‌তেৰী মগৰমূৰী।
একেডাল বাঁহৰ তিনডাল গুৰি ॥
বুজিলে বুজ। নুবুজিলে যুঁজ ॥*

( * ভকতীয়া )

১৩২। ধোদ ঔ ধোদ।
ঘৰত জুই লাগিছে উঠ ॥

১৩৩। ধোওঁ কলি নোধোওঁ কলি।
তেও নুগুচে গাৰ মাল ॥

১৩৪। ধোওঁতে দেখিলো চেনি বাছোঁতে দেখিলো চেনি।
চেনি পাৰ হল কেনি ॥

## ন

১। ন চহকী।

২। ন দি কোৰা।

৩। নগা-মতা দিয়া।

৪। নগাক বেচা।

৫। নগাৰ চাং তলে বাট।

৬। নগাৰ নিৰ্ম্মালি।

৭। নগাৰ সংক্ৰান্তি।

৮। নগাটো চাই হোৰাটো।

৯। নপতা ফুকন।

১০। নচুৱাই লৈ ফুৰোৱা।

১১। নলগা ঠেঙত লগা।

১২। নশ মৰীয়াৰ ছশ ধান।

১৩। নকৰিবৰ চকৰি কৰা।

১৪। নৰক পৰ চেষ্টা দেখুৱা।

১৫। নগা-শোৱন দিয়া।

১৬। নটিনী বুঢ়ী হ'লে ভক্তানী হয়।

১৭। নজনাৰ ডোল ঠেঙত, জনাৰ ডোল গলত।

১৮। নপুংসকৰ পুংসৱন।

১৯। নদীৰ হানা, পাইকৰ থানা।

২০। নল মৰে গজালি উঠে।

২১। নমো নমো পাৰিজাত।

২২। নকটা খেৰৰ নশ মুঠি।

২৩। নবঞ্চিব কন্যাৰ ওঠৰটা মূৰ্ত্তি।

২৪। নতে ন-অঁৰা, পুৰণি হলে ছ-অঁৰা।

২৫। নগা নিৰ্ম্মালি ল, হোৰাতে থ।

২৬। নগৈ গড়গাৰ্ঁৰ বতৰা কোৱা ( বা পোৱা )।

২৭। নঙঠা সন্ন্যাসীৰ দেশত ধোবাৰ প্ৰয়োজন নাই।

২৮। নলগা তামোলত জেং বন্ধা।

২৯। নগৰত জগৰ লাগিল।

৩০। নৰকৰ কন্যা উদ্ধাৰিলে শুচি হয়।

৩১। নমৰেমানে চাবা, নুবুৰেমানে বাবা।

৩২। নহাৰ নটা গুণ, অহাৰ দহোটা গুণ।

৩৩। ন ভূতো ন ভবিষ্যতি।

৩৪। ন যযৌ ন তস্থৌ।

৩৫। ন দেবায় ন ধৰ্ম্মায়।

৩৬। নদীৰ কূলৰ গছ।

৩৭। নৰাণাং মাতুলাকৃতিঃ।

৩৮। নৰাণাং নাপিতো ধূৰ্ত্তঃ।

৩৯। নগৰক সাগৰ, সাগৰক নগৰ কৰা।

৪০। নখ-দৰ্পণত থকা।

৪১। ন স্ত্ৰী স্বাতন্ত্ৰ্যমৰ্হতি।

৪২। নাই নৌ কাটোতেই উকলি দিয়া।

৪৩। নাই বুলিলেও হাতীৰ পেটত একলহ পানী থাকে।

৪৪। নাই ৰঙামাটি নাই গুৱাহাটী।

৪৫। নাৱৰে গাৱঁৰে এক।

৪৬। নাকটো গুৰি চপাই কটা।

৪৭। নাকৰ তলে গোঁজা।

৪৮। নাকৰ পানী চকুৰ পানী এক হোৱা।

৪৯। নাদৰ ভেকুলী।

৫০। নামাতি ৰণ জিকা।

৫১। নাহৰ গছ কটা।

৫২। নাহৰত কৈ সুকাঠী।

৫৩। নাহৰৰ গুৰি কটা।

৫৪। নাহৰৰ গুৰি পেলোৱা।

৫৫। নাচনৰ ধন কাচনত যায়।

৫৬। নাম শুনিলেই মাটিতে সাতকিল।

৫৭। নামে সমস্ত মন্ত্ৰৰ গুণবীৰ্য্য।

৫৮। নাচিব নাজানে চোতালখন হেৰেমগৰীয়া।

৫৯। নানা মুনিৰ নানা মত।

৬০। নাকত তেল দি শুই থকা।

৬১। নাৱৰ বল ব'ঠা, ধানৰ বল কঠীয়া।

৬২। নাই হুৱাতে কঁৰীয়াই মাতে।

৬৩। নাও চাই ভৰা দিব লাগে।

৬৪। নাভূত নাশ্ৰুত কথা।

৬৫। নান্নং ন-বস্ত্ৰং ন-চ-বাৰীপত্ৰং।

৬৬। নাই লোণ থেকেৰা কুটে।

৬৭। নামৰ মুখেৰেই থকা।

৬৮। নাও বুৰি গ'লেও টিঙৰপৰা ননমা।

৬৯। নাম ল'লে ভোগাই, খাই পানীকাহঁদী।

৭০। নাৱৰপৰা পৰিলে ব'ঠায়ো এখোঁচ মাৰে।

৭১। নাৱৰ গৰ্ভে মাৱৰ গৰ্ভে সমান।

৭২। নাই বুলিলে সাপতো বিষ নাই।

৭৩। নাম বৃহস্পতি, মাতে মহন্ত বুলি।

৭৪। নাম মাত্ৰ দুৰ্য্যোধন, কৰ্ণ ইহে নৃপতি।

৭৫। নাম কাঢ়িব পাৰিলে তাৰৈ বোলেনে।

৭৬। নাওবৈছাৰ পোৱালী নাৱত টোকৰ মাৰিলেই গম পায়।

৭৭। নামাতি জিকা নোচোৱাই গিলা।

৭৮। নাখাই চুৱাপাত পেলাব নোৱাৰি।

৭৯। নাবাবি বুলিলেও চাৰিচাপৰ বায়, বা বুলিলে লেখজোখেই নাই।

৮০। নাই হে নাখাওঁ, লঘোনেও নাযাওঁ।

৮১। নাই ভূমি চতুৰ্সীমা।

৮২। নামত ধৰ্ম্মদাস, ধৰ্ম্মৰ নাম নাই।

৮৩। নাৰদ।

৮৪। নাৰদৰ ঢেঁকী।

৮৫। নামকটা চিপাহী।

৮৬। নাও বাই চৰিৰ গুতা খা।

৮৭। নাই মোমাইতকৈ কণা মোমায়েই ভাল।

৮৮। নাই নাখাওঁ, লঘোনেও নাযাওঁ, গাতো নিদিওঁ দুখ।

৮৯। নাকৰ ওপৰত ন হাত পানী।

৯০। নিজৰ গাটোকে নিজে বলে নোৱাৰা।

৯১। নিবুকা চামোন।

৯২। নিমাতী কন্যা।

৯৩। নিলাজী বন।

৯৪। নিকিনা গোলাম।

৯৫। নিগনিয়ে বোলে মোৰ গু খাওঁতা আছে দিওঁতা নাই।

৯৬। নিজৰ কটিত সাত খাদা গু, পৰৰ গু গুচাবলৈ যায়।

৯৭। নিজৰ গাৰ নোমেই শত্রু।

৯৮। নিজৰ দেশত ঠাকুৰ পৰদেশত কুকুৰ।

৯৯। নির্ব্বলীৰ বল ৰজা।

১০০। নিলগতে চেই চেই।

১০১। নিলগৰ ঢৌ নিলগতে মাৰ নিউৱা।

১০২। নিলগৰ পৰ্ব্বতটো শুৱনি দেখি।

১০৩। নিবুকা গৰুহে গু খোৱাৰ যম।

১০৪। নিকা খাই চিকা, কোৰোলা খাই ভোৰোলা-ভোৰোল।

১০৫। নিকিলাই গাঁৰু যেন কৰা।

১০৬। নিন্দে য'ত বন্দে ত'ত।

( নিন্দিলে বন্দিব লাগে। )

১০৭। নিগনি মাৰিবলৈ ঘৰত জুই দিয়া।

১০৮। নিজৰ ছাগলী ভাল হ'লে আনৰ বাৰীত এৰাপাত নাখায়।

১০৯। নিত চালনাই তাঁতী।

১১০। নিদিয়াৰ ধন নিছিঙাৰ পাণ।

১১১। নিৰ্ধনীৰ ধন অথৰ্ব্বৰ যৌৱন।

১১২। নিত ভিক্ষা দেহ ৰক্ষা।

১১৩। নিজৰ গাতে চিকুটি চোৱা।

১১৪। নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰা।

১১৫। নিজৰ ভৰিত খিয় দিয়া।

১১৬। নিজৰ মুখ বেঁকা দাপোণত চাবি লাগি।

১১৭। নিজৰ ভৰিত নিজে কুঠাৰ মৰা।

১১৮। নিজৰ ঘৰত সকলোৱে ৰজা।

১১৯। নীলা শিয়াল।

১২০। নেগুৰ-কটা বাঘ ( বা শিয়াল )।

১২১। নেগুৰত ধৰি ওলোমা।

১২২। নেজৰ জুই মুখেৰে ফুমুওৱা।

১২৩। নেদেখিলে এৰ্বা চৰা।

১২৪। নেৰিবা আদি-মূল, নেৰিবা জাতি-কুল, নেৰিবা বোলা-বচন।

১২৫। নৈত বলেহে কুটা-কাটিত বল।

১২৬। নৈয়েই লোটা-ঘটী বালিয়েই ঘৰ।

১২৭। নোম-নেগুৰ বৰ্জ্জিত।

১২৮। নোম-টেঙৰ।

১২৯। নোযোৱা কুৰ্ম্মালৈ সাতখন ভাৰ বান্ধে।

১৩০। নোপোৱা গোসাঁয়ে চেং পোৰা খায়।

১৩১। নোপোৱা ধনৰ চৈধ্য অনাও ভাল।

১৩২। নোহোৱা দেশত এৰাই বৰগছ ( বট বৃক্ষ )।

১৩৩। নোহোৱাৰ ল'ৰা হল নাম থ'লে গোপাল।

১৩৪। নোহোৱাৰ হ'ল, থ'বলৈ ঠাই নাইকিয়া হ'ল।

১৩৫। নক'লেও নোৱাৰোঁ ফটা মুখ।
ক'লেও লাগে ভৰতৰদোষ॥

১৩৬। নক'লেও আয়ে চকত খায়।
ক'লেও আয়ে কিল খায়॥
( ক'লেও বোপাইৰ কিল খায়॥ )

১৩৭। নমো নমো পাৰিজাত।
কুকুৰে চুলে বাহী গাত॥

১৩৮। নপৰিলে আছু বিছুৰ ধান।
পৰিলে শালি তুঁহ-পতান॥

১৩৯। নহালে নপৰে কিহৰ আছু।
মাতবোল নহলে কিহৰ শাহু॥

১৪০। নগাৰ ৰণ লাগিছে।
পৰডিয়ালৰ ৰং লাগিছে॥

১৪১। নলনিত ন পুৰা, দলনিত দহ পুৰা,
ঘৰৰ ওচৰত লেখ-জোখেই নাই।

১৪২। নদীৰ কি সকৰৰ।
গুৰুৰ কি ভিন পৰ॥

১৪৩। নলগা বগৰী তল ভৰি সৰিল।
নোখোজা ছোৱালী নজনী মৰিল॥*

(* ভকতীয়া)

১৪৪। নটোঠিৰ ( ? ) পট।
তুমি আৰু ঘট॥

১৪৫। নব'ই পিন্ধে জালি।
মুকই-নাদাই খায় শোলি॥

১৪৬। নকৈ ওলালে জোন।
কথা কৈ থকাটো কোন॥

১৪৭। নকৰিবা হাই-হুই কাজী।
ঘৰলৈ যাব লাগে আজি॥

১৪৮। ন নক্‌চা কাচন কাচা।
ভালকৈ নাচা ভালকৈ কাচা॥

১৪৯। ন আৰ্জ্জে পূৰণ খায় তাকে কেলে গিৰী।
তলে যিখিনি ওপৰে সিখিনি তাকে বোলে শিৰি॥

১৫০। ন পোণ হাঁহ কণী ছ পোণ কুহুমকাৰী
খুতৰাত মাৰাগৈ ভজা।
ছেওপাত কাটকগৈ ৰৰকাঁহীত বাঢ়ক গৈ
খকে বুকুভৰি ভাত ॥

১৫১। নহবলৈ হ'ল। পকা ধাননিৰ ওপৰে ম'হ বাঁহ গ'ল ॥
এডালি ধৰিলে এডালি লৰে।
চাপৰটি মাৰিলে ধানটি সৰে ॥
লৰটোত থৰটো। ডোবাটোত মুঠিটো ॥
হালিচাত ডাঙৰীটো পৰে।
দুকোঠলীয়া ভঁৰালটো, একোঠালিহে ভৰে ॥

১৫২। নতুনতে ছোৱালী ৰবৈয়া মাত।
পুৰণি হলে ছোৱালী নহুৰু-ছেলায় দাঁত ॥

১৫৩। নদী নাৰী শৃঙ্গধাৰী।
এই তিনিক বিশ্বাস নকৰি।

১৫৪। নজনা পোকৰত।
গাঁঠিখোপা ওপৰত ॥

১৫৫। নগৈ গ'লো, বেটী গাগলডেকা পালো।
কি দিনো খাম বেটী,
শুদাই থেকেৰা দি চাৰিগাল খালো ॥

১৫৬। নকৰি বোৱাৰী।
ফালি দিম কোৱাৰি ॥

১৫৭। ন শাহুৰী কেনে।
লোণে আমলখী যেনে ॥

১৫৮। নহলো ভেঁট।
তেওঁৰ কথা শুনি মোৰ উখহি আহিছে পেট ॥

১৫৯। ন চহকীৰ ধন।
ধাৰে নিলেই মৰণ ॥

১৬০। নতুন বান্ধনীৰ পৰিছে পাল।
কচু-টেঁকীয়াৰ লাগিছে ভাল ॥

১৬১। নদীৰ হান, পাইকৰ চান।
এই দুই জিৰোৱা বৰ টান।

১৬২। নল খৰি বাঁহ খৰি ধানখেৰৰ জুই।
ইয়াক বিশ্বাস কৰিলে সি পুৰুষবেটা নুই।

১৬৩। নৱ গজ বিশ ছয়।
তিনি পোনৰ ঘোঁৰা ক্ষয় ॥
বাইশ্ বলধা তেৰ ছাগল।
বাৰ বছৰে কুকুৰ পাগল ॥

১৬৪। নষ্ট গৈল কৃষি মধ্যে হল বাট।
নষ্ট গৈল নাৰী বেহাই হাট ॥
নষ্ট গৈল আঁঠুৱা ( কাপোৰ ) জাপত গোৰে।
নষ্ট গৈল মাগুৰ জুইত পোৰে ॥

১৬৫। নৰৰ লঘু লেপ্-লেপোৱা।
তিৰীৰ লঘু বাৰী বেৰোৱা ॥

১৬৬। ন শুকুতা পুৰাণ লাই।
জেঙাৰ-পেজাৰ কৰে তাই ॥*

( * ভকতীয়া )

১৬৭। নহি বিহঙ্গ দীঘল ঠোঁট।
মাংস বৰ্জ্জিত শৰীৰ গোট ॥
নুহি কে সৰ্প গৰ্ত্তত শয়ন।
সদায় কৰে দক্ষিণে গমন ॥*

( * ভকতীয়া )

১৬৮। ন আৰ্জ্জো পুৰণা খাওঁ।
ভিক্ষা দিয়া ঘৰে যাওঁ ॥*

( * ভকতীয়া )

১৬৯। ন আৰ্জ্জে পুৰাণ খাই।
ভিক্ষা দিবাৰ যেৱাৰ নাই ॥*

( * ভকতীয়া )

১৭০। নলগা বগৰী তলভৰি সৰিল।
নোপোজাকৈয়ে ছোৱালী জনীও মৰিল ॥*

( * ভকতীয়া )

১৭১। নমতা ভকতৰে সভাতল ভৰিল।
নোপোজাকৈয়ে ছোৱালীজনী মৰিল ॥*

( * ভকতীয়া )

১৭২। নদী নদ নাই জানা জল বহি যায়।
মাটি নাই তথাপিতো পুখুৰী খানয় ॥*

( * ভকতীয়া )

১৭৩। নৱদ্বাৰ নগৰে শোভন।
দেখিবলৈ অতি বিতোপন ॥
হাতী-ঘোঁৰাক আহিল লৈ।
প্ৰথম দ্বাৰে সোমাল গৈ ॥*

( * ভকতীয়া )

১৭৪। ননহোঁ ( নোহোঁ ) মই মইনা সুললিত ৰাগে।
মহাৰাজৰ আজ্ঞা হৈছে ক'ব লাগে ॥*

( * ভকতীয়া )

১৭৫। নদীৰ হানা পাইকৰ থানা।
তাত হয় অৰণ্যে হানা-কাণা ॥*

( * ভকতীয়া )

১৭৬। নকৰিলো শিৰে মাধৱক নমস্কাৰ।
ইটো মাথা গোট মোৰ হৈল মহাভাৰ ॥

১৭৭। ন শ ন কুৰি পালী।
তাৰ ওপৰে ওজা বনমালী ॥*

( * বুৰঞ্জীৰ কথা )

১৭৮। নাকত লাগিল পাক।
এজনী গৈছিল পাক ভাঙিবলৈ, তাইৰো কাটিলে নাক ॥

১৭৯। নাহাঁহিবি মোক।
খুচিবিব তোক ॥

১৮০। নাগিনীয়ে লবা পায়।
নগাই জাল খায় ॥

১৮১। নাচ বুঢ়ী নাচ।
নানাচিলে ঢেঁকীথোৰা যাচ ॥*

( * সাধুকথা )

১৮২। নাই পো লনী। নাই পো ধনী ॥
নাই পো গোঁফে। নাই পো মুখে ॥

১৮৩। নাই ধন পাণে, নাই ধন ধানে।
নাই ধন আনে-বানে ॥

১৮৪। নাই ধানৰ নেখাওঁ পিঠা।
আকৌ কিহৰ হেঁচা পিঠা ॥

১৮৫। নাহৰ পাতৰ সাজিলে ধোঁৱা।
অথনিকৈ পৈয়েকে লবছি পথালি কোলা ॥

১৮৬। নামত বৰ কমলা।
খাঁই খাই ওঠৰ পোলা ॥
নাঙল দেখিলেই শোৱে।
তাৰে হেনো ওঠৰ পূৰা মাটি ৰোৱে ॥

১৮৭। নাই-নাতোনৰ কাল।
জেঠোত বৰজনা ওলাই বহিলেহে ভাল ॥

১৮৮। নামতহে গোবিন্দাই।
ভকতিৰ লেশমাত্ৰও নাই ॥

১৮৯। নাদৰ ভেকুলীয়ে চাব খোজে সাগৰ।
গৰুৰ খোজৰপৰা উঠোতে লাগে ভাগৰ ॥

১৯০। নাকত লাগিল পাক।
বাৰজনী গৈছিল পানী আনিবলৈ,
তেৰজনীৰ কাটিল নাক ॥

১৯১। নাখালে নাজানি বস্তু তিতানে মধুৰ।
নগলে নাজানি বাট আছে কত দূৰ ॥

১৯২। নাকান্দ ছলি পাবি।
বাপেৰ গৈছে কল কৰবলৈ থোক পৰিলে খাবি ॥

১৯৩। নাই ভূমি চতুঃ সীমা।
বুঢ়া হাউলাই* পাৰে ডিমা ॥

(* হাউলা = হালোৱা)

১৯৪। নাকটো থঁৰা আৰু তালুত নাই চুলি।
নামটো পাইছে তাই ৰূপেশ্বৰী বুলি ॥

১৯৫। নাই শ্ৰদ্ধা নিদিয়ে কাণ।
তাক দিব কোনে জ্ঞান ॥

১৯৬। নাই নাই চাউল-পাত।
ৰান্ধি ফেলং শুদা ভাত ॥

১৯৭। নাদৰ পানীয়ে গা জুৰ নকৰে
নৈত নপৰে মানে।
নিলগৰ চেনেহে গা জুৰ নকৰে
ওচৰত নহলেমানে ॥

১৯৮। নাকটো কাটিলে প্ৰভু মোৰ আহিব আলে-জালে ॥
চুলিটাৰ কাটিলে প্ৰভু মোৰ আহিব কোন কালে ।*

(* সাধুকথা)

১৯৯। নাই বুলিলে নেৰে।
কুঁহিয়াৰ পেৰাদি পেৰে ॥

২০০। নাচ বগী নাচ, ঘাটৰ চেলেকনা মাছ।
তয়ো বগী ময়ো বগী একেখন বিলৰে মাছ ॥

২০১। নাই শ্ৰদ্ধা নাপাতে কাণ।
তাক দিয়ে কোনে নামৰ দান ॥*

( * কীৰ্ত্তনৰ প্ৰভাৱত ৰচিত )

২০২। নাজানি খালো আঠীয়া কল।
হে প্ৰভু ৰক্ষা কৰ ॥

২০৩। নাখাওঁ শালিধানৰ ভাত।
নিদিও বোকাতো হাত ॥

২০৪। নামৰ পৰিলে সাং।
তুৱাৰত মাৰাহি ডাং ॥

২০৫। নাকত লাগিল পাক।
মহাভকতৰ ছিদ্ৰ লাগিল
মেধি পাতিম কাক ॥

২০৬। নাকত লৈ চাকত ঘূৰাম।
খঁৰা টেকেলিৰে পানী খুৱাম ॥

২০৭। নাই চাউল-পাত।
কেনেকৈ খোৱা তপত ভাত ॥

২০৮। নাই চাউল-পাত ৰান্ধা শুদা ভাত!
গাখীৰে-পানীয়ে খাওঁ।

২০৯। নাখালেও নোৱাৰোঁ লৰিব, খালেও নোৱাৰোঁ কৰিব,
শুলেও নজগাবা মোক।
হুমাহুমান শুবলৈ দিলে বাব পাৰিবা মোক ॥•

২১০। নাখাওঁ নাখাওঁ বুলি বিয়নী তিনি হাঠা* খায়।
আৰু এক হাঠা খুজিলে বিয়নী হাঠাৰ খুন্দা খায় ॥

( হাঠা = হেঁতা )

২১১। নাখাওঁ মূলা সেৰেকা লাগে।
সেই মূলা কামত লাগে ॥

২১২। নাকান হুলি নাকান*,
পিতে গৈছে মাছক, মাছ আনিব ভাবে।
খাবি শুকুতা-খাৰে॥
( * নাকান=নাকান্দ )

২১৩। নাৰৰ বাৰ ফটা। পুৰুষৰ কাণ কটা॥
তিৰীৰ সকমুৰা। ঘুমটিৰ বৰেৰ পুৰা* ॥
( * বৰেৰ পুৰা=প্ৰত্যূষৰ সময় )

২১৪। নাকত আছে নাকফুলা, কুহুৰ কুহুৰ কাহোঁ।
কাঁহৰ বটা আগত লৈ মিচিক-মাচাক হাঁহোঁ॥

২১৫। নাহৰৰ কলি। ক'তে বন্দী হুলি ॥
কি দি মুকলি হ'লে।
গাতে কামিজ চোলা, পাকিটত আধলি,
তাকে দি মুকলি হলে ॥
( * পাকিট=পকেট )

২১৬। নামত শৰণ হৰিত শৰণ।
বোন্দাই পোৰা মাছ খায় বান্ধনীৰ মৰণ॥

২১৭। নাজানি দৈবৰ গতি।
ওফোন্দাই গালি পাৰে পাৰ্ব্বতী॥

২১৮। নাৰিকলৰ গুৰিত লুণীয়া মাটি।
শীঘ্ৰে শীঘ্ৰে লাগে গুটি ॥

২১৯। নামছে গেন্ধেলা।
ছকুৰি টেকেলা ॥

২২০। নাঙল বলদত সবাৰে আশ।
যাৰ নাই ( ই সব ) তাৰ সকলো নাশ ॥

২২১। নাৰত মুঠিবা ভগা।
তুখীয়া মিতিৰৰ নহবা লগা ॥

২২২। নাপিতৰ ঘৰে যদি ক্ষৌৰ কৰ্ম্ম কৰে।
আছোক মনুষ্য দেৱতাৰ শ্ৰীহৰে ॥

২২৩। নাদৰপৰা আনিলো তিনিটা বামী।
চকৰপৰা নাহিল এটাও নামি॥
(উ) ক'ৰবাৰ বামী কৰবালৈ গল।
শাকে-খাৰে বামী মিহলি হ'ল॥*

(* সাধুকথা)

২২৪। নাকৰ ওপৰত ন হাত পানী।
চুতীয়া শালিকাই লৈ যায় টানি॥

২২৫। নাম অক্ষৰ দুই মাত্ৰ কৰি।
নাম স্থিৰ কৰি পুৰুষ নাৰী॥
বেদে হৰি পাইব ভাগ।
তেবে পাইব জীৱন-মৰণ লাগ॥
শূন্য একে মৰে পতি।
দুই পাইলে মৰে যুৱতী॥
তিনি পাইলে উভয় মৰণ।
ডাকৰ এই নিশ্চয় বচন॥

২২৬। নামক নামে ভজে নামক নামে যজে
নামক নামে কৰে সেৱ।
নিজ নাম লৈয়া জীৱ তৰি গৈলা
মূলক নাপাইল কেও॥*

(* ভকতীয়া)

২২৭। নাৰায়ণে বোলে ধঁৰিয়া বিষাদ নকৰ মনে।
পূৰ্ব্ব জনমৰ যি পাপ কৰিছ, সি ফল ভুঞ্জো আপুনে॥*

(* ভকতীয়া)

২২৮। নাম ললে পাপ হয় মেৰুৰ সমান।
এতেকে জ্ঞানীগণে নলয় হৰিৰ নাম॥*

(* ভকতীয়া)

২২৯। নাও চপ চপ দেখো ঢৌ অপাৰ।
ডুবুৰে নৌকা সুজান কণ্ডাৰ॥
নকৈ নাৰ্জ্জোঁ পুৰণি খাওঁ।
ভিক্ষা দিয়া মাও ঘৰলৈ যাওঁ ॥*
(* ভকতীয়া। কথাগুৰু চৰিতত কাহিনী আছে)

২৩০। নাকৰ কাণৰ ভয়ে ক্ষুৰ পলাই যায়।
পাচে পাচে বুলি তাৰ হাঁসিয়া খেদয় ॥*
(* ভকতীয়া)

২৩১। নাই দুৱাতে কঁৰীয়াই মাতে।
নাই কাটোতেই মেদিনী ফাটে ॥*
(* ভকতীয়া)

২৩২। নাবান্ধা খৰিৰ বান্ধে ভাৰ।
সাত সাগৰত হোৱে পাৰ ॥*
(* ভকতীয়া)

২৩৩। নাও নাই ব'ঠা খনে পাৰক কৰয়।
চৰিডালে হাত মেলি মানাক কৰয় ॥*
(* ভকতীয়া)

২৩৪। নাম ললে পাপ হয় মেৰুৰ সমান।
তাকে জানি ভক্ত সবে নলয় হৰিৰ নাম ॥
জানি-শুনি নাম ললে বাসনা হয় ক্ষয়।
নাজানি-নুশুনি নাম ললে উলামুলা হয় ॥*
(* ভকতীয়া)

২৩৫। নাও দিলো ব'ঠা দিলো আৰু দিলো চৰি।
বাই-বুটি খাব নোৱাৰে কোন কাৰ বৈৰী ॥*
(* ভকতীয়া)

২৩৬। নামত বলে কৰৈ পাপ বুদ্ধি।
অষ্টাঙ্গ যোগে নাহি তাৰ শুদ্ধি ॥*
(* কীৰ্ত্তন)

২৩৭ । নাচাওঁ ৰামৰ মুখ যাওঁ পাতালক ।
বিকুথি বিকুথি ৰামে মাতিছে মোক ॥

২৩৮ । নিলাজৰ লাজ নাই ।
কেঁকোৰাৰ মূৰ নাই ॥

২৩৯ । নিতৌ এনে কৰে বোপাই নিতৌ এনে কৰে ।
নাচ বুলিলে নেনাচিলে ঢেঁকীথোৰা যাচে ॥*

( * সাধুকথা )

২৪০ । নিজলৈকে নাই পৈ ।
তোলৈ আকৌ ক'ত পাওঁগৈ ॥

২৪১ । নিয়মীয়ে নিয়ম কৰে, কৰে একাদশী ।
ওৰে ৰাতি পোৰা মাছ খায় বাঢ়নীটাৰত বহি ॥

২৪২ । নিজৰ মতা গাধ ।
লোকৰ মতাই তামোল দিয়ে, সিহে বুকুৰ বান্ধ ॥

২৪৩ । নিজৰ পোকৰ টেক্‌টেকীয়া ।
লোকৰ পোকৰলৈ পানী ছটিওৱা ॥

২৪৪ । নিষ্ফল জীৱন পৰক কৰে আশ ।
নিষ্ফল জীৱন খাটে পৰবাস ॥
নিষ্ফল জীৱন দিনে লোৰে খৰি ।
নিষ্ফল জীৱন যি পৰৰ ধাৰী ॥

২৪৫ । নিবুকীয়ে ভাঙিলে গাওঁ ।
ৰচকীৰ যায় নাওঁ ॥

২৪৬ । নিমাতীয়ে ভাঙে গাওঁ ।
ৰবৈয়াৰ উঠে নাওঁ ॥

২৪৭ । নিজৰ বুদ্ধি শিলৰ খুঁটি ।
লোকৰ বুদ্ধি পেট উদি ॥

২৪৮ । নিয়ে থয় কৰে হিত ।
তাকে বোলে পুৰোহিত ॥

দিয়ে থয় কৰে মান।
তাকে বোলে যজমান ॥

২৪৯। নিজ হাত জগন্নাথ।
পৰৰ হাত চুৱাপাত ॥

২৫০। নিলগলৈ নাযাবা গা পুৰি মৰোঁ।
ওচৰতে থাকা গা জুৰ কৰোঁ ॥

২৫১। নিলগৰপৰা চুমাটো দিছে।
গালৰ আদখন ছিঙি নিছে ॥

২৫২। নিধনী যেনি যায়।
আছোক ভাত-মাছ, হৃদয় শুকায় ॥

২৫৩। নিধনী যিঘৰে যায়।
আছোক ভাত, মাত নাপায় ॥

২৫৪। নিজৰ পোৱে মাছ মাৰিছে মুখ জুবুৰিয়াই থা।
পৰৰ পোৱে মাছ মাৰিছে বেৰৰ জলঙ্গাই চা ॥

২৫৫। নিজেই পৰৰ খাওঁ।
শুনিব নোৱাৰোঁ আলহীৰ নাওঁ ॥

২৫৬। নিজনামা উত্তমা, পিতৃনামা মধ্যমা।
শহুৰ নামা অধমা ॥

২৫৭। নিজৰ হ'লে খাই যোৱা।
পৰৰ হ'লে চাই যোৰা ॥

২৫৮। নিজেও নাজানে বুদ্ধি।
পৰকো নাচায় সুধি ॥

২৫৯। নিচিনি চিনিলো তোক।
আখি নাই অন্ধলা, ভিৰী নাই বৰলা,
বনৰে বগৰা জোক ॥

২৬০। নিলাজ তামাখুৰ পাত।
পাই নাপাই মেলে হাত ॥

২৬১। নিজৰ দেহা তৰোঁ তৰোঁ।
ভদীয়া কাকা মোকো পাৰ কৰোঁ॥

২৬২। নিলাজী ডাঁহী।
পাদি পেলাই হাঁহি॥

২৬৩। নিজ-ঘৰ এৰি যায় পৰ-ঘৰ।
ডাকে বোলে তাইক এৰিবা নৰ॥

২৬৪। নিসত্ব তনু তৃষ্ণাতুৰ জানি।
সূতিকা নিকটে নথৈব পানী॥
সুহৃদে ( সুদৃঢ়ে ? ) বান্ধিব কটিৰ বস্ত্ৰ।
সূতিকা নিকটে ৰাখিব অস্ত্ৰ॥
গৃহ চাৰিচুকে দ্বাৰ মুখত।
বচ সিজু আনি ৰুইব শকত॥

২৬৫। নিজৰ কৰ্ম্ম দোষ।
কি কৰিম হৰিত ৰোষ॥

২৬৬। নিদ্ৰা নাসে চোৰৰ পৰৰ দেখি ধন।
নিদ্ৰা নাসে ব্যাধিবন্ত ৰোগী যিটো জন॥
নিদ্ৰা নাসে পৰক যে কৰে অপকাৰ।
নিদ্ৰা নাসে যাৰ শত-সহস্ৰেক ধাৰ॥

২৬৭। নিৰঞ্জন থাকে ক'ত।
হৰিৰ গুণ-কীৰ্ত্তন ( চৰিত্ৰ গায় ) য'ত॥

২৬৮। নিলগৰ পৰ্ব্বত ৰাতিৰ জুই।
ইয়াক নেখেদি থাকিবা শুই॥

২৬৯। নিদিয়া কুটুম থাকক ভালে।
তাক পাম মই নিদান কালে॥

২৭০। নিঃকিন হৈ নজন্মিবি দেশত।
কুকুৰে কামোৰে ভাদৰ শেষত॥

২৭১। নিধনীৰ ককা, বেঙেনাৰ পকা, দৰিদ্ৰৰ সোদৰ ভাই।
একাঁহী দিওঁতে গল কাটি গ'ল, ভাই বোৱাৰীয়ে মুখ চায়॥

২৭২। নিশ্চয়ে পাৰ।
অনিশ্চয়ে সংসাৰ।*

(* ভকতীয়া)

২৭৩। নিগনিয়ে গীত গায় এন্দুৰে নাচয়।
সভাত নৰহি মাখি উৰিয়া ফুৰয়॥*

(* ভকতীয়া)

২৭৪। নিশ্চয়ে ভকতি।
অনিশ্চয়ে অসঙ্গতি॥*

(* ভকতীয়া)

২৭৫। নিচিন্তে চৰণ নাম নলয়ে তোমাৰ।
সদায়ে প্ৰমত্ত লোক পাষণ্ড আচাৰ॥*

(* কীৰ্ত্তন)

২৭৬। নীচ লোকে উচ্চ পদ পালে।
টেৰিয়াকৈ পাগ মাৰি ঘূৰি ঘূৰি চালে॥*

(* একে ধৰণৰ "তুচ্ছ লোকে......চালে")॥

২৭৭। নীচ সঙ্গত নহৈব কথা।
একো কালে তাৰ নাপায় ব্যথা॥

২৭৮। নীতিক এৰি অনীতিত চৰে।
অৱশ্যে তাক বিধতাই হৰে॥

২৭৯। নুচুই ডুমুনী তুলিলে বোজা।
নপচি-নুশুনি হলহি ওজা॥

২৮০। নুমলীয়া ধান বানৰ।
নুমলীয়া ছলি আনৰ॥

২৮১। নুদোঁহস্তে কঁৰীয়াই মাতে।
ডাঙৰ আপাই বাটি পাতে॥

২৮২। সুকচে ঝিজনী স্বামীৰ পাশে।
পৰমুখ চাই মৃচুকাই হাঁসে॥
ঘৰত ঢেঁকী পৰ ঘৰে যায়।
ডাকে বোলে তাইক পৰেসে খায়॥

২৮৩। নুহিকে পৃথিবী জানা পুখুৰী খানয়।
নাহিকয় জল তাত পাৰ ভাঙি যায়॥*

(* ডকতীয়া)

২৮৪। নেখাতী মামৰী
গোটে গিলে দামুৰী॥

২৮৫। নেখাওঁ নেখাওঁ তিনতলীয়া॥
কোনে বুলিব জোঁৱাই কলীয়া॥

২৮৬। নেখালে নোৱাৰোঁ লৰিব।
খালে নোৱাৰোঁ কৰিব॥

২৮৭। নেখাওঁ নেখাওঁ বুলি জিকা দিলে ভাতত।
কুটুপ্ কুটুপ্ কৰি খালে এটিও নেৰিলে পাতত॥

২৮৮। নেজ-গুৰৰীয়া গো।
শেঙুন-নঁকা পো॥

২৮৯। নেগুৰ কাটি বাঘ চোঙত মেলা।
কটাৰি দি ল'ৰাক কুহিয়াঁৰণিত মেলা

২৯০। নেগুৰ-কটা নিলাজৰ বাৰীয়ে বাট।
নাকৰ এপাহি কাটিলি বান্ধে, কাণৰ এপাহি কাট॥

২৯১। নেদেখাই দেখিলে ঢাৰি পাৰি লেখিলে।
বৰলাই তিৰোতা আনি মাহী আই যেন দেখিলে॥

২৯২। নেওঁতাৰ লচ্‌পচ্ যঁতৰতে ঘেওঁ।
দিনে-ৰাতি বোৱা কাপোৰ শাহুৰীকে নেওঁ (নিওঁ)॥

২৯৩। নেখালেও নোৱাৰোঁ চুৰট-চেলেউমণি
গাৰ কাপোৰ-কানি পোৰে।

নেচালেও নোৱাৰোঁ তোমাৰ মুখলৈ
জালুক-জলকীয়াই পোৰে ॥*

( * বিহুগীত )

২৯৪। নেজৰ্থৰা মনে মানি।
বাঘ-চপৰীয়াক ঘৰত নানি ॥
তালমুৰীয়াই বয় হাল।
ভাতে নাটে সৰব কাল ॥

২৯৫। নৈৰ বন নাই খান্দে আৰু পাতে।
বিষয়াৰ বন নাই ভাঙে আৰু পাতে ॥

২৯৬। নৈৰ সমান ব'ব কোন।
আইৰ সমান হ'ব কোন ॥

২৯৭। নৈ গ'ল দূৰণি বাটো হ'ল ঘূৰণি।
হাতেৰে ঢুকি নাপালে ॥

২৯৮। নোপোৱাই পালে।
চপাই ধান দালে ॥

২৯৯। নোম-নেগুৰ বৰ্জ্জিত।
ভঁৰাল তলত গায় বৰগীত ॥
মাকৰ নাম বৰ পোহাৰী।
বাপেকৰ নাম ৰণজিত ॥

৩০০। নোধোওঁ গা ধুৱালি, নেখাওঁ ভাত খুৱালি।
নিগিলোঁ ভাত কি কৰ কৰ ॥*

( * সাধুকথা )

৩০১। নোপোৱাই পাইছে।
পাখিয়ে-চাখিয়ে গিলিছে ॥

৩০২। নোহোৱাৰ ঘৰত হৈছে নাতি নাম থৈছে গোপাল।
দিনে ৰাতি কান্দি মৰে কিনো আঠীয়া কপাল ॥

৩০৩। নোহোৱাৰ ল'ৰা হ'ল নাম থ'লে গোপাল।
হাগিবলৈ কোঁপ নাই হায় মোৰ কপাল ॥

# প

১। পকা আঙ্গঠা।
২। পকা থেকেৰা।
৩। পঘা খোৱা।
৪। পচলা-কটা দিয়া।
৫। পচলাত দাঁত ভঙা।
৬। পথালি কোলা লৈ কন্দা।
৭। পথালি কোমোৰা।
৮। পদুম পাতৰ পানী।
৯। পচুলি-সুঙ্গা।
১০। পবৰ মূৰত খোৱা, ভটীয়া নাৱত যোৱা।
১১। পকিঁতি লৰা।
১২। পৰ্ব্বতে-পাষণ্ডে।
১৩। পঞ্চপ্ৰেত।
১৪। পকা আমৰ বেলিকা কুঁজা মোহা।
১৫। পকিল কল সোৱাদহে হ'ল।
১৬। পৰঙ্গী জালৰ তল-ওপৰ চিন নাই।
১৭। পথৰা শিল।
১৮। পৰ্ব্বতত বজ্ৰা ভৈয়ামত কি ?
১৯। পবত আশ বনত বাস।
২০। পবৰ পাই জৰৰ গাবে খায়।
২১। পৰভকুৱা হবা, পৰঘকয়া নহবা।

২২। পঁইতা ভাতত খৰিকা মৰা।

২৩। পতান ধানেৰে ভঁৰাল ভৰোৱা।

২৪। পনীয়াল-পিটিকা দিয়া।

২৫। পথালি-চকুৱা মনিচ্।

২৬। পথাৰৰ মাজৰ যুঢ়া।

২৭। পচোৱাৰ লগত বলা।

২৮। পৰদেশ মৰ ভেশ।

২৯। পৰৰ ঘৰৰ দাৱনী, নিজৰ ঘৰৰ ৰাণী।

৩০। পলায় বাসব ফিৰি পাচক নচাই।

৩১। পতিৰ মৰণে সতীৰ মৰণ।

৩২। পৰচিত্ত অন্ধকাৰ।*

( * অসম বুৰঞ্জীৰপৰা )

৩৩। পৰে কি জানে পৰৰ ব্যথা।

৩৪। পৰৰ ধনত পোদাৰ*।

( * পোদাৰ = পোদ্দাৰ )

৩৫। পৰৰ ধনেৰে বাপৰ শ্ৰাদ্ধ।

৩৬। পৰহস্ত গতং ধনম্।

৩৭। পৰশুৰামৰ কুঠাৰ।

৩৮। পৰৰ পাত চেলেকা।

৩৯। পৰৰ মূৰত নাৰিকল ভঙা।

৪০। পৰৰ মূৰত কঠাল ভঙা।

৪১। পথি নাৰী বিবৰ্জ্জিতা।

৪২। পলায় যি সাৰে সি।

৪৩। পচা আদাৰ জাল বেছি।

৪৪। পৰ্ব্বতত কাছকণী।

৪৫। পণ্ডিত, জপে-তপে খণ্ডিত, ভোজনত ব্যাঘ্ৰ অৱতাৰ।

৪৬। পৰৰ আঙুলিটোহে জুইত দিয়ে।

৪৭। পৰহাতী হবি, পৰভাতী নহবি।

৪৮। পকরাই পৰ্ব্বত খহায়।

৪৯। পদৰ লগে লগে স্বভাৱৰো পৰিবৰ্ত্তন হয়।

৫০। পলাই-উৰাই গঙ্গালৈ, চুৰ-তাৰিকৈ বামুণলৈ।

৫১। পৰৰ শ্ৰাদ্ধত কোনে আঁঠু লয়।

৫২। পঙ্গুৰ গিৰি লঙ্ঘন।

৫৩। পৰি উঠাতোহে বীৰত্বৰ চিন।

৫৪। পচলা বান্ধিবৰ জুতি নাজানে, ভোজ বান্ধিবলৈ যায়।

৫৫। পহু চাই খাবলৈ গৈ ফান্দত পৰা।

৫৬। পানীৰ মিঠৈ।

৫৭। পাভযুৰীয়া মানুহ।

৫৮। পায়ে পৰি নমস্কাৰ।

৫৯। পাহৰা-গুটি খোৱা।

৬০। পাখিৰ আঁৰত ডাঙৰ হোৱা।

৬১। পাগৰ বাহিৰ।

৬২। পাটীৰ তিক্ততা।

৬৩। পাত-কটা ডাঁৰ।

৬৪। পাত পাৰি ভাত নোপোৱা।

৬৫। পানী নসৰকা।

৬৬। পানীৰ মাছ।

৬৭। পাগলৰ গো বধে আনন্দ।

৬৮। পানীৰ ঔটেঙা।

৬৯। পাপৰ পৰ্ব্বত ধৰ্ম্মৰ সূতা।

৭০। পাদক কাহে ঢাকিলে।

৭১। পাৰ পালে ইপাৰ, পাৰ পালে সিপাৰ।

৭২। পাপীৰ লগত যমদূতৰো শাস্তি।

৭৩। পালেহি চ'ত ধান বওঁ ক'ত।

৭৪। পানীৰ তলৰ কাঁইট।

৭৫। পানীয়ে মৰা বাও।

৭৬। পানী-খোৱা পুখুৰীত বিহ ঢলা।

৭৭। পানীয়ে পানীয়ে শিকোৱা।

৭৮। পাৰত গজোৱা।

৭৯। পানীত হাঁহ নচৰা।

৮০। পাট কাপোৰেৰে গা কাটে, কানি পিন্ধিৰে মন।

৮১। পামৰ, গালৈকে সামৰ।

৮২। পাচ দিলে পৰ্ব্বতক পিঠি।

৮৩। পাতো কাটিবি নাকো চাবি।

৮৪। পাণ্ডৱ বৰ্জ্জিত দেশ।

৮৫। পাণ্ডৱৰ অজ্ঞাত বাস।

৮৬। পাঁচো আঙুলি সমান নহয়।

৮৭। পাত কাটি ভাত খোৱা।

৮৮। পাথৰত পাঁচ কিল।

৮৯। পাতৰ ভাত কাঢ়ি নিয়া।

৯০। পাতৰ ভাতেৰে কুকুৰ পোঁহা।

৯১। পাৰ পালে ভূৰক লাঠি।

৯২। পাৰ পালে যুগী ভূৰক মাৰে লাঠি।

৯৩। পানীত বাস কৰি কুম্ভীৰৰ লগত বাদ।

৯৪। পাপীৰ মন পিঠাত।

৯৫। পাপৰ ধন পৰাচিত্তত যায়।

৯৬। পাৰত গজাৰ পাৰিলেহে মানুহ।

৯৭। পাটীয়ে পাটীয়ে শোৱে, গাত গা নালাগে।

৯৮। পালিৰ নোৱাৰাৰ ৰুদ্ৰাক্ষৰ মালা।

৯৯। পাদি চাউল পালে, শিঙা ফুৰায় কোনে ?

১০০। পাই পাই লাভা, বিভেলী দাতা।

১০১। পাগচোৰা কুকুৰৰ বৰ টাঙোনেই গতি।
১০২। পাৰত পলম, গাঁঠিত তল, গাত গজে পোখায়।*

(* তকতীয়া)

১০৩। পাত-কঠাল পাতৰ আঁৰতে লুকোৱা।
১০৪। পাপ কৰিলে তাপ যায়।
১০৫। পালা সাপ পেলালা মাৰি।
১০৬। পানীকাউৰীয়ে খেদি দিয়ে, দৈকলাৰ ভোজ হয়।
১০৭। পানী পালে ঢেকুৰ, বাম পালে কেকুৰ,
এতিয়াহে ভোক লাগে লোণ-তেল।*

(* সাঁথৰো হয়)

১০৮। পিশাচে পোৱা।
১০৯। পিটিকাত চাৰিগুণ লোণ যোৱা।
১১০। পিঠি খজুওৱা।
১১১। পিঠিত তেল ঘঁহা।
১১২। পিঠিত বাবৰি ফুল বছা।
১১৩। পিহি কৌঁট লোৱা।
১১৪। পিয়লিৰ ভাত শিয়ালে নাখায়।
১১৫। পিন্ধি-উৰি ওলালে বান্দৰীও সুন্দৰী হয়।
১১৬। পিতামহ ভীষ্ম।
১১৭। পিপৰাই পৰ্ব্বত খহায়।
১১৮। পিতৃ-মাতৃ পৰম গুৰু।
১১৯। পুতলা নচুওৱা।
১২০। পুলিয়ে-পোখাই উঘলা।
১২১। পুৱাহলে নাওমেলি যোৱা।
১২২। পুনৰ্মুষিকো ভৱ।
১২৩। পুতনা ৰাক্ষসী।
১২৪। পুঠীমাছৰ চৰ্চ্চৰীয়ে সাৰ।

১২৫। পূবৰ বেলি পশ্চিমে ওলোৱা।

১২৬। পূৰ্ব্ব শত্ৰু মনে জানি কামদেৱে শৰ হানিলে।

১২৭। পৃথিবী সাতফাল কৰা।

১২৮। পেট দিয়া।

১২৯। পেট পোৱা।

১৩০। পেট কুলি।

১৩১। পেট পূজা কৰা।

১৩২। পেট পেলাই খোৱা।

১৩৩। পেটত থুৰ।

১৩৪। পেটে-ভাতে খোৱা।

১৩৫। পেটে-মুখে সমান।

১৩৬। পেটত গৰল মুখত মৌ।

১৩৭। পেটুৱা মোহাদেউ ( মহাদেউ )।

১৩৮। পেটক আঁটে চকুক নাটে।

১৩৯। পেঁপা বলা।

১৪০। পেটতে হাত-ভৰি লুকুৱা।

১৪১। পেটে-পেটে কথা।

১৪২। পেটে এক মুখে এক।

১৪৩। পেটত ভাত নাই, গোঁফতে তাও।

১৪৪। পেট-কামোৰা মানুহে মাটিতো বাগৰে পাটীতো বাগৰে।

১৪৫। পেটৰ ভোকে যি কৰে, মুখৰ লাজে কি কৰে।

১৪৬। পোতনি-ঠেকেছা দিয়া।

১৪৭। পোতা-মোচৰা দিয়া।

১৪৮। পোৱালী লগা বাঘিনী।

১৪৯। পোহাৰী-চুপতি মৰা।

১৫০। পোহাৰী লেখ।

১৫১। পোন আঙুলিৰে ঘিঁউ নহা।

১৫২। পোতাপুখুৰীত বাকেই বজা।

১৫৩। পোহাৰীৰ সাখী পৈয়েক।

১৫৪। পোহাৰী-পৈয়েক সাক্ষী।

১৫৫। পোৰে মানে সোণ চিকুণহে হয়।

১৫৬। পোহনীয়া শালিকাই চকুত খোঁটে।

১৫৭। পোৱালী-খোৱা আহোম।

১৫৮। প্ৰতি বুবে কি সিদ্ধি-শেলুক।

১৫৯। প্ৰজা ঐ জবৌ-বৌৱা।*

( * অসম বুৰঞ্জীৰ পৰা )

১৬০। প্ৰবাসত নিয়ম নাস্তি।

১৬১। প্ৰজাপতিৰ নিৰ্ব্বন্ধ।

১৬২। প্ৰহাৰেন ধনঞ্জয়।

১৬৩। প্ৰশংসাত পঞ্চমুখ হোৱা।

১৬৪। প্ৰসুতীয়েহে পুত্ৰৰ মোল জানে, বাঁজীয়ে কি জানে।

১৬৫। প্ৰবাসত প্ৰবসুৱা।

১৬৬। প্ৰাণ ডাঙৰ নে মান ডাঙৰ।

১৬৭। পৰৰ ওপৰত পাই।
পানী ঢালিও চাৰিগৰাহ খায়॥

১৬৮। পঁইতা পালমৰা, কৰকৰা লৰমৰা।
তপত, দিনটোলৈ গাটো শকত॥

১৬৯। পৰ্ব্বতত উজায় নাৰ মাছ, চাকোলা পললৈ যায়।
কণাই দেখিলে কলাই শুনিলে কোঙাই মৃদং বায়॥

১৭০। পকা থাকোতে কেঁচায়।
তেল থাকোতে শুমায়॥

১৭১। পদে আপদ, কীৰ্ত্তনে মূৰ টিং টিঙায়,
ঘোষাই মূৰ ৰাইজাই কৰে।

১৭২। পৰৰ পো মৰক।
শিমলুৰ নাও বুৰক॥

১৭৩। পৰাই-হৰাই গা।
সেকাই-পৰাই না* ॥

(* না=নাও)

১৭৪। পঢ়ে পঢ়ুৱায় বোৱে পাণ।
এই তিনিয়ে নিচিন্তে আন॥

১৭৫। পৰ আপোনাৰ নহয় যাদৱ, শিমলু নহয় চন্দন।
বৃন্দাবনতে এৰি গুচি গ'ল, এনে নিদাৰুণ নাৰায়ণ॥

১৭৬। পৰৰ ওপৰত খায়।
ভটীয়া নাৱত যায়॥
(পৰৰ ওপৰত খোৱা। ভটীয়া নাৱত যোৱা॥)

১৭৭। পৰৰ পাই ধন। বাপে-পোৱে কীৰ্ত্তন॥

১৭৮। পৰ্ব্বতত কাছকণী, ভৈয়ামত বান।
বৰলাক বিচাৰিছে শুকান ধান॥

১৭৯। পলৰীয়া ভকতৰ বুকুত ভয়।
সবাকো দেখে টেকেলাময়॥

১৮০। পৰৰ কথা নুশুনিবি।
বাটত নাঙল নাচাঁচিবি॥

১৮১। পঢ়ি-শুনি নকৰে হিয়া।
চোৰে লৈ যায় কাণত ভাৰ দিয়া॥

১৮২। পৰে আপোন নহয়, চল মাত্ৰ চায়।
শিমলু কি হ'ব পাৰে চন্দনৰ প্ৰায়॥

১৮৩। পৰে কি আপোন হোৱে নাৰায়ণ।
শিমলু নহয় চন্দন॥

১৮৪। পৰৰ পৰ। বাটত পৰি মৰ॥

১৮৫। পৰিল কিল শিঙাই গতি।
কিলৰ নাও বৃহস্পতি ॥

১৮৬। পৰদেশে পিন্ধে যদি সোণৰ কঙ্কণ।
তেওঁ সুগুচে বান্দীৰ হেকান ॥

১৮৭। পৰৰ তিৰী হৰণ, গতি নাই মৰণ ;
ৰৌ ৰৌ নৰকত বাস।

১৮৮। পৰৰ তিৰী হৰণে। গতি নাই মৰণে ॥
যিবা পুত্ৰ ওপজয়। সিও বাপ নোবোলয় ॥

১৮৯। পৰে পৰপৰাই।
আপোন যায় ধৰফৰাই ॥

১৯০। পৰিহৰা শুকতি মাছৰ জোল।
পৰিহৰা অসতী নাৰীৰ কোল ॥
পৰিহৰা গুৰা যি কৰে ৰুণজুণ।
পৰিহৰা নৃপতি যাৰ নাই গুণ।
পৰিহৰা কৃষি নদীৰ পাৰ।
পৰিহৰা নাৰী ৰতি নাই যাৰ ॥
পৰিহৰা বিনা ঢাকনীৰ জাবি।
পৰিহৰা নিলাজী কুলৰ নাৰী ॥

১৯১। পৰ্ব্বতৰ ঘিলা প্ৰভুই আনি দিলা।
হাতত আছে মনত নাই।
প্ৰভুই* আহিলে দিবৰ নাই ॥

( * প্ৰভুই = প্ৰভুয়ে )

১৯২। পৰে আপোন হ'ব নোৱাৰে।
ধূলিৰ মাথা* বান্ধিব নোৱাৰে ॥

( * মাথা = দ'ম বা দ'ল )

১৯৩। পৰ্ব্বতৰ ওপৰত জুই দেখি সাগৰৰ লাগিল চিন্তা।
ফেঁটাগোমৰ বিষ সোৱাদ লাগিল
ভেকুৰিগুৰি তিতা ॥*

( * ভকতীয়া )

১৯৪। পৰ্ব্বতৰ হাতীয়ে চুৰাপাত খায়।
কুৰিগঞা পাপ কৰে, বহাৰথন গৰ্ব্বে যায় ॥*

( * কথা-গুৰুচৰিত )

১৯৫। পকাবেল কেঁচা বেল।
চাহাবে নোমসাধে তিৰোতাৰ মেল ॥

১৯৬। পলৰে পলৰে বলন্তা সুন্দৰী
বলোৰাম-বিকাৰামকলৈ।
পুতুখোৱা বুঢ়াই কঁকালটো ভাঙিলে
কটি সুঙাৰ হৈ ॥*

( * সাধুকথা )

১৯৭। পৰৰ গোহালীত যাহাৰ বাস।
তাহাৰ কেন জীৱনত আশ ॥

১৯৮। পৰিহৰা নিৰ্ধনী বান্ধৱৰ মুখ।
পৰিহৰা ব্যঞ্জন বাসিৰ সুখ।
পৰিহৰা মন্দিৰৰ সমুখে বাট।
পৰিহৰা যুৱতী যিকৰে হাট ॥

১৯৯। পটল ৰুবা ফাগুন ভৰি।
ফল লাগিব দ্বিগুণ কৰি ॥

২০০। পচোৱা বতাহে তুৱাৰ মেলে।
বৰলাৰ গাত জগৰ লাগে ॥

২০১। পৰ-পুৰুষত মুখ মিঠা।
ডাকে বোলে সেইজনী দুষ্টা ॥

২০২। পৰিহৰা যতনে দুৰাচাৰী মাও,
পৰিহৰা যাৰ ফটুৱাই-ফটা পাও।
পৰিহৰা দূৰৈত বাণী-ফটা নাও ॥
পৰিহৰা দূৰ গাৱঁত বাস।
পৰিহৰা যত্নে পৰ-নাৰীত আশ ॥

পৰিহৰা দন্ত-বিহীনৰ হাঁস।
পৰিহৰা বিস্তাহীন পুত্ৰৰ আশ।
পৰিহৰা ধন নাই বেহাইবে হাট।
পৰিহৰা জাপি নাই যি চলে বাট॥

২০৩। পখীৰ টোকুটুকি। পহুৰ দুকুদুকী।

২০৪। পকা তেতেলী বুঢ়া বৰালি।
বিস্তৰ কৰিয়া দিবা জালি॥
কাঢ়ি দিবা টেঙাৰ জোল।
খাবৰ বেলা মুৰ নোতোল॥

২০৫। পৰক খুজি খুজি তামোল খায়।
ডাকে বোলে ভাল নহয় তাই॥
বেৰেদি জুপি জুপি বাহিৰে চায়।
আজৰি পালে তাই ওলাই যায়॥
পৰ-পুৰুষত সদায় ৰতি।
সিজনী তিৰী নহয় সতী॥
সদায় হাঁসি মুখৰ নেৰে।
সেইজনী তিৰীক নথৈবা ঘৰে॥

২০৬। পৰ-পুৰুষ যদি গৃহে যায়।
ৰঙ্গে পীৰা দিয়া আগে বসায়॥
ঘনে তামোল দিয়া মাৰয় তালি।
বিকৰ্থিয়া ৰঙ্গে কৰে ধেমালি॥
স্বামী সঙ্গে তাইৰ নিমিলে ৰতি।
পৰ-পুৰুষ সঙ্গে থাকয় মতি॥
হেন স্ত্ৰী সমে যি কৰে সঙ্গ।
তাহাঁৰ গৃহত নিমিলে ৰঙ্গ॥

২০৭। পৰৰ ঘৰৰ দাইনী।
নিজ-ঘৰৰ ৰাণী॥

২০৮। পলাই-উবাই গজালে বাবা।
চুব-তাবিকৈ বামুণক দিবা॥

২০৯। পৰৰ ঘৰত নাবাখিবা নিজ-নাৰী।
তেবেসে ধৰ্ম্মক ৰাখিব পাবি॥

২১০। পৰৰ জৰ হলে খোৱা খোৱা।
নিজৰ জৰ হলে দাঁত ছেলোৱা॥

২১১। পৰৰ গোহালিত কিহৰ আশ।
পৰৰ ঘৰত কিহৰ বাস॥

২১২। পৰৰ সোণ নিদিবা কাণত।
টানি নিব হেচ্‌কা টানত॥

২১৩। পছুৰ খটীয়া। মানুহৰ গঠিয়া॥

২১৪। পথাৰে নপৰে নাঙ্গল ঈশ।
ঘৰ-বাৰী নাৰী সকলো বিষ॥

২১৫। পশু নকৰিবা শৰ।
মৰাও নানিবা জীয়াও নানিবা
শুদা হাতে নপশিবা ঘৰ॥*

(* ভকতীয়া)

২১৬। পশু ইন্দু বিন্দু কৰিয়া যুগুত।
দোকানে বহিবা পাচে হুইয়া সবহিত॥*

(* ভকতীয়া)

২১৭। পঢ়ি হোৱে পণ্ডিত, নপঢ়ি হোৱে ওজা।
নোচোৱাকৈ দাঙি দিলে পোহাবীৰ বোজা॥*

(* ভকতীয়া)

২১৮। পঞ্চ অৰ্থ আছে যত অতিকে শোভন।
জ্ঞানীৰ পৰম ধন নাজানে অধম॥*

(* ভকতীয়া)

২১৯। পচোৱা বতাহৰ আগ কাটিয়া আনিলা।
চকুত ভৰায়া বালি বাত্তিতে চলিলা ॥*

(* তকতীয়া)

২২০। পণ্ডিত বোলাই লোকৰ চাউল খায়,
তিনি জনমৰ ভাৰী ।*

(* তকতীয়া)

২২১। পঙ্গ ধৰি ফেঁচাবায়ে আলহী সোধয়,
উভতি সোমায় পুনু উভতি ওলায় ।
উভতি মৰয় সিটো উভতি জীৱয় ॥*

(* তকতীয়া)

২২২। পঁইতাকে দিলোহেতেন জনমতো নাথায় ।
তপতকে দিলোহেতেন বাটকে নাচায় ॥
চাউলকে দিলোহেতেন বাটত খুজি পাবি ।
মোৰে শপত বোপাই গাটো ধুই যাবি ॥

২২৩। পানীৰ বাটত নহবা আগা ।
ডুষী (অপৰাধী) কুটুম্বৰ নহবা লগা ॥
দুষ্টা ভনীৰ নহবা ভাই ।
ঘন-পোৱাতীৰ নহবা জোঁৱাই ॥

২২৪। পানী পাই বাঢ়িলে পানী কলমৌ
তেল পাই বাঢ়িলে চুলি ।
মাকৰ ঘৰত জীয়েক বাঢ়িলে
যেন দামেকলৰ পুলি ॥*

(* বিহুগীত)

২২৫। পাণৰ গুচালে পোক ।
শোৱা ঢাৰি-পাটীত ধূলিমাটি পালে,
সেইহে এৰিলে তোক ॥

২২৬। পানীৰ চৰখৰীয়া ভাল ।
মাতৰ চৰখৰীয়া টান ॥

২২৭। পানীৰ চৰখৰীয়া বুজিব পাৰি।
মাতৰ চৰখৰীয়া বুজিব নোৱাৰি ॥

২২৮। পাঁজী বটা তিৰোতা বেজীবটা পৈ।
কোনোৰকম থক গাটো বৈ ॥

২২৯। পাণৰ ঠাৰি। মোক দিলে ভাগত মাৰি ॥

২৩০। পাচিলেও যায়। হাগিলেও খায় ॥

২৩১। পাণৰ নাকাটিবা চান।
সাতখন কোৰৰ কঁৰীয়া গঢ়াইদিম,
জোকাৰিবা লেবেলা কাণ ॥

২৩২। পাতল ওঁঠেৰে যাৰ কুটকুৰা কেশ।
সেইজনী তিৰোতাৰ ৰণচণ্ডী বেশ ॥

২৩৩। পাহৰি পৰিল মনত।
পাঁচ ৰৰণীয়া পটা আছে বাৱণৰ ঘৰত ॥

২৩৪। পালে চৰাই ভাঙিবা পাখি।
হোৱা ভাতক নথবা ৰাখি ॥

২৩৫। পাণৰ আউনী তিৰীৰ বাউনী
নাপাইছে আনিলো তোক।
সমনীয়াৰ আগলৈ নোলাবি বাউনী
বিকথি মাৰিব মোক ॥

২৩৬। পালে সামাৰে সোহে।
নাপালে বুঢ়া আঙুলিৰ মূৰা চোহে ॥

(সামাৰে—সকলো)

২৩৭। পানীৰ চিকুণ পানী-পকৱা, মাছৰ চিকুণ মোৱা।
তিৰীৰ চিকুণ দাঁত ক'লা, দেখি লাগে দয়া ॥

২৩৮। পানীৰ গুৱনি ভেটে।
ছলিৰ গুৱনি পেটে ॥

২৩৯। পত্নী-পাত্তাই ভক্ষণ।
সেই পুৰুষৰ লক্ষণ॥
মই অভাগিনী ভপত খাওঁ।
কুন্‌ৰা দিনা মৰি যাওঁ॥
(পাত্তা=পঁইতা। কুন্‌ৰা=কোনোবা)

২৪০। পাগলে নকয় কি। ছাগলে নাখায় কি॥

২৪১। পাৰ পালে যুৱয়াই ভূৰুত মাৰে লাঠি।
আক নিকিন যুৱয়াৰ উজনি-জাটী॥

২৪২। পাতত যি নাৰী পৰশে লোণ।
তাইৰ ঘৰত নাথাকে সোণ॥

২৪৩। পাতঘিলা মাৰোঁ লাই।
মঙ্গলৰ আগে-পিচে যুৰ খুৰাৰ পায়॥

২৪৪। পাৰে পাৰে যঁহি ভৰি ধোৱয়।
অকুমাৰী সমে ৰতি কৰয়॥
ৰজস্বলা সমে শৃঙ্গাৰ কৰে,
দুখী হইয়া সিটো নৰকে পৰে।
লক্ষ্মী নাথাকয় তাহাঁৰ ঘৰে॥

২৪৫। পাদো পেদেনা।
পাদৰ কি দুখবেদনা॥
মাহ-চাউল খায় পোহোঁ ভোক।
মানুহৰ আগত লাজ দিয় মোক॥

২৪৬। পাদ (পাত) গ'লে পীৰা, ৰৰঙুণ গ'লে আপি।
সভা ভাঙিলে আহে মহা পাপী॥

২৪৭। পাণৰ মকৰা চূণৰ চোকোৰা মাছ পাতত দিয়া ছাই।
এই তিনি মৰিলেহে লগত যায়॥

২৪৮। পাতত বহিলে খোৱাৰ নাম।
হাতে চুলে মৰাৰ নাম॥

২৪৯। পাতভো ভাত নাই। গৰাহৰো ছেদ নাই॥

২৫০। পাটাৰ সতী। পটাৰ মাটি॥

২৫১। পাকে দমৰা ভিৰালী (বিৰালী?) বাজান।
লগালি থোৰা সলকালি টান॥

২৫২। পাগলে নকয় কি।
মাতোৱালে নাখায় কি॥

২৫৩। পাইকক পিয়ল, ভাটৌক নিহল।
অস্ত্ৰত শিল, তিৰীক কিল॥

২৫৪। পানীত নচলে নাও বামত চলয়।
সন্ধ্যাত উপজি সিটো তেখনে মৰয়॥*

(* ভকতীয়া)

২৫৫। পাচি পাচি কৰি মাছ ধৰয় জালত॥
শুদা ভাত খায় সিটো আসিয়া ঘৰত॥*

(* ভকতীয়া)

২৫৬। পাচে আক ভায়ে আগ কাটিয়া আনিলা।
শুকান জেওৰা চেপি ৰস উলিয়ালা॥*

(* ভকতীয়া)

২৫৭। পানীৰ ওপৰে খেদি বামত ধৰে মাছ।
ৰ'ঠা নাই চৰি নাই তাকে বোলে সঁচ॥*

(* ভকতীয়া)

২৫৮। পাতে-পচলাই ভুসাঁজ খাবা।
বুঢ়াই-ঠেৰাই ভুহাল বাবা॥

২৫৯। পাৱ ভুই আছন্তে নগৈলো ক্ষেত্ৰস্থান।
মোৰ পাৱ ভৈল বৃক্ষ শিফাৰ সমান॥*

(* কীৰ্ত্তন)

২৬০। পামত মৰিল আমাৰ সি।
কান্দোন নাহিলে কৰিম কি॥

তোক দিওঁ একদোণ ধান।
মোৰ হৈ তয়েই কান্দ॥
তইবা দিবি কি দোণে।
মইবা কান্দিম কি গুণে॥
তোক দিওঁ কুৰিআঙুলীয়া দোণে।
তই কান্দ কুইচ্‌লাক* শুনে॥

( * কুইচ্‌লাক—ওচৰ চুবুৰীয়া। শুনে—শুনাই )

২৬১। পিতা পুত্ৰৰ কন্দল বাজে।
পুত্ৰক দণ্ডে পণ্ডিতৰাজে॥

২৬২। পিপৰাত দিলে গুলি।
এটা পিপৰাই এটা হাতী গিলিলে,
তল পেট খজুৱাইছে বুলি॥*

( * ভকতীয়া )

২৬৩। পিন্ধিবৰ মন গল আঁচুফুলীয়া ৰিহা
হাতেৰে নহলো কাজী।
যাবৰ মন গ'ল পিলিঙা ডেকালৈ
কপালত নাহিলো সাধি॥

২৬৪। পিতৃ অবিহনে সংসাৰৰ পৰে ভাৰ।
মাতৃ অবিহনে ভোজনৰ ছাৰখাৰ॥
ভাৰ্য্যা অবিহনে কুচিত* নেদে ঠাই।
ভাই অবিহনে শত্ৰুৱে পায় লাই॥

( * কুচি—গাওঁ )

২৬৫। পিতাৰ বৈনেক পেহী।
সেইটো বুকুৰ দেহি॥
মাইৰ বৈনেক* মাহী।
দাঁত ছেলাই থাকে হাঁহি॥

( * বৈনেক—ভনীয়েক )

২৬৬। পিতৃ-মাতৃ দুইবো বন্দে চৰণ।
বোলন্ত তাকে সাৰ্থক জীৱন॥

২৬৭। পিছলাত প্ৰীতি বুঢ়াৰ।
পিঠাত প্ৰীতি ল'ৰাৰ॥

২৬৮। পুৰা, ভিতৰতে ঘূৰা।
আঠীয়া ( বজৰিয়া ), বাহিৰলৈ দলিয়া॥

২৬৯। পুখুৰী গোট সিঁচিলো বচা গোট মাৰিলো
মই খাইতো নাছিলো ঘৰত।
বেটা-বেটীয়ে লগলাগি বিলাইছে পৰত॥

২৭০। পুলিকৈ তামোলৰ পুলি।
খুৰা লগা খৰাহি যাওনা ঘাটে বুলি
ছোৱালী খুজিব বুলি।

২৭১। পুহমহীয়া বগৰীৰ গুৰা।
নাথায় কুঢ়িৰ মূৰা॥

২৭২। পুহমহীয়া কল মাঘমহীয়া জল।
ইয়াক খালে হয়, সাত ভতৰাৰ বল॥

২৭৩। পুৰুষৰ লঘু লেপ্‌লেপীয়া।
নাৰীৰ লঘু ঘৰ বেৰোৱা॥

২৭৪। পুৱৈতীহে ( পোৱাতীয়েহে ) জানে ছলিৰ মৰ্ম্ম।
কৰ্ত্তাই জানে কেনে কৰ্ম্ম॥

২৭৫। পুখুৰী থাকোঁতে পুখুৰী খান্দিলো
ৰাজহাঁহ চৰিবৰ মনে।
এজনী থাকোঁতে এজনী আনিলো,
খৰিয়াল শুনিবৰ মনে॥

২৭৬। পুহৰ আদি মাঘৰ শেহ।
তেহে চাবা জাৰৰ ঠেহ॥

২৭৭। পুৱা থঁৱা উঠিব গছত ॥
বেলি জোন উঠিব বথত ॥

২৭৮। পুৰণ কথা পৰিল মনত।
সীতাই কান্দে অশোক বনত ॥

২৭৯। পুহি মৰোঁ বাজ* গাই।
ঘিঁউ-দুধ খাবৰ আশা নাই ॥

( * বাজ = বাঁজী )

২৮০। পুহত আছু জেঠত শালি।
তেবেসে জানিবা গৃহস্থালি ॥
তেবেসে যশ বখানে আনে।
তেবেসে গৃহস্থ আঁটিব ধানে ॥

২৮১। পুঠী দৰিকণা পাবৰ নাই।
বৌ-বৰালিলৈ জাকৈ বায় ॥

২৮২। পুৰুষৰ লেতেৰা বিজুলী চকুৱা,
তিৰোতাৰ লেতেৰা হাঁহি।

২৮৩। পুৰুষ প্ৰকৃতি দুটা।
কাকো নুবুলিবা টুটা ॥

২৮৪। পুত হলে ভাত নাই।
ভাত হলে পুত নাই ॥

২৮৫। পুত্ৰ উপজিলে আনন্দ নকৰে
মৰিলে নকৰে শোক।
মান অপমান যাহাৰ নাথাকে
পণ্ডিত বোলয় তাক ॥

২৮৬। পুখুৰীত পানী নাই চৌপাশ বুৰে।
বাহত পখী নাই জাকে জাকে উৰে ॥*

( * ভকতীয়া )

২৮৭। পুখুৰী পাৰত পৰিল বেল।
যি শুনিলে সি নগল॥
যি আনিলে সি নাখালে।
যি খালে সি সোৱাদ নাপালে॥*

(* ভকতীয়া)

২৮৮। পুঠীমাছৰ খাৰ খায় গধূলিতে জাহ যায়
হাত মেলি মেলি শোৱে।

২৮৯। পূবে দেখিলো সূৰুযৰ পোৱালী
ভাটীত দেখিলো জোন।
শহুৰৰ পদূলিত দেখি থৈ আহিলোঁ
আমাৰে মাজুটি সোণ॥

২৯০। পুবে বেণু পশ্চিমে ছায়া।
সেই শস্যৰ অমৰ কায়া॥

২৯১। পূবে গাজে খৰলৈ।
বুঢ়াই বিয়া কৰে পৰলৈ॥

২৯২। পূবলৈ শিৰে শিশু শুৱাই।
পোৱাতী ৰাখিব আগে জলায়॥
দিনত শিশুক নেৰিব জনে।
ৰাখিব নিশাত মায়ে যতনে॥
সপুত্ৰিনী নাৰী সঙ্গে নেৰিব।
মাজে মাজে মায়ে জাগি দেখিব॥

২৯৩। পূৰ্ব্বে খাইছোঁ একান্ত শপত।
মৰিব লাগে বান্ধৱৰ লগত॥

২৯৪। পূবা পশ্চিমাকৈ সাজিবা ঘৰ।
অকাল মৃত্যুক নাহিকে ডৰ॥

২৯৫। পৃথিবী জুৰি জল আছে,
শিৰ বুজি খান্দিলেহে পায়।*

(* ভকতীয়া)

২৯৬। পেটত নাই ভাত।
বজাই কৰে উৎপাত ॥

২৯৭। পেট দাঙিব নোৱাৰে।
ভোজ বান্ধিব খোজে ॥

২৯৮। পেটত আছে সন্ন্যাসীৰ ভোক।
তেওঁ সন্ন্যাসীয়ে নেৰে তপ ॥

২৯৯। পেট নাই মুখ নাই দুয়ো হাতে খায়।
পাখি নাই উৰিফুৰে আপোন ইচ্ছায় ॥*

(* ভকতীয়া)

৩০০। পেলায় দিলে যতে বয় খালৰ পুতলি।
সেইমতে আগকালে বুজিবা আপুনি ॥*

(* ভকতীয়া)

৩০১। পৈয়েকে বুলিলে কাজী।
মন ভাল লাগিছে আজি ॥

৩০২। পৈয়েকে বুলিলে হয়।
কতেনো মৰোঁগে মই ॥

৩০৩। পৈ মহন্তলৈ গ'ল।
সোণভাৰ থৈ মাটিভাৰ আনিলে
ঠাই মুচিবলৈ হ'ল ॥

৩০৪। পৈয়ে পোৰে যাৰ।
চ'তৰ বিহু তাৰ ॥

৩০৫। পোলৈ ছোৱালী চাওঁ।
ঘূৰি ঘূৰি মোলৈহে পাওঁ ॥

৩০৬। পো ভাল, পো ভাল। পো নহয় যমকাল ॥

৩০৭। পো যি জন। জোঁৱায়েক সিজন ॥

৩০৮। পোক লগা বিড়ালীয়ে ওপৰ চাওত শোৱে।
চাহীয়ে খোৱা টিকাটো নেমু টেঙাৰে ধোৱে ॥

৩০৯। পোনৈ আনিলো বেটা।
মোৰ মুগুচে মূৰৰ কলহ তাৰ মুগুচে ঢেকী ॥

৩১০। পো মেলিবা মেলত।
ছোৱালী দিবা খেলত ॥

৩১১। পোৰাত পোৱে মূৰত জুই দিয়ে।
বাঁহীত বজায় টেন্‌ৰাত নচুৱায় ॥

৩১২। পোকৰত খালে উৰহে।
আহ পলাই যাওঁ দুয়ে ॥

৩১৩। পোকৰত নাই মূৰত পাগ।
সি হয়গৈ দহৰ আগ ॥

৩১৪। পোৰোণা শাক ৰোহিত মাছ।
ডাকে বোলে সেই ব্যঞ্জন সাঁচ ॥

৩১৫। পোৰা মাছে সভা পাতি বসিয়া আছিলা।
তেৰ গোটা বোন্দা আসি তেখনে বেৰিলা ॥
হেন দেখি পোৰা মাছ সাগৰে পৰিলা।
শুকাই গৈয়া সাত সাগৰ মাটিত পৰিলা ॥*

(* তকতীয়া)

৩১৬। পোহৰত দ্ৰব্য সব বিচাৰি নাপায়।
এন্ধাৰত দ্ৰব্য সিটো বিচাৰি আনয় ॥*

(* তকতীয়া)

৩১৭। পোহাৰীৰ শ'ল। কুটনীৰ বোল ॥

৩১৮। প্ৰভু তুমি আগে মৰা, মই সতী বাম তোমাৰ লগত।
যদি নাযাওঁ, তেন্তে উঠি আছি চাবি কিল মাৰিবা ॥

৩১৯। প্ৰথম প্ৰহৰত আটাই জাগে
দ্বিতীয় প্ৰহৰত ভোগী।
তৃতীয় প্ৰহৰত চোৰ জাগে
চতুৰ্থ প্ৰহৰত যোগী ॥

৩২০। প্ৰত্যেক দ্ৰব্যৰ লইবা প্ৰমাণ।
কৰা আচৰণ পাইবা সম্মান ॥

৩২১। প্ৰস্থে লৰা যতেক ততেক।
দীৰ্ঘে লৰা তিনি তেতেক ॥
চালৰ জোখে মাৰলি ল'বা।
লম্বাৰ বণিজ হাততে পাবা ॥

৩২২। প্ৰথমে ঘৰে উপবাস কৰি।
তীৰ্থ যাত্ৰা কৰি যাইবেক লৰি ॥
গঙ্গাৰ জলত ছাড়িলে প্ৰাণ।
হোৱন্ত মুকুতি স্বৰ্গ প্ৰধান ॥

৩২৩। প্ৰতি দিনে যিটো বিপ্ৰক ভুঞ্জায়।
তাহাৰ জানা সাফলে আয়ু যায় ॥

৩২৪। প্ৰশান্ত পুৰুষ আনন্দময়।
তাহান্তো তোমৰা কৰা সংশয় ॥*

(* কীৰ্ত্তন প্ৰঃ চঃ)

৩২৫। প্ৰাণী হিংসা ধৰ্ম্মচয়।
একো শাস্ত্ৰে নকহয় ॥

## ফ

১। ফটা পীৰাত পকৰ সোমালে
উলিয়াবলৈ টান।

২। ফটা হক ছিটা হক পাটৰ টঙালি।

৩। ফৰিংফুটা জোনাক।

৪। ফটা কেঁথাতহে সোণ থাকে।

৫। ফটা কেঁথা তিতে মানে গালৈহে গধুৰ।
৬। ফলেন পৰিচীয়তে।
৭। ফটা ছিটা ফটছ, ছাল ছিগা তিকছ।
৮। ফটা বাঁহ জোৰা লগাব নোৱাৰে।
৯। ফাপৰী কঠীয়াৰ সঁচ।
১০। ফাল কাটোতেই মাহৰ বতৰ গ'ল।
১১। ফিৰিঙ্গটিৰ পৰা খাণ্ডৱ দাহ।
১২। ফুকনৰ টেকেলা।
১৩। ফুটা কলহত পানী ভৰোৱা।
১৪। ফুটুকাৰ ফেন।
১৫। ফুলতে বাঁৰী হোৱা।
১৬। ফুলবছা চৰাঘৰ, স্বৰগ দেখা বৰঘৰ।
১৭। ফুটা চকুতহে কুটা পৰে।
১৮। ফুলটোৰ মূৰত ক্ৰিয়াটো।
১৯। ফেঁচু বজা হ'ল।
২০। ফেঁটীসাপৰ পোৱালী পোহা।
২১। ফেকুৱাৰ ফেউ।
২২। ফেঁচাৰ ফেঁচী ইন্দ্ৰৰো শচী।
২৩। ফেঁটী সাপৰ গাঁতত হাত ভৰোৱা।
২৪। ফেদেলী পুৰাণ মেলা।
২৫। ফোঁট-ৰেঘা মৰা।
২৬। ফোপদাং, ধান নাইকিয়া শুদা চাং।
২৭। ফটা হক ছিটা হক পাটৰ টঙালি।
কণা হক কুঁজা হক ভূঞাৰ পোৱালী॥
২৮। ফলীয়া তুঁহৰ জুই।
আয়ে সৰজিলে বোপায়ে সৰজিলে
আগৰে কলিয়া মুই॥

২৯। কষ্টিত বঙাল মৰে।
তিকতা বেচি কাম-কাজ কৰে ॥

৩০। ফটা কেঁথাত উৰহ হয়।
বেশ্যা তিৰীত পাপ হয় (থয়) ॥

৩১। ফৰিঙক দেখি শালিকী পাগল
চিত্তে তলবল কৰে।
কব দিছে, বুজাব দিয়া নাই, একত জীৱ নপৰে ॥
একত এগুণ, দুইত দুগুণ, তিনিত তিনি গুণে ৰ'ল।
চাৰি ভাগ আহি একত পৰিল,
তেহে জীৱৰ পৰিচয় হ'ল ॥*

(* তকতীয়া)

৩২। ফাকডেমা চাই লুৰিবা খৰি।
তাৰে কাণমাৰি তাৰে জৰী ॥

৩৩। ফাচ্ফুচ কৰে কোনে, টকা ধাৰ কৰে যোনে।
হিৰ্হিৰ্ কৰে কোনে, টকা ধাৰ সাধে যোনে ॥

৩৪। ফাগুনত জুই চ'তত মাটি।
সেই বাঁহ উঠে ডাঠি ॥

৩৫। ফাগুনৰ আঁঠ, চ'তৰ আঁঠ।
সেই তিলক দাবে কাট ॥

৩৬। ফাট দিয়া বসুমতী পাতালে লুকাওঁ।
সিটো ৰামচন্দ্ৰৰ মই মুখকে নাচাওঁ ॥
( আজিৰ পৰা ৰামচন্দ্ৰৰ মুখকে নাচাওঁ ॥ )

৩৭। ফুটনিতে মৰোঁ।
মুতনিতে শাকখন দি ঘিঁউৰ নাম কৰোঁ ॥

৩৮। ফুটা লোটা, চুকণী গাই।
চোৰ চুবুৰীয়া, দুষ্ট ভাই ॥
মূৰ্খ পুত্ৰ, ভাৰ্য্যা দুষ্ট।
এই ছটাত বৰ কষ্ট ॥

৩৯। ফুট ছাইৰ খাৰণী তেলৰ মেদাৰি বকৰাৰ খাৰনেৰে খাওঁ।
পকা দলিচপৰাত টিকা চোঁচৰাই দোলাত যোৱাদি যাওঁ॥

৪০। ফুলেশ্বৰী আয়া তোৰ ফুলৰ তলত ঘৰ।
যৌৱনৰ আছিলে কৰি মোৰ পানী লগা জৰ॥

৪১। ফুলৰ ভাল পছুম।
ৰজাৰ ভাল খাটাং হুকুম॥
ভক্তিৰ ভাল একচিত।
বিবাদৰ ভাল মাতমিত॥

৪২। ফুটনিতে মৰে।
পানীত মাছ ভাজি ঘিঁউ দান কৰে
(ঘিঁউৰ নাম কৰে)।

৪৩। ফুচুকীয়া পাদ সৰ্বনাশ।
ঢোৰোকা পাদ নাকত নেলাগে হাত॥

৪৪। ফুলবন্তী ফুলবন্তী তই বৰ ফুলবন্তী
তোক মই নোবোলো ভাল।
আপোনাৰ হুনাৰে (হুলাৰে?) ফুলকে তুলিছা
জগতে বুলিছে ভাল॥

৪৫। ফেঁচাৰ খোৰোঙত মইনাৰ মাত
ঘনে ঘনে তামোল খাই নিকটাইছে দাঁত॥

৪৬। ফেদ্ ফেদ্‌কৈ ফেঁদী।
গালৈ আহিছে খেদি॥

৪৭। ফেদেলী আহক। পীৰা পাৰি দিয়া বহক॥
গোন্ধতেলৰ চিচাটো আনি দিয়া
ফেদেলীয়ে খৰে খোৰা টিকাটোত ঘঁহক॥

৪৮। ফোপজহি ৰঙাই।
এদোণ চাউলৰ পিঠাগুৰি খুন্দি
সাতখন গাওঁ জনায়॥

# ব

১। বকৰাণিৰ জীৱ।

২। বগলী ভকত।

৩। বগে নিৰামুহি খোৱা।

৪। বগা কাউৰী।

৫। বজ্র-বটালী।

৬। বতৰৰ কথা আগেয়ে কোৱা।

৭। বন-বোন্দা।

৮। বন্থুৱা বৰা।

৯। বৰচুৰিয়াৰ ফেৰা।

১০। বৰগছৰ তলত ছাঁ লোৱা।

১১। বৰবিহ খোৱা।

১২। বৰকলা হাবি।

১৩। বৰদৈচিলা।

১৪। বৰলৰ বাহত জুই দিয়া।

১৫। বৰৰ দোষ পিছলি যায়।

১৬। বৰমতা।

১৭। বৰশীৰ মাছ।

১৮। বৰশীৰ আগত কেঁকোৰা।

১৯। বৰাভাত, মাছৰ শাক।

২০। বৰালৈ কচু খোৱা।

২১। বৰুৱা খাৱনেৰে খোৱা।

২২। বলিয়া কুকুৰে কামোৰা।

২৩। বহুৰ-বৃন্দৰী।

২৪। বহি বুঢ়া হোৱা।

২৫। বহিবজা।

২৬। বছুৱা তোলা।

২৭। বংশত পদ্মফুল ফুলা।

২৮। বৰশীয়া বাৰণৰ পুঙ্‌ তেসে দৃষ্টি*।

(* ৰামায়ণৰ অৰণ্যকাণ্ড)

২৯। বণ্ডহেই মণ্ডহ চিনে।

৩০। বনো নাই আহৰিও নাই।

৩১। বলীৰ হাতত পৃথিবী।

৩২। বলে নোৱাৰা শিলক পৰি নমস্কাৰ।

৩৩। বগা ভাত দেখিলে ক'লা কাউৰীৰ কি আকাল।

৩৪। বটালীৰ মূৰত মৰিওৱা।

৩৫। বহ্বাৰম্ভে লঘু ক্ৰিয়া।

৩৬। বক ধাৰ্ম্মিক।

৩৭। বনবাস দিয়া।

৩৮। বনবাস খটা।

৩৯। বয়সত নবীন, বুদ্ধিত প্ৰবীণ।

৪০। বসুধৈৱ কুটুম্বকম্।

৪১। বন্ধ্যা নাৰীৰ পুত্ৰশোক।

৪২। বংশত বাত্তি দিয়া।

৪৩। বনৰ বাঘে নাখালেও,
মনৰ বাঘে খায়।

৪৪। বৰৰ বৰেচীয়া, সকৰ খামুচীয়া।

৪৫। বলিবাসৰৰ যুদ্ধ।

৪৬। বৰগছৰ তলত আশ্ৰয় ল'লে টোপালেই তিয়াই মাৰে।

৪৭। বহি থকাতকৈ হাত লাবি থকাই ভাল।

৪৮। বহাগৰ বিহু গ'লে বণ্ডা মেখেলাৰ কি দৰকাৰ।

৪৯। বটা চৰাইক নিঁয়ৰৰ জলেই ফুলায়।

৫০। বহুদৰ্শিতা শিক্ষাতকৈও বেছি উপকাৰী।

৫১। বহি খাই থাকিলে কুবেৰৰ ধনো উদং হয়।

৫২। ৰৰকলাৰ ছিৰিছিৰি দেখি
মচুৰে বেত-ফালা দিয়া।

৫৩। বলিও খায় ছলিও নিয়ে।

৫৪। বহু লোকৰ হ'লেও পেটটো নিজৰ।

৫৫। বন নাইকিয়া সোণাৰি
মুখৰ মালিহা মাৰিছে।

৫৬। বলীয়ে বল কৰিলে বকটাই কি কৰিব।

৫৭। বাইলুভনীৰ মঙ্গল।

৫৮। বাইলৈ যেই হাত আইলৈয়ো সেই হাত।

৫৯। বাওকণী।

৬০। বাগৰা জাৱ।

৬১। বাঘকৰা ৰবাককাৰ হুবাজিকা চোৱা।

৬২। বাঘবৰাৰ যুঁজ।

৬৩। বাঘৰ পোৱালী বাঘ।

৬৪। বাঘে খোৱা।

৬৫। বাঘে পোৱালী পোৱা হাৰি।

৬৬। বাঘে খোজে যুঁজ লগা।

৬৭। বাজভিতৰ কৰা মানুহ।

৬৮। বাঢ়েটোকা।

৬৯। বান্দৰৰ ঘা।

৭০। বান্দৰৰ ডিঙিত মুকুতাৰ মালা ( হাৰ )।

৭১। বান্দৰে সাগৰৰ পানী খাই ঢুকুৰাৰ নোৱাৰে।

৭২। বাপতিসাহোন।

৭৩। বামতে শাঁতোৰা।

৭৪। বামুণ চাই ভোজনী।

৭৫। বামুণৰ বকৰা শূদিৰৰ পঢ়ুৱা।

৭৬। বামুণৰ ক'লা।

৭৭। বাৰজোৰা দিয়া।

৭৮। বাঁহৰ টকা।

৭৯। বাৰবঙলুৰা মানুহ।

৮০। বালিচাহীৰ পৰা গজহস্তীলৈ।

৮১। বাহিৰে লট্‌পট্‌ ভিতৰি কপট।

৮২। বাপুৰ চূণ খাই মৰা।

৮৩। বাঘৰ মাহীয়েক।

৮৪। বালিৰ গোঁজ কচালি পোতা।

৮৫। বাজিব লাগে টেমী-কটাৰী, বাজিছে পখকতং।

৮৬। বান্দৰে কি জানে মাণিকৰ মোল।

৮৭। বাঁৰীৰ কিহৰ দুখ ?

ভগা ঘৰৰ দুখ, পুঠীমাছৰ দুখ।

৮৮। বাটৰ বগৰীজেং গুচোৱা।

৮৯। বাপ, ঢোৰা সাপ।

৯০। বাপ চাই বেটা।

৯১। বায়নৰ ঘৰৰ বোন্দায়ো ৰাগ টানে।

৯২। বায়নৰ বাৰীৰ শিয়ালেও ৰাগ টানে।

৯৩। বাঁহৰ আগতল যাওক,

কাউৰীৰ ৰং চাওঁ।

৯৪। বাঘৰ চকুৰে চাবা,

হাতীৰ খাৱনেৰে খুৱাবা।

৯৫। বান্দৰৰ কি বুঢ়া-ডেকা।

৯৬। বান্ধৱ দুমেৰ, কথাৰ এষাৰ।

৯৭। বান্ধিলে মন শিলৰ খুঁটি।

৯৮। বাঁহৰ এফাল, মানুহৰ একাল।

৯৯। বাচি খাবা, জাগি শুবা।

১০০। বামুণ চাই দক্ষিণা,
গণক চাই ভোজনী।

১০১। বাদে বাদ নহয়, বখানিলেহে বাদ।

১০২। বাৰীৰ কোণৰ যখিনীকো এদিন লাগে।

১০৩। বাৰীৰ চুকত ঘুগুনী ( যখিনী ) থাকে,
সময়ত তাইকো পতিয়াহ কৰিব লাগে।

১০৪। বাঘৰ দুধ ছাগে ক'ত জিৰণি কৰে।

১০৫। বাটত হাগি চেঙৰ আহাৰ কৰাৰ লাভ কি ?

১০৬। বাঢ়নীৰ বুটি, পুৰুষৰ চুটি।

১০৭। বান্ধত বাগৰা, ফান্দত ওফৰা।

১০৮। বাঘৰ আগত ছাগে ডেৱাডেৱী কৰা।

১০৯। বাঘৰ আগতেল খোৱা।

১১০। বাৰ ঠাইৰ বাৰটা।

১১১। বাৰ ঠাইৰ বাৰ কেলেহুৱা।

১১২। বাৰ কেলেহুৱা।

১১৩। বামতে সাঁতোৰা।

১১৪। বাটৰ কচু গাত ঘঁহা।

১১৫। বাঁহ গছৰ ভোল।

১১৬। বাঘ নৌ মৰোতেই ছাল ছেলোৱা।

১১৭। বাটৰ কাঁটা, সদায় বাধা।
( কাঁটা = কাঁইট )

১১৮। বাটৰ কুকুৰে বাট নিদিয়া।

১১৯। বাঘে ঘোঙে একেলগে বাস কৰা।

১২০। বাঘে ছাগে একে ঘাটে পানী খোৱা ( বা চৰা )।

১২১। বাতুলিয়ে মুখে খায় মুখে লাদে।

১২২। বান্দৰক কল দেখুউৱা।

১২৩। বাউনা হৈ চন্দ্ৰলৈ হাত মেলা।

১২৪। বাণিজ্যে বসতি লক্ষ্মী।

১২৫। বালানাং ৰোদনং বলম্।

১২৬। বাঘৰ আকৌ গো বধ।

১২৭। বাপ দিয়া কন্যা,
ৰজা দিয়া ভুঁই ( বা ভূমি )।

১২৮। বাকী বুলিলেই ফাঁকি।

১২৯। বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী।

১৩০। বাপুৰ বাঁহ জোপাই মাৰলি।

১৩১। বাহ নাইকিয়া চৰাইক নেফিয়াই ধৰি খায়।

১৩২। বাৰীৰ ঘাঁহে গোহালিৰ গৰুৱে বাহি নাহে।

১৩৩। বান্দৰৰ মুখৰ কল ভুকুৱালেহে সৰে।

১৩৪। বামুণৰ ঘৰ পোৰা যায়,
বড়ুৱাৰ সেই সময়তে সময়।

১৩৫। বান্দীয়ে পৰৰ ভৰি ধুৱাব পাৰে,
নিজৰ ভৰি ধুব নোৱাৰে।

১৩৬। বাপৰ হৈয়ো নামাতে,
চণ্ডালৰ হৈয়ো মাতে।

১৩৭। বাঘে খক, কাঁইটৰ মাজেদি
নিয়াহে সহ্য কৰিব নোৱাৰি।

১৩৮। বাগৰি ফুৰা শিলত শেলুৱৈ নাবান্ধে ( নধৰে )।

১৩৯। বাটত হাগি বাপ-মাওক গালি খুৱায়।

১৪০। বাচোঁতে বাচোঁতে গেলা ৰবালিত হাত পৰা।

১৪১। বাপুৰ গাত বাঢ়নী লাগিল।

১৪২। বাপুৰ ডাঢ়িত চুৱা,
আচাৰ মাৰিলেই ( আচুলেই ) শুচি।

১৪৩। বাঘককা জিতিয়া, ববাককা ঘাটিয়া।* (* সাধুকথা)

১৪৪। বাঁতিৰতী তই, লগত মৰতী মই।

১৪৫। বামুণৰ শাৰত বুঢ়া গৰু নমৰে।

১৪৬। বিধাতাই দিলেও তিৰোতাই নিদিয়া।

১৪৭। বিধিপথালি দিয়া।

১৪৮। বিধিৰ লিখন।

১৪৯। বিনচলৈ ওহৰা।

১৫০। বিনামেঘে বজ্রপাত।

১৫১। বিবিণা তল।

১৫২। বিহুদাঁত ভঙা। (বিহুদাঁত উঘলা।)

১৫৩। বিষম দৈৱৰ গতি।

১৫৪। বিল ফাটি সোমোৰা।

১৫৫। বিছা পৰম ধন।

১৫৬। বিৰাল তপস্বী।

১৫৭। বিয়া নে দিয়া।

১৫৮। বিয়াত বহি হাগিব লগা।

১৫৯। বিধিৰ নিৰ্ব্বন্ধ।

১৬০। বিধিৰ বিপাক।

১৬১। বিপদত পৰিলে সালগ্ৰামৰ সোণ বেচিও খায়।

১৬২। বিদ্যাৰত পণ্ডিত, আচাৰত ভূত।

১৬৩। বিধি বাম।

১৬৪। বিষ নাইকিয়া ঢোবাৰ (বা সাপৰ) ফোঁপাউৰিয়েই সাৰ।

১৬৫। বিপদ অকলে নাহে।

১৬৬। বিলম্বত কাৰ্য্য নাশ।

১৬৭। বিনাশ-কালত বিপৰীত বুদ্ধি।

১৬৮। বিত্তেহে চিত্তক লেখে।

১৬৯। বিপদৰ সময়ত ঔৱেও গল খজুৱায়।

১৭০। বিশ্বকৰ্ম্মা কিমান কাৰিকৰ
জগন্নাথৰ মূৰ্ত্তিয়েই চিন।

১৭১। বিচনীৰ বায়ত পৰ্ব্বত নলৰে।

১৭২। বিচনীৰ বাৱে মেৰু টলিৱন্ত কিক ?*

(* লঙ্কাকাণ্ড)

১৭৩। বিল লাগেনে মাছ লাগে।

১৭৪। বিপদত নপৰিলে সুখো নহয়।

১৭৫। বীৰৰ ওপৰত বীৰ গজিল।

১৭৬। বুকুতে কামোৰ মৰা।

১৭৭। বুকুত কুঠাৰ মাৰিলেও ক বুলিব নোৱাৰা।

১৭৮। বুকুৰ শাল উভলা।

১৭৯। বুদ্ধিৰ ফোপ্ ছিঙা (দোপ-চুঙা ?)।

১৮০। বুলিব জানিলে মজিয়াই ডেৰপৰৰ বাট।

১৮১। বুৰ মাৰি পানী খালে গোসাঁইৰ
বাপেকেও নেদেখে।

১৮২। বুঢ়াৰ হাড়েও কন্‌কনায়।

১৮৩। বুঢ়ী ছাগলীৰ লগত মাহদোণ নষ্ট।
বুঢ়ী পাঠীৰ লগত মাহদোণ খৰচ।

১৮৪। বুঢ়া পাঠাক খাহী কৰে।

১৮৫। বুঢ়া শালিকাই মাত কঢ়া।

১৮৬। বুকুৱে ধান বনা।

১৮৭। বুৰে পতি শেলুক।

১৮৮। বুঢ়াৰ হাতত চেঙেলী পৰা।

১৮৯। বুঢ়া জিকা।

১৯০। বুঢ়া ভোল।

১৯১। বুদ্ধিত বৃহস্পতি।

১৯২। বুঢ়া শালিকাই পোহ নামানে।

১৯৩। বুঢ়াক বায়, দাঁত চায়।

১৯৪। বৃহস্পতি পোন।

১৯৫। বৃত্তি ছেদেন তৰধং।

১৯৬। বৃহন্নলা।

১৯৭। বৃদ্ধস্য তৰুণী ভাৰ্য্যা।

১৯৮। বেদবাক্য।

১৯৯। বেজীৰ আগেৰে খোৱা।

২০০। বেজীৰ জলাকো মনা, কুঠাৰৰ জলাকো নমনা।

২০১। বেটীৰ খং বাঢ়নীত সৰা।

২০২। বেটীৰ গোন্ধতেল।

২০৩। বেদৰ বাণী।

২০৪। বেল পকিলে কাউৰীয়ে আনন্দ নকৰে।

২০৫। বেটীক মাৰি বোৱাৰীক ডৰোৱা।

২০৬। বেঙো ওলাল, সাপেও দেখিলে।

২০৭। বেতনিত ঔ পৰিল বাসুদেবায় নমঃ।

২০৮। বেজ শিকে পৰৰ মূৰত।

২০৯। বেহতিৰে মাছ ধৰিব নজনা।

২১০। বেতৰ মাজৰ ঔটো গোসাঁইক দিয়া।

২১১। বেঙৰ ওঠৰথন পাম।

২১২। বেঙেনা গছত হাঁকুটী লগোৱা।

২১৩। বেল পৰিমাণে বাঢ়ে, তিল পৰিমাণে টুটে।

২১৪। বেছিকৈ গাল মাৰিলে মুখ ফাটে।

২১৫। বেয়া গছতো সময়ত ভাল ফল লাগে।

২১৬। বেশ্যাৰ পৰাচিত আছে, মিছাৰ পৰাচিত নাই।

২১৭। বেঙৰ টোবটোবণিত বাৰিষা নহয়।

২১৮। বেছিকৈ মেঘে গাজিলে বৰষুণ নিদিয়ে।

২১৯। বেটীৰ গভুৰা ল'ৰা, ক'ত লুকুৱাই ৰাখে।

২২০। বেশ্যাতিৰীৰ একাদশী, চোৰৰ শপত।

২২১। বৈকুণ্ঠতো ফাপৰে খোৱা।

২২২। বৈকুণ্ঠৰ বোন্দা।

২২৩। বৈচৰ গৰু।

২২৪। বৈতৰণী পাৰ হোৱা।

২২৫। বৈচৰ গৰু বালেও বুঢ়া নাবালেও বুঢ়া।

২২৬। বৈকুণ্ঠতো বোন্দা থাকে।

২২৭। বৈতৰণী পাৰ কৰা।

২২৮। বোন্দাঠেকেচা দিয়া।

২২৯। বোন্দাপৰ দিয়া।

২৩০। বোকাত পদুম ফুল ফুলে।

২৩১। বোলোঁ মৰক ছলি, দৰবৰে ( বেজৰে ) প্ৰমাণ চাওঁ।

২৩২। বোবাৰ শত্ৰু নাই।

২৩৩। বোৱাৰী মাৰোঁ, শহুৰৰ ইচ্ছা।

২৩৪। বৌৱে পতা ৰৰা।

২৩৫। ব্ৰহ্ম আকাল।

২৩৬। ব্ৰহ্মাস্ত্ৰ নিক্ষেপ।

২৩৭। ব্ৰজৰ দুলাল।

২৩৮। ব্ৰহ্মতালুত দংশন কৰিলে, ধৰণী ধৰিবলৈ ঠাই নাই।

২৩৯। ব্যাধ হৈয়ো মাৰে, বৈদ্য হৈয়ো চায়।

২৪০। বণিয়াৰ দিম দিম কমাৰৰ কালি।
ডোমৰ বৌ মাছ হাতে হাতে পালি॥

২৪১। বৰচহকীৰ নাৰী।
গধূলিতে শোৱে ফটা মেখেলা পাৰি॥

২৪২। ব'ৰ নোৱাৰে মুগাৰ চুৰিয়া।
পিন্ধিবলৈ লাগে সোণৰ পুৰীয়া॥

২৪৩। ৰবা ঘৰত ভৰা গাঁথি।
ৰবানো থাকিব কেই ৰাতি ॥

২৪৪। বগলীয়ে যিটি পায় তাকে ততালিকে খায়
নাপালেই থাকে শুদা পেটে।

২৪৫। বণ্ডহেই মণ্ডহ খায়।
বণ্ডহ নহলে মণ্ডহ পেলনি যায় ॥

২৪৬। বৰ নাৱৰ কাণ্ডাৰী।
বজা ঘৰৰ ভাণ্ডাৰী ॥

২৪৭। বৰৰ দায় পিছলি যায়।
সৰুৰ দায় খুচৰি যায় ॥

২৪৮। বহিব জানিলে মাটিয়েই পীৰা।
খাব জানিলে চাউলেই চিৰা ॥

২৪৯। বয়সত আছিলো এজনী গাভৰু,
ভুকুত ভাঙিছিলো বেল।
মুঠিৰ সৰিয়হ মুঠিতে মোহাৰি
মুখত ঘঁহিছিলো তেল ॥

২৫০। বন নাইকিয়া ঋণ।
বুঢ়া হালোৱা ক্ষিন ॥

২৫১। বনৰ নাই কুটা গছি।
খাবলৈ লাগে পাচি পাচি ॥

২৫২। বগলীয়ে মাছ খায় সকলোৱে জানে।
সেই বুলি বগলীক দোষ দিয়ে কোনে ॥

২৫৩। বছৰ দিনে ছমাহে যাবি।
বৰপীৰাখন পাবি ॥
যদি দেখে নিত্ নিত্।
চকু কৰে পিত্ পিত্ ॥

২৫৪। বহু ধন দিবাৰ দাতাৰ আছে মন।
ভাত খাই খুজিলেক একমুঠি কণ॥

২৫৫। বক্তাৰ বাৰ বাৰ।
অবক্তাৰ ইবাৰ আৰু সিবাৰ॥

২৫৬। বৰ টোকান, বৰ টোকান, বৰ টোকান।
কঠাল-গুটিৰ সমান॥

২৫৭। বান্ধাৰ মাকে মঙ্গল চায়।
ধন দিলে মুকল হয়॥

২৫৮। বটু বামুণ পণ্ডিত, তপে-জপে খণ্ডিত,
ভোজনত ব্যাঘ্ৰ অৱতাৰ।

২৫৯। বহোঁ তাঁতশালত।
চকু আলিবাটত॥*
( মাকো সৰি সৰি পৰে।)

( * বিহুগীত )

২৬০। বণিয়া বামুণ।
চল পালে লয় লগুণ॥

২৬১। বগৰী গছৰ জিকা।
যিমানে মাৰিবি সিমানে চৰিম
জানো কেনেকৰি শিকা॥

২৬২। বৰ বৌ কিমানৰ কাজী।
বেৰৰ জোলোঙাই চাই পঠিয়ালো
ধৰিব নেজানে পাঁজী॥

২৬৩। ব'ব নাজানোঁ কাটিব নাজানোঁ হালোৱা-চহাৰ জী।
এখন গামোছা বৈ থৈ আহিছোঁ পদুম সাতশাৰী দি॥

২৬৪। বগী চক্চকী ৰূপৰ পিঠি।
কাউৰীয়ে ভৰ্চ্ছে পিঠিত উঠি॥

২৬৫। ৰৰজনী ধৈণী, সৰুজনী চুটি।
তাই পাঁচে উধানত উঠি॥

২৬৬। বন ছিগোতে মোহা মৰিল।
মই বোলো মোহা ৰণত হে পৰিল॥

২৬৭। বছেৰেকত বেও ছমাহত খেঁও।
এইজনী কাজী (শিপিনী) কাৰ হাতত (বুকুত) দেও॥

২৬৮। বক। অলপ পানীতেই কক্ বক্॥

২৬৯। বজালেই ভগা ভাল কাঁহ-পাত্ৰ চিনি।
সাক্ষী ক'লে চিনি লোক কতদূৰ জ্ঞানী॥*

(* অসমীয়া পত্ৰ)

২৭০। ববা-গাহৰিৰ জিভা।
ঘৰত মন পাতি থাকিব নোৱাৰোঁ
কোনোবাই খুৱালে কিবা॥

২৭১। বগৰীৰ চনকা ডাল।
ঐ ছোৱালী মোক নেহাঁহিবি
তোৰ নাই থোৱা কাল॥

২৭২। ববজনী ৰাই ববজনী বাই।
আলহী আহিছে ভাত কিহেৰে বা খায়॥
নকৰিবি চিন্তা ভনী নকৰিবি চিন্তা।
বাৰীৰ পচলাৰে সৈতে থৈছে পত্তাই মিতা॥

২৭৩। ব'বলৈ লেতেৰা বিছচেৰা তাঁত।
শুনিবলৈ লেতেৰা থুপৰীৰ মাত॥

২৭৪। ব'লো কাটিলো হিয়া-মূৰ ধুনি।
মন-গা হুধায় বুঢ়া দৰা দেখি॥

২৭৫। বলৱন্তৰ বল।
যেইপিনে ধৰে সেইপিনে চল॥

২৭৬। বনৰ নেওচন বজ্ৰা কাঁহি।
তিৰীৰ নেওচন দাঁতৰ হাঁহি ॥*

(* কাঁহি = কঁহুৱাবন)

২৭৭। বহুক কটি বাৰমাহ।
শুকান ধান বাৰমাহ ॥

২৭৮। ব'ঠা ভাঙে চাবত।
এটা আনে ধন-কড়ি দি, এটা আনে লাভত ॥

২৭৯। বস্তুৰ অধম পচা দৈ।
নদীৰ অধম মৰা নৈ ॥
লোকৰ অধম মিছাত পটু।
মানহীন হয় বচন কটু ॥

২৮০। বন নাই বিয়েনীৰ চুখন চালে ঘৰ।
দাঁত নিকটাই পৰি আছে তাকে বোলে জৰ ॥

২৮১। বয়মানে নাটে। সিয়েমানে ফাটে ॥

২৮২। বগলীয়ে বোলে মই শুকুলা,
কপাহে বোলে মই।
গাখীৰে বোলে সিহঁতক দেখি
মোৰ হে লাগিছে ভয় ॥

২৮৩। বতৰাটি কৈ যোৱা।
ঢেঁকী থোৱাটি লৈ যোৱা ॥

২৮৪। বগৰীত উবহী চালত লাও।
সেই গিৰী সুখে ভাত নাখাও ॥

২৮৫। বৰ্ষাকালত বেঙৰ বাও।
হালকোৰ লৈয়া পথাৰক যাও ॥

২৮৬। বটালীৰ মুৰীয়া এক মুঠি।
চাঁচৰ নাল ছয় মুঠি ॥

২৮৭। ব-ছিগা (?) বলধ। ফটুৱাই-কটা মবদ ॥

২৮৮। বলধক কিনিবা বহু বুজিয়া।
বাছি সুধিবা ধোবা তেলীয়া ॥
দহ-চাৰিত সোধ-পোছ।
তেবেসে কিনিবা বলধগোট ॥

২৮৯। বহু নৰ বহু ঘৰ।
ডাকে বোলে নকৰ নকৰ ॥

২৯০। বগৰাক নিদিবা ঠাই।
বাৰীৰ পচলা খায়, গৃহস্থয়ো ভৰায় ॥

২৯১। বৰচহুকীৰ জাত। বিহু লাগিল গাত ॥

২৯২। বকণৰ পাশে বাহ্ধি থৈয়ো কত কাল।
আপুনি বয়স হৈলে বুদ্ধি হৈবে ভাল ॥*

(* কীৰ্ত্তন)

২৯৩। বসন্তৰ সুখ যুবতী ভালি।
শীত কালে সুখ তুলি-নিহালি ॥
বাৰিষা সময়ত কূপৰ জল।
গ্ৰীষ্মকালে চন্দন শীতল ॥

২৯৪। বৰঘৰ বৰবাৰী নকৰ।
এখনি নাটে দুখনি কৰ ॥
যতেক কৰা ততেক লবা।
তাৰে তিনিজোখা মাগুলি দিবা ॥

২৯৫। বগা ভুঁই ক'লা খিধান।
হাতে ধান্‌ভান্‌ মুখে সমিধান ॥*

(* ভকতীয়া)

২৯৬। বহি-ভুই থাকা যদি সভাত বহিবা।
অহা-যোৱা কৰা যদি তাহাঁক নাযাবা ॥*

(* ভকতীয়া)

২৯৭। বন্ধ হৈতে উপজিলা তাৰ মাক নাই।
তথাপি মনুষ্য খাই থাকন্ত সদায় ॥*

(* ভকতীয়া)

২৯৮। বৰে চোট হ'ব পাইলে সংসাৰ-হাট
সৰকিব পাৰি ।*

( * কথাগুৰুচৰিত )

২৯৯। বৰলাই তিৰী বেচি ভকত সোধয় ।
পেটৰ ছোৱালী পাছে মাতৃক ধৰয় ॥*

( * ভকতীয়া )

৩০০। বৰাত কাতি। কুকুৰত মাটি ॥
গঁড়ত উঠি। সাপত লাঠি ॥
হাতীত বাগী, ম'হত পৰ। বাঘত থৰ ॥

৩০১। বৰবেঙেনাৰ পাত, সৰু বেঙেনাৰ পাত।
ভিনিহিয়ে ছেলালে দুই পাৰি দাঁত ॥

৩০২। বলৱন্তই বল কৰে।
বকটাই কি কৰে ॥

৩০৩। বৰভাই হওক পণ্ডিত, সৰুভাই হওক ছাত্ৰ।
হালখনি বাৰক বাপাই মাত্ৰ ॥
চোতাল-ঘৰ সাৰক আই।
ভাত ৰান্ধক আমাৰ তাই ॥

৩০৪। বাটত পোৱা কমাৰ।
দা গঢ়ি দিয়া আমাৰ ॥

৩০৫। বান্দা মানুহৰ কান্ধা যোগ।
খেকাৰখোৱা মানুহৰ সেন্দুৰৰ ফোঁট ॥

৩০৬। বাঘ চাব নেলাগে বিড়ালীকে চোৱা।
ভাল মানুহ চোৱা যদি আলিবাটলৈ যোৱা।

৩০৭। বাপুদেউৰ জোলোঙা দেখিবলৈ সৰু।
চাউল ধৰে চৰু ধৰে আৰু ধৰে গৰু ॥

৩০৮। বাঘে-ঘোঙে লগে চৰে।
কাকো পালে কেৰে নেৰে ॥

৩০৯। বাহিৰে দেখিবা পৰম সাধু।
ভিতৰি দেখিবা কঠালৰ বাদু ।

৩১০। বাই গুণে ভিনিহি।
কঠীয়া গুণে কিৰিষি ॥

৩১১। বাই মৰা ভিনিহি।
কঠীয়া মৰা কিৰিষি ॥

৩১২। বাৰীত কুমকৰাল গোহালিত ধুমধুপাল।
অকলেনো মই কি কৰিম কলী বিড়াল ॥

৩১৩। বান্দৰৰ সাত পুৰুষ মৰিল ডাল কোবাই।
উদৰ সাত পুৰুষ মৰিল কেঁচা মাছ খাই ॥

৩১৪। বাৰটা মাহুত তেৰটা জগৰ।
তেওঁ সুগুচে এটা লগৰ ॥

৩১৫। বাজ ভেলেকী ভিতৰ টেঙৰী,
দেখাত দেখিছা ভেটগুটি,
কথা আছে ডেৰকুৰি।

৩১৬। বাৰসেৰীয়া কাঁহীত খুদ চাউলৰ ভাত।
খোৱাবো যি ধিক্ ধিক্, শুনাবো লাজ ॥

৩১৭। বাৰে-বঙলুৱা মিৰি। ককাল ঢোৰোহা তিৰী ॥

৩১৮। বাঁৰীৰ গৰু বৰলাই বায়।
তাৰনো আগ-গুৰি কোনে চায় ॥

৩১৯। বাঁৰীৰ গৰু ৰবলাৰ কপাহ।
গোটেই খনতে এপাহ এপাহ ॥

৩২০। বাহিৰত পৰম ধুতি।
ভিতৰত পাপৰ সুঁতি ॥

৩২১। বাক্যতে তৰি, বাক্যতে মৰি।
বাক্যতে ( বাক্য নহয় ) খাগৰি খৰি ॥

৩২২। বাঁটি খালে আঁটি যায়।
লুকাই খালে ঢুকাই যায় ॥

৩২৩। বাই-ভনী খেৰৰ শনি।
ভাৰ্য্যা হ'ল গলৰ মণি ॥

৩২৪। বাঢ়ৈৰ ঘৰত পীৰা নাই
কুমাৰৰ ঘৰত নাই হাড়ী।
বেজৰ জীয়েক বৰ ৰুগীয়া
পণ্ডিতৰ জীয়েক বাঁৰী ॥

৩২৫। বান্ধিলে মন শিলৰ খুঁটি।
মেলিলে মন ধোঁৱাৰ চুটি ॥

৩২৬। বাঁৰী বামুণীৰ ধন।
লোককো নিদিয়ে নিজেও নাখায়
চাই থাকিবৰ মন।

৩২৭। বাৰীৰ তামোল কেৰ্কেটুৰাই খায়।
ভকতক দিলে জানোঁ৷ অথলে যায় ॥

৩২৮। বামুণৰ গৰু শূদিৰে বায়।
গছত উঠি শগুণে চায় ॥

৩২৯। বাৰীৰ খুতৰা শাক কলঙৰ পানী।
ঢেঁকীত ৰৰাধান কোনে দিব আনি ॥

৩৩০। বায় আগৰ হালত।
বান্ধে হেৰামৰ তলত ॥

৩৩১। বাণ দাঙিলে বৰীয়া উদং।
পকৰ দাঙিলে জুহাল উদং ॥

৩৩২। বাইশ বলধা তেৰ ছাগল।
বাৰ বছৰত কুকুৰ পাগল ॥
নৰা গজা বিশা ছয়।
তিনি পোন্ধৰ ধোঁৱা ক্ষয় ॥

৩৩৩। বাল দেহা মৰি যক।
তিৰী-ছলি ভালে থক॥

৩৩৪। বান্দায়ে ভাঙিলে টৌ।
গড়গাওঁ উঠিলে টৌ॥

৩৩৫। বাপগড়ি ছোৱালী ৰজাৰ ঘৰে যায়।
মাকগড়ি ছোৱালী ভাতক ভাতে খায়॥

৩৩৬। বামুণে চায় কালক।
গণকে চায় ভালক॥

৩৩৭। বাঁহৰ বিচনী বেতৰ জেলেপ।
মই মৰোঁ কেলেপ কেলেপ॥

৩৩৮। বামুণৰ চিকুণ ফোঁটে-লগুণে,
হোমৰ চিকুণ ধোঁৱা।
পানীৰ চিকুণ পানীপৰুৱা,
মাছৰ চিকুণ মোৱা॥

৩৩৯। বামুণ গণক কোৱা।
এই তিনি পৰৰ খোৱা॥

৩৪০। বাছোঁতে বাঁছোতে লাগিব পোক।
মোতকৈ অধমে নিবহি তোক॥

৩৪১। বাঁহপাতে কাটিলে গা।
কৰণিত কাপোৰ থৈ বননিতে নাচাগৈ,
গোবিন্দ গোবিন্দ ঔ টোকাৰি বা॥

৩৪২। বাও বান্ধিলো তিনিঘুৰীয়া, গাঁঠি দিছিলো লেখি।
নিলগৰপৰা চাই পঠিয়াওঁ কাঁহৰ বাটি যেন দেখি॥

৩৪৩। বাস কৰিবা নগৰত।
থাকিবাগৈ সাগৰত॥

৩৪৪। বামুণৰ ক'লা ডোমৰ বগা।
এই দুয়োৰো আশয় নোপোৱা॥

৩৪৫ । বাই বাইলুগুনী ।
উঠি পীৰা এথন দিলোহেঁতেন
মই হলো শইকীয়ানী ॥

৩৪৬ । বাই বাইলুগুনী ভনী শইকীয়ানী ।
মই জেনে সাতোলানী ॥

৩৪৭ । বাজ টেঙৰ বণিয়া ।
আধেৰ কপাহৰ কৰে নখন খনীয়া ॥

৩৪৮ । বাঁহৰে আগতে বেলি চিকেমিকে
চিলনী কি খাই জীয়ে ।
বেজীৰ আগতে বান্ধনে বাঢ়নে
উধানে কি কাপোৰ সিয়ে ॥*

( * চান্দখাঁ ভকতৰ গীতৰ পৰা )

৩৪৯ । বাৰ ঠাই ফুৰে যি ।
বাৰ কথা শিকে সি ॥

৩৫০ । বামুণ ভোঁ ভোঁ দেৱতা ।
শূদিৰ ছেলোৱা দতা ॥

৩৫১ । বাপুদেৱে বিধি পঢ়ে মাজে মাজে এৰে ।
ঘৰত আছে খালৈপেটী তাইলৈ মনত পৰে ॥*

( * বিয়া নামৰ পৰা )

৩৫২ । বাটৰ ডঙুৱা ডোম ।
তাইৰ পৈয়েক নহয় কোন ॥

৩৫৩ । বাটেদি যায় ধতুৱা ডোম ।
মোৰ গিৰিহঁত নহয় কোন ॥

৩৫৪ । বাই ভিনিহিৰ লাগিল দ্বন্দ
মই একৰাবলৈ গলো ।
বাই ভিনিহিৰ হ'ল মতামতি
মইহে আতাৰি হলো ॥

৩৫৫। বাঢ়ি দিবা ভাত, তৰি দিবা তাঁত।
তেহে শুনিবা আইদেউৰ থুন্থুক-থানাক মাত ॥

৩৫৬। বাঁহটোত কাঠিটো। জোপাটোত পাচিটো ॥

৩৫৭। বাৰকুৰি বৰগীত, তেৰকুৰি ফকৰা।
তাৰোপৰি আকৌ জোৰবা পোকৰা ॥

৩৫৮। বাই মৰা ভিনিহি, ঠাই সৰা জাবৰ।
বেৰৰ আগৰ ফটাকানি, তাতো নাই আদৰ ॥

৩৫৯। বামুণে এৰিলে গায়ত্ৰী ধৰ্ম্ম।
গুৰুয়ে এৰিলে নিজৰ কৰ্ম্ম ॥
ভকতে মাৰিব নোৱাৰে ভাই।
এই আটাইখিনি নৰকলৈ যায় ॥

৩৬০। বামুণে শগুণে বিচাৰে মৰা।
গণকে বিচাৰে নৰিয়া পৰা ॥
তাঁতী সোনাৰীয়ে বিচাৰে নগৰ।
বৰুৱা ফুকনে বিচাৰে জগৰ ॥

৩৬১। বাইদেউ বাইদেউ ভিনদেউ আহিছে,
ছুহাতে ছুমুঠি চাউল লৈ আহিছে।
তেওঁযে বাইদেউ নাযাওঁ বুলিছে ॥

৩৬২। বাৰ সাত দিন।
কপাহ বাছে ৰাতি-দিন ॥

৩৬৩। বামুণৰ বৰুৱা, তিৰীৰ পৰুৱা,
বাইজৰ তৰণি নাই।

৩৬৪। বামত থাকি ওফোন্দায় গাল।
মাগুৰটো পালেহে ভাল ॥

৩৬৫। বাপজন্মত নাই গাই।
চালনী ( কঁৰীয়া ) লৈ ছুৰা যায় ॥

৩৬৬। বাৰিষা খৰালি ছুহে গাই।
যাঠি বছৰত বোলে আই।
তাৰ সমান ভাগ্যবান নাই॥

৩৬৭। বাপেক-পুতেক হাটক যায়।
পাটাপাটুক* আনিবৰ মনত নাই॥

(* পাটাপাটুক=পটাগুটি)

৩৬৮। বাঘৰ পাল নাই।
হিংসুকৰ ভাল নাই॥

৩৬৯। বাঁহৰ ফলীয়া, বেঙেনাৰ কলিয়া,
খোৱাৰ ফলীয়া ছাগ।
তোমাৰ ফলীয়া ওৰণি-বাৰণি,
আমাৰ ফলীয়া পাগ॥

৩৭০। বাপে পোৱে যদি কন্দল বাজে।
পুত্ৰক দণ্ডিবে পণ্ডিতৰাজে॥

৩৭১। বামুণৰ ঘৰৰ লোটা-বাটি।
দেখিলে বুলি কোনে দিব পোকৰটো কাটি॥

৩৭২। বাপে-পুতে ক্ষৌৰ কৰ্ম্ম কৰে।
সিটো নাযায় যম নগৰে॥
(বাপে-পুতে=সোমে বুধে)

৩৭৩। বাটে বাটে যায়, উভতি উভতি চায়।
গিৰীয়েক বুলি জানিলে আগহুই যায়॥

৩৭৪। বাৰীৰ পুখুৰী এৰি নদীক যায়।
সঘনে পৰ-পুৰুষক চায়॥
স্তন কাষ আৰু দেখায় পিঠি।
খাই বৈ তাইৰ মেলক দৃষ্টি॥

৩৭৫। বাপৰ জন্মত ধোঁৱা নাই।
পোকৰত লেগায় পিন্ধায়॥

৩৭৬। বাপেকী চাই পোৱালী।
মাইকী চাই ছোৱালী॥

৩৭৭। বাপ মৰক, মাইকী থাওক।
ঢেই ঢেই উকলি পৰক॥

৩৭৮। বাঘৰে ছাগৰে কিহৰ মতা-মতি।
হাতৰে খুৰৰে কিহৰ হুতাহুতি॥

৩৭৯। বাই নগলে কিহৰ লাঠি।
শাত (?) নহলে কিহৰ গাণ্থি॥
ভাৰ্য্যা নহলে কিহৰ ঘৰ।
স্নেহ নহলে কিহৰ সোদৰ॥

৩৮০। বাপে-পোৱে ক্ষৌৰ কৰ্ম্ম কৰি মঙ্গলে খাবা কৰাই।
আঁঠে পখে খাবা তিতা যমে থাকিব ডৰাই॥

৩৮১। বামুণ গ'ল ঘৰ।
নাঙ্গল তুলি ধৰ॥

৩৮২। বাঘে ধান নাথে।
খালে কোনে ৰাখে॥

( * নাথে=নাথায় )

৩৮৩। বাৰী শুৱনি বাঁহে।
ভোজন শুৱনি মাহে॥

৩৮৪। বান্দৰৰ দুই কোঁহা-কুঁহি।
তাকে উলিয়ায় তাকে সুমুৱায়
গছৰ ফেৰেঙনিত বহি॥

৩৮৫। বাটত আকৈ পাই, চাবচেৰেক দিলো বাই।
হ'ল যদি হ'ল, নহল যদি নাই॥

৩৮৬। বাম উৰু বাম বাহু কম্পে বাম কটি।
কি কাৰণে বাপু মোৰ নাসয় ঘুমটি॥

৩৮৭। বাৰটা কঠীয়াৰ তেৰটা বোৱনী।
হক বা নহক পথাৰখন গুৱনি ॥

৩৮৮। বাই বাই, তোৰ ছলি কচু খায়।
খাক দে আই, জুতি পালে দিব পেলায় ॥

৩৮৯। বাৰহাত গছৰ তেৰহাত লতা।
টোপে পোৱালী খায়, কাক ক'ম কথা ॥

৩৯০। বাটত দিবা জেং, ভকতলৈ মেলিবা ঠেং।
গুৰুলৈ দিবা পিঠি, তেহে যাবা বৈকুণ্ঠলৈ উঠি ॥*

( * ভকতীয়া )

৩৯১। বাঁহৰে আগতে উজায় পুঠী মাছে
বগলী কি খাই জীয়ে।
বেজীৰ আগতে ৰান্ধনে বাঢ়নে
উধানে কি কাপোৰ সিয়ে ॥*

( * ভকতীয়া, চান্দখাঁৰ গীততো আছে )

৩৯২। বাৰহাত জালৰ তেৰহাত ফটা।
ভাল মাৰিলি জালোৱাৰ ( বাপৰ ) বেটা ॥
ৰৌ ববালি লাঙে লাঙে ( সৰকি ) গ'ল।
পুঠী খলিহা পাহে প্ৰাহে ৰ'ল ॥*

( * ভকতীয়া )

৩৯৩। বাটে বাটে যাবা।
ঔষধৰ গুৰি পাবা ॥
উভাৰি আনিবা।
পাতত নলগাবা ॥
মিহিকৈ বাটিবা।
ঘপবাই গিলিবা ॥*

( * ভকতীয়া )

৩৯৪। বালিত পৰিল কণী।
কাৰো নাই চিনা-চিনি ॥*

( * ভকতীয়া )

৩৯৫। বাৰহাত কেৰেলা তেৰহাট গুটি।
সবল মাটিত পৰিলে হ'ব পাৰিব ॥*

( * ভকতীয়া )

৩৯৬। বাটে বাটে যাবা।
ঔষধৰ গছ পাবা ॥
পাতকো নানিবা।
ছালকো নানিবা ॥
পটাতো নলগাবা।
পাটকুতো নলগাবা ॥
জিহ্বাতো নলগাবা।
ধকৰাই গিলিবা ॥*

( * ভকতীয়া )

৩৯৭। বাঘৰ গালত চৰ হৰিণে মাৰিল।
হৰিণৰ পাৱে পৰি বাঘেও কান্দিল ॥*

( * ভকতীয়া )

৩৯৮। বাটে বাটে গৈয়া ৰোগী ঔষধ লভিলা।
পটাত নিপিহি তাক জোলক কৰিলা ॥
মুখে নেখাই ঔষধ নাকেৰে গিলিলা।
মৰিল সকাহ পাই ঠাৰতে বুজিলা ॥*

( * ভকতীয়া )

৩৯৯। বাঘে গৰুৰে একেলগে চৰে পথাৰত।
আগে আগে নিগনিয়ে ৰাখয় সইত ॥*

( * ভকতীয়া )

৪০০। বাটৰপৰা আনিলে ধৰি।
সাধু-পুৰুষে বোলে জয় হৰি ॥*

( * ভকতীয়া )

৪০১। বাৰজনীয়ে কন্যা সুধিলে।
তেৰজনীয়ে নাক কাটিলে ॥*

( * ভকতীয়া )

৪০২। বাপেকে পুতেকে কথা কয় সকলো কথা ভাল।
এজোপা কলৰ বাৰ থোক, গুৰি একেডাল ॥*

( * ভকতীয়া )

৪০৩। বাঘ গৰু একেলগে চৰে পথাৰত।
আগে-পাচে নিগনিয়ে মাতয় হাতত ॥*

( * ভকতীয়া )

৪০৪। বাপেক আছিল দোকানৰ মুদৈ
পুতেক হ'লহি চোৰ।
মাকৰ বৰ পাই জীয়েক হল শাস্তি ঘোৰ ॥*

( * ভকতীয়া )

৪০৫। বাউধৰ নামৰ বাচৰু শ্ৰীশঙ্কৰৰ ঘাটে।
বাব হুৰাৰোঁ নামৰ বাচৰু ব'ঠা নাইকিয়া হাতে ॥*

( * ভকতীয়া )

৪০৬। বাৰ-জোৰা দিয়া নাঙল মুৰলি
তেৰ-জোৰা দিয়া মৈ।
চৈধ্য-জোৰা দিয়া বাতলু তিৰুতা
পোন্ধৰ-জোৰা দিয়া পৈ ॥

৪০৭। বাৰিষাৰ জাপি এৰিয়া যায়।
পানী বুলি সিটো তৰাসে ধায় ॥
সিয়া পাত লৈ খায় দুগুধ ( দুগ্ধ )।
ডাকে বোলে সিটো নিশ্চয় অবোধ ॥

৪০৮। বাটত নাঙল নাচাচিবা।
লোকৰ কথা সুশুনিবা ॥

৪০৯। বামুণ, বাদল, বান।
দক্ষিণা পালে তত্তালিকেই যান ॥

৪১০। বিপদ কালত বুদ্ধি হ'ল হত।
উগ্ৰসেনে বুধি সুসুধিলে মাধৱত ॥

৪১১। বিশ্বনাথ গোসাঁই লৰক-ফৰক।
ছমাহ পানীত ছমাহ তৰত ॥

৪১২। বিশ্বাসৰ কথা নাপাতিবা ৰাতি।
বিশ্বাসৰ কথা নাপাতিবা হাবিৰ দাঁতি ॥

৪১৩। বিধাতাই যদি কৰে মন।
ভাল হোৱাতনো কিমান ক্ষণ ॥

৪১৪। বিলত কি মাছ নাই।
কৰ্ম্মত কি ভাইগ নাই ॥

৪১৫। বিয়াৰ বামুণ, তৰ্পণৰ কুশ।
চেঁচুকৰ ডেমডেউকা, বৰষুণৰ তুঁহ ॥

৪১৬। বিকিলি। ইমান কথা ক'ত শিকিলি ॥
বিকায়। মহাপ্ৰভুৱে শিকায় ॥

৪১৭। বিস্তৰতো নাই ৰতি।
অলপতে সাধে গতি ॥

৪১৮। বিলৰ মাজে মাজে ছুৰাই দৈ কলা
দিয়ে পানী কলাক জুতি।
আশা দি আইটিক ৰভাতে এৰিলে
এথানি-এবানি কৰি ॥

৪১৯। বিয়নী বিয়নী, জীয়েৰে কি বন কৰিব
পাৰেৰে বিয়নী।
চাউলবোৰ চোবাব, পাদবোৰ মাৰিব,
তাকেহে কৰিব পাৰেৰে বিয়নী ॥

৪২০। বিধাতাৰ বাধা দাতাৰ দান।
আছে বুদ্ধি নহয় জ্ঞান॥

৪২১। বিধাতাৰ বিলম্ব নাথায় চৰিয়া।
যাবত চন্দ্ৰাবলী তাবত খটুৱা॥

৪২২। বিৰিঙৰ (বিৰিণৰ?) গুটি গুড়া কৰিয়া।
বচে সমে পিষ্টক কৰিয়া॥
দন্তৰ গুৰিত ধৰিব আন্টি।
দন্ত নপৰয় পোক মৰন্তি॥

৪২৩। বিপ্ৰে বৃষ্টি কৰে যাহাৰ শিৰে।
প্ৰত্যেক দিবসে ভোজন ক্ষীৰে॥
ভক্ত গুৰু বিষ্ণু নাম নিচিনে।
কাহাত বলে ছয় শত্ৰু জিনে॥
পিতৃ মাতৃ দুয়োৰো বন্দে চৰণ।
বোলন্ত ডাকে সাৰ্থক জীৱন॥

৪২৪। বিষু যাই কাষে কুঁজে।
প্ৰজা মৰিব অনাযুজে॥
নগৰৰ মাজত কুঁৱাকুঁই দেখি।
নৰৰ মুণ্ড গণ্ডা-গণ্ডে লেখি॥

৪২৫। বিবাহ কৰিবা এক সুন্দৰী।
স্মৰণ কৰিবা কেশৱ হৰি॥

৪২৬। বিষয়াৰ ভাল। সাধুৰ মাল।

৪২৭। বিষয়াৰ বন নাই ভাঙে আৰু পাতে।
নদীৰ বন নাই খান্দে আৰু পোতে॥

৪২৮। বিশ্বাসেই আদি মূল।
বিশ্বাস হেৰালে যায় জাতি-কুল॥

৪২৯। বিহ খাই ৰহি থাকে গাখীৰ খাই মৰে।
খৰে জুই দিয়া সিটো ৰহি মেল কৰে॥* (* ভকতীয়া)

৪৩০। বিষ্ণু বুদ্ধি কৰি নন্দৰ গোক।
দেখাইলা বৈকুণ্ঠ ব্ৰজৰ লোক ॥*

(* কথাগুৰুচৰিত)

৪৩১। বিষয় সম্বন্ধ ইন্দ্ৰিয়ৰ সুখ
সমস্ত যোনিতে পায়।
পৰম দুৰ্লভ হৰিৰ ভকতি
মনুষ্যত পৰে নাই ॥*

(* নামঘোষা)

৪৩২। বিপ্ৰৰ মুখে ভুঞ্জো যেন কৰি।
বহ্নিৰ হোম সুহি তাঙ্ক সৰি ॥*

(* কীৰ্ত্তন)

৪৩৩। বীণা বংশী কৰতাল।
ভাতে নাটে চিৰকাল ॥

৪৩৪। বুঢ়াৰ কথা সুশুন ডেকা।
টানত পৰি কিয় কেকা ॥

৪৩৫। বুঢ়ী বামুণীয়ে একাদশী কৰে,
উধানত বহি পোৰা মাছ খায়।

৪৩৬। বুঢ়ীৰ কি কাম আছে।
চাউলত ধান (বাল) পেলাই বাছে ॥

৪৩৭। বুঢ়ী মৰাৰ কি উপায় আছে।
চালত এখুন্দা বাৰত এখুন্দা ॥

৪৩৮। বুধ বৃহস্পতি শুকুৰ।
কাহানি আহিলা জোঁৱাই কুকুৰ ॥
আহিবৰ হ'ল দিন চেৰেক।
শাহুৰ গালত চৰচেৰেক ॥

৪৩৯। বুজাক বুজাবা আকাৰে-ইঙ্গিতে।
নজনাক (অবুজাক) বুজাবা ঢাৰা-চাপাৰে ॥

৪৪০। বুঢ়া কঠালৰ মুঢ়া।
জাককৰা ঘৰলৈ ছোৱালী নিদিবি
ঢেঁকীয়ে কৰিব বুঢ়া॥

৪৪১। বুঢ়ী আই ঐ নাহিলি সুখৰ কালত।
সাতজনী নিগনি খিৰাই খাইছিলো
গেৰেলাক বাইছিলো হালত॥

৪৪২। বুঢ়ী হলো ঠেৰী হলো দাঁতত ধৰিলে পোকে।
আৰুনো কি গাভৰু হ'ম তামোল দিব লোকে॥

৪৪৩। বুঢ়া দৰা বুঢ়ী কন্যা কথাৰ নাপাওঁ আঁচ ( আশ )।
পকা ডাড়িত লাগি আছে এশ মিছা মাছ॥

৪৪৪। বুঢ়ীয়ে গায়, বুঢ়াই বজায়।
মইনাই আহি জুমি চায়॥

৪৪৫। বুঢ়াৰ আগত বুঢ়ী নাচে।
নাই বুঢ়া ঠন ( ঠগ ) ধৰি আছে॥

৪৪৬। বুঢ়ী ফুৰে জগত লুৰি।
বুঢ়াই লগালে গলত জৰি॥

৪৪৭। বুঢ়া দিনত ডাকৰ কথা।
বেজীটোত চাউল কঠা॥

৪৪৮। বুঢ়া-পোকৰত ৰাঙৰ কেৰু।
শোটোৰা-পোকৰত কৰাই লাৰু॥

৪৪৯। বুধিয়ক ভকতে জেং পাৰি হাগে।
উঠিবলৈ ধৰোতে গাই-পাই লাগে॥

৪৫০। বুজিয়া সুজিয়া বান্ধিবা আৰি।
শত্ৰুজনক তেবে জিনিবে পাৰি॥

৪৫১। বুঢ়া গৰুৰ শিঙে ভাৰ।
ঘৰণী মুখা ৰূপে যুৱাৰ॥ (?)

৪৫২। বুলনি ব'লে সুবুলনি যায়।
একজনে বান্ধে শতেকজনে খায়॥*

(* ভকতীয়া)

৪৫৩। বৃক্ষমূলে জল দিলে পত্ৰৰ সন্তোষ।
হৰি দেৱক পূজিলে আনৰ নাই ৰোষ॥

৪৫৪। বেজীৰ জলাকো মনে।
কুঠাৰৰ জলাকে নমনে॥

৪৫৫। বেলিয়ে আঁটেমানে।
কাচিয়ে কাটেমানে॥

৪৫৬। বেশ্যা তিৰীৰ একাদশী।
তাইৰ মূৰত হাগ বহি॥

৪৫৭। বেঙেনাৰ ফুলে বোলে মোৰ ফুল গুটি।
ভাল ভাল লোকে তাতে পায় জুতি॥

৪৫৮। বেজৰ ভায়েক ভেকো।
মই নেজানো একো॥

৪৫৯। বেৰে বাৰী গিলিলে বলাই পথাই গিলিলে গৰু।
হাতত টাৰু লৈ বান্ধনী পলায়
খেদি লৈ যায় চৰু॥*

(* চান্দখাঁ ভকতৰ গীতৰপৰা)

৪৬০। বেমাৰীৰ সৰহ কুকুৰীকণা, যদি থাকে মাৰ।
কামৰ সৰহ বৰশী বোৱা, যদি থাকে জাৰ॥

৪৬১। বেজীৰ হুল কুঠাৰত হানে।
এনে কাম কৰোঁ যদি মনেহে জানে॥

৪৬২। বেল বেল বেল, পকা বেল।
চাহাবে নোসোধে তিৰোতাৰ মেল॥

৪৬৩। বেপাৰৰ লাভ মলত।
খেতিয়কৰ লাভ থলত॥

৪৬৪। বেদৰ নাপাওঁ তত।
চাই আছোঁ কাণী বগুলাৰ মত ॥

৪৬৫। বেটী বহে গা উলহে।
বেটা নবহে গা পাজৰে খহে ॥

৪৬৬। বেটীৰ যহত মজিয়াত মেল।
শালৰ যহত মুখত তেল ॥

৪৬৭। বেৰৰ মাটি।
লাঠি মাৰিলে যাব ফাটি ॥

৪৬৮। বেজী হলেহে বটীয়া, ম'ৰা হলেহে চালি।
গজদন্তৰ মুকুতা-মাণিক পালেসে পালি ॥*

(* অসম বুৰঞ্জী)

৪৬৯। বেজিনীৰ লোভটো।
ঢোৰোকা পাদটো ॥

৪৭০। বেলপাত, ঘিলাপাত, গমাৰিপাত
নাগলিয়াৰ মূৰ পাই।
কোৱাথ কৰি সমানে ভুঞ্জিয়া
কফ-বাত কৰা ঠাই ॥

৪৭১। বেশ্যা তিৰী, গোলাম চতুৰ।
ঘৰ-পৰ নাজানে বলিয়া কুকুৰ ॥

৪৭২। বেশ্যা নাৰী সুন্দৰী কন্যা।
যাত্ৰা কালে সকলো (সবেও) ধন্যা ॥

৪৭৩। বেটা বিয়া কৰাবা নামত।
বেটী বিয়া দিবা দামত ॥

৪৭৪। বেছিকৈ পঢ়িলে সিও ভাল।
মূঠে নাজানিলে সিও ভাল।
আধা কেচেলুৱা হ'লে হয় যমকাল ॥

৪৭৫। যেযেজীয়াক নিদিবা জমি চাব।
যবলাক নিদিবা কন্যা চাব॥

৪৭৬। যেজীৰ আগত জানা ভাতক বান্ধয়।
টৌ যেৰীয়া নাইকিয়া আঞ্জা ভাত হয়॥*

(* ভকতীয়া)

৪৭৭। যেহাৰ বাঢ়ে মূৰত ফুলে।
যুৱতী বাঢ়ে কটিত ছুলে॥

৪৭৮। যেৰত আছে তেলৰ টাৰি, তাতো আছে তেল।
ভিতৰতে আইদেউ আছে, বাজত কিহৰ মেল॥

৪৭৯। বৈদ্য হুয়া মৰে আপুনি বিষে।
নৃপতি হুই প্ৰজাক হিংসে॥
শিৰে নৰন্দে মাৰৰ পাৰ।
সবে বিৰম্বনা জানিবা মাৰ॥

৪৮০। বৈৰভাবে চিন্তিবাহা মোক।
অল্পকালে পাইবা এহি লোক॥*

(* কীৰ্ত্তন)

৪৮১। বোলাবচন এৰন নাযায়।
তাক এৰিলে জাতি-কুল যায়॥

৪৮২। বোকাত পৰৈ মাছ ধৰোঁ।
হিয়া-মূৰ ভুকুৰাই মৰোঁ॥

৪৮৩। বোপাইটো লছৰ্-পছৰ্।
মুকুতি মাৰিব ঠছৰ্-ঠছৰ্॥

৪৮৪। বোৱাৰীয়ে কি বন কৰে।
লৰা কন্দুৱাই শোকোতাৰ হাড় ভাঙে॥

৪৮৫। বোপাই-ঘৰৰ ধনেৰে নহওঁ স্বতন্ত্ৰী।
পৈ-ঘৰৰ ধনেৰে হওঁ পটেশ্বৰী॥

৪৮৬। বোৱাৰী আনিলো বেচী।
তোৰ মুগুছিল কাষৰ কলচী ( কলসী )
মোৰ মুগুচিল ঢেঁকী।
( বোৱাৰী আনিলো বেটী।
শাহুৰ মুগুচে কাষৰ কলচী
শহুৰৰ মুগুচে ঢেঁকী )

৪৮৭। বোলৰ চিকুণ জেতুকা।
মানুহৰ অধম পেটুৱা ॥

৪৮৮। বোপাই আছিল চোৰ।
সেই পৰকিতি মোৰ ॥

৪৮৯। বোৱাৰী হ'ল ঘৰ নকৰা, পো হল চোৰ।
জী হ'ল নটিনী উপায় হেৰাল মোৰ ॥

৪৯০। বোপাইলৈ আনিছোঁ জপাৰ ৰবকাপোৰ
আইলৈ আনিছোঁ খাৰ।
ককাইলৈ আনিছোঁ পাটৰ টঙালি
বোলৈ বাঢ়নিটাৰ ॥

৪৯১। বোৱেনী ঢাকে সূতে।
অবুৱেনী ঢাকে পুতে ॥

৪৯২। বৌ নাখায় পুঠী-খলিহা, ককাই নাখায় বল্লি।
বৌ নামানে বাৰিষা, ককাই নামানে খল্লি ॥*

( * বল্লি=বৰালি। খল্লি=খৰালি। )

৪৯৩। বৌ। এদোণমান ধান আনিছোঁ,
ককাইৰ আগত কৌ ॥

৪৯৪। ব্ৰহ্মা বিষ্ণু ত্ৰিদশৰ দেও।
নাখালে নিজীয়ে কেও ॥

৪৯৫। ব্ৰহ্মা বিষ্ণু মহেশ্বৰ দেৱ।
সকলে কৰে গঙ্গাক সেৱ ॥

ৰূপা সোনা হীৰা মুকুতা অমূল্য।
গঙ্গাজলৰ কেহোঁ নোহে তুল্য॥
যত মহাপাপ সকলে কৰে।
সকলো পাতক তাহাৰ হৰে॥

৪৯৬। ব্ৰহ্মাৰ মৰণ দেখি মোৰ লাগিল ত্ৰাস।
এই বুলি নাৰদে এৰিলে গৃহবাস॥*

(* ভকতীয়া)

৪৯৭। ব্ৰহ্মাক মাৰিবা বিষ্ণুক মাৰিবা
ৰুদ্ৰক নিদিবা ঠাই।
মহা মহন্ত আহিলে কোবাই মাৰিবা
তেহে ভকতি পায়॥*

(* ভকতীয়া)

৪৯৮। ব্ৰাহ্মণ দেৱতা পিতৃ অৰ্চ্চন।
ক্ষত্ৰিয়গণৰ যুদ্ধ কৰণ॥
নৃপতি সবৰ প্ৰজা পালন।
বৈশ্যৰ বাণিজ্য ধন উপাৰ্জন।
শূদ্ৰৰ স্বধৰ্ম্ম নীতি সেৱন॥

৪৯৯। ব্ৰাহ্মণৰ ব্ৰহ্মস্ব। শূদ্ৰৰ শিৰস্ব॥

৫০০। ব্যৱহাৰত চিনিবা যাৰ আছে দয়া।
গমনত চিনিবা মানুহ ভাল বেয়া॥

৫০১। ব্যাপক বিভু প্ৰভু চক্ৰপাণি।
সবাতো আছন্ত জগত স্বামী॥*

(* কীৰ্ত্তন)

## ভ

১। ভকতগাঁঠি।

২। ভগা সবাহত ৰাগ টনা।

৩। ভকতেহে খুজি পাবৈ তুমি অন্তৰ্য্যামী।*

( * কীৰ্ত্তন )

৪। ভক্ত বিভীষণ।

৫। ভক্ত হনুমান।

৬। ভগৱন্ত ভকতৰ প্ৰাণ।

৭। ভগা সবাহত ৰাগ দিয়া।

৮। ভৰা ভাখেৰিত ফুল দলিওৱা।

( * ভাখেৰি = ভঁৰাল )

৯। ভয়ত বনৰ বাঘ কঁপা।

১০। ভৰি চেলেকা।

১১। ভৰিৰ আঙুলিৰে টিপা মাৰি থোৱা।

১২। ভলুকা-গজালি।

১৩। ভয়ত ভজে, আশাত ভজে।

১৪। ভকত ভাগেনে দায় ভাগে ?

১৫। ভৰিৰ ডোল ভিঙিত লগোৱা।

১৬। ভৰ নামৰ বেলিকা ভালৰ জৰী ছিগা।

১৭। ভক্ত প্ৰহ্লাদ।

১৮। ভম্‌-ভটীয়া তুলসী-পতীয়া।

১৯। ভতুৱা কুকুৰে কামুৰিব নোৱাৰে।

২০। ভতুৱা কুকুৰৰ ভুকনিয়েই সাৰ।

২১। ভগা ঘৰত ভুতৰ বাস।

২২। ভকতৰ মোল বুজিলে পিঠাগুৰিনো কেইখুন্দা।

২৩। ভাত খাবলৈহে দিব পাৰি,
আঙুলি খাবলৈ দিব নোৱাৰি।

২৪। ভাতে হেঁচা।

২৫। ভালুকী নাচ।

২৬। ভালুকৰ সাঙ্গী।

২৭। ভাবীয়ে ভাৰ বয় বাটকৰাৰ কেকোঁ-জেকোঁ।

২৮। ভাইবঞ্চা ধন।

২৯। ভাজনৰ ভোজন, অভাজনৰ গলগ্ৰহ।

৩০। ভাললৈ ভাদত কলী গৰু নজগে।

৩১। ভাগক ছিগক, তেওঁ বৰনাওৰ খোলা।

৩২। ভালত ভাল, বেয়াত যমকাল।

৩৩। ভানুমতীৰ খেল।

৩৪। ভালুকৰ জৰ।

৩৫। ভাল মানুহৰ খাঁলৈ চালে মাছ খুজিব নেলাগে।

৩৬। ভাতৰ দামতুম, মাতৰ হেনাছুচা।

৩৭। ভাৰেৰে পৰিলে পকাধানেও বাট দিয়ে।

৩৮। ভালৰ শত্ৰু নাই।

৩৯। ভাগুৰ আগনি, ধপাতৰ শেহনি।

৪০। ভিক্ষাৰ জুলি।

৪১। ভিতৰি হলাহল।

৪২। ভিতৰে গৰল, বাহিৰে সৰল।

৪৩। ভিন্ন ৰুচিৰ্হি ভিন্ন লোকাঃ।

৪৪। ভীমৰ গদা।

৪৫। ভীমটোকা মানুহ।

৪৬। ভীমকলৰ গুৰিত সাৰ চপোৱা।

৪৭। ভীষ্মপ্ৰতিজ্ঞা।

৪৮। ভীমক মানিলে গদাকো মানিব লাগে।

৪৯। ভুকুত কল পকোৱা ( বা ভুকুতে কল নপকে )।
৫০। ভুককাত হাতী ভৰোৱা।
৫১। ভুকা কুকুৰে কামুৰিব নোৱাৰে।
৫২। ভূতৰ ওপৰতে দানহ।
৫৩। ভূতে খোৱাদি খোৱা।
৫৪। ভুতীয়াই পৰত নাপালে ঘৰতে খায়।
৫৫। ভূতৰ মুখত ৰামনাম।
৫৬। ভুইকঁপত মূঢ়া তুলিবলৈ অহা।
৫৭। ভূতকহে ভূতে পায়।
৫৮। ভুঁই হলে আলি দিয়াৰ দিহা হ'ব।
৫৯। ভেকুৰি তলৰ কথা।
৬০। ভেকুলীৰ ছাল।
৬১। ভেকো ককা।
৬২। ভেকো-ভাৱনা।
৬৩। ভেট-গুটি লৰা।
৬৪। ভেৰপেটী মোৱা।
৬৫। ভেকুলীৰ টোৰটোৰণিত বাৰিষা নহয়।
৬৬। ভেঁটিত তিতা লাও গজা।
৬৭। ভেঁটিত হুচুৱে হগা।
৬৮। ভেকুলীৰ পিঠিত নোম গজা।
৬৯। ভেকুলীৰ ভয়ত পুখুৰী নখন্দা।
৭০। ভেকুৰি গছত হাঁকুটী লগোৱা।
৭১। ভেঁড়াৰ পাল।
৭২। ভেল্কী-বাজী।
৭৩। ভেলেকী-বাণ মৰা।
৭৪। ভেৰাৰাম গঙ্গা।
৭৫। ভেমটো ভেমটো, কলহৰ কাণটো।

৭৬। ভেঁা বামুণ।

৭৭। ভোক-পিয়াহ হৰা।

৭৮। ভোকত পেটৰ কেঁচু-কুমটি মৰা।

৭৯। ভোজন মিঠানে বচন মিঠা।

৮০। ভোটা তৰা।

৮১। ভোলানাথ পুৰুষ।

৮২। ভোজৰ আগ মেলৰ পিচ।

৮৩। ভোজনীয়াৰ ভোজন, অভোজনীয়াৰ গলগ্ৰহ।

৮৪। ভোকে খেদেনে পিয়াহে খেদে।

৮৫। ভোজৰ ভাতেৰে আকাল তৰা।

৮৬। ভোজনত বহি কুলৰ বাতৰি সোধা (বা-লোৱা)।

৮৭। ভোজৰ ভাতেৰে আকাল নাতৰে।

৮৮। ভোকেই ভাতৰ আঞ্জা।

৮৯। ভোজৰ ভাত দেখি চাউৰ কঠীয়া
দলিয়াই পেলোৱা।

৯০। ভোজনী নোপোৱা গণকৰ দৰে
ভোট-ভোটাই থকা।

৯১। ভেঁা ভেঁা পণ্ডিত।

৯২। ভোগে নেওচা।

৯৩। ভোজ-বাজী।

৯৪। ভকত আহিল দুপৰত।
তামোল থাকিল ওপৰত॥
ধপাত। সিও থাকিল জপাত॥
পাণ। সিও হল টান॥
কটাৰী। সিও হল ভটাৰী॥

৯৫। ভক্তিৰ ভাল একচিত।
বিবাদৰ ভাল মাতমিত॥

৯৬। ভগা জকাই লৈ মাছলৈ গলো।
লোকক খুজিবলৈয়ো আতাৰি হলো ॥

৯৭। ভৰাতে ভৰা। মহাপ্ৰভু ৰক্ষা কৰা ॥

৯৮। ভয়ত ভগৱন্ত পলায়।
কিললৈ বাসুদেউ ডৰায় ॥

৯৯। ভটীয়া পানীত লচঙা নাও।
শুৱনি তিৰী লবাৰ মাও ॥

১০০। ভকতে কোৱাদি কয়।
বাঘে খোৱাদি খায় ॥

১০১। ভকতে কৰে লুটিয়া-লুটি।
অভকতে মৰে হিয়া ফুটি ॥

১০২। ভকত ভোমোৰা। আৰৈচাউল কোমোৰা ॥

১০৩। ভগা নাৱত নিদিবা ভৰি।
তাত যায় ( নাই ) বিস্তৰ কড়ি ॥

১০৪। ভল্লুকা গজালি উঠে স্বৰগ ধিয়াই।
মনে মনে ভাৱে মোত পৰে কেও নাই ॥

১০৫। ভকত মৌ গুটি, নাখায় টকৌ গুটি
শুধ ভকতৰ কায়।
কেতুৰি পাতত ভকত বহিছে
পিছলি পিছলি যায় ॥*

( * ভকতীয়া )

১০৬। ভকত আহিলে কি দি আদৰিম
ঢেঁকীথোৰাৰে পখালিম পাৱ।
পাটকটা ডাঁৰেৰে চকু ঘুকিম,
তেহে চাবা ভকতৰ ভাৱ ॥*

( * ভকতীয়া )

১০৭। ভকত আহিলে কিলেৰে আদৰিবা
টাঙোনেৰে পখালিবা পাৰ।
পাতকটা ডাঁবেৰে চকু ঘুকি ল'বা
তেহে চাবা ভকতৰ ভাৰ ॥*

(* ভকতীয়া)

১০৮। ভক্তি নিকট-কট্। ভিম্বৰ ভিতৰত ভক্তি
সোমাল, ব্ৰহ্মাই নাপালে তত ॥*

(* ভকতীয়া)

১০৯। ভকত সৰু ভকত ডাঙৰ ভকত মাজ-শিলা।
চাঙৰ তলত ভকত আছে দেখিলা কি নেদেখিলা ॥*

(* ভকতীয়া)

১১০। ভকত সৰু ভকত ডাঙৰ ভকত টিলা-টিপা।
চুৱাৰ চুকত ভকত আছে দেখিলা কি নেদেখিলা ॥*

(* ভকতীয়া)

১১১। ভকতৰ পো ভক্তি কৰে ভক্তি হুকম্-কম্।
নাম নাই গুণ নাই, প্ৰসাদ খাবৰ যম ॥*

(* ভকতীয়া)

১১২। ভক্তি নাই ভকতৰ ভেশ মাত্ৰ ধৰে।
ফল নাই বিৰিখৰ টুপ টুপ সৰে ॥*

(* ভকতীয়া)

১১৩। ভকত হৈ নাখালে মদ।
ই তিনি ভুবনে নাপায় মুখ্য পদ ॥*

(* ভকতীয়া)

১১৪। ভকত আহিলে কি কৈ আদৰিম
লৈবোঁ চৰণৰ ধূলি।
বহিবাক লাগি আসন পাৰি দিমে
শিৰৰে ওপৰে তুলি ॥*

(* ভকতীয়া)

১১৫। ভকতে মাৰে ভাই।
ব্ৰাহ্মণে মাৰে গাই ॥
মহন্তই পিয়ে মদ।
তেহে পায় উত্তম পদ ॥*

(* ভকতীয়া)

১১৬। ভকত মৌ গুটি, নাখায় টকৌ গুটি,
নিদিয়ে ফেঁটী-গোমত হাত।
নামঘৰ গুচি চামঘৰ কৰিলে চলৌ-লৌ
লাগিল গাত ॥*

(* ভকতীয়া)

১১৭। ভকতি ভোমাই মাই। গুৰু আশাধাৰী
শিষ কপটীয়া জীৱৰ তৰণি নাই ॥*

(* ভকতীয়া)

১১৮। ভক্তিয়াৰ পো ভক্তি কৰে, প্ৰসাদ কৰে গই।
পুতলা ভাঙি বেহানি ওলাল, জোল টুপি আছে ৰই ॥*

(* ভকতীয়া)

১১৯। ভক্তিয়াৰ পো ভক্তি কৰে ভক্তি লোডোৰ–পোডোৰ।
মাঘত একে জাপে শোৱে শ-হাত অন্তৰ ॥*

(* ভকতীয়া)

১২০। ভকত ভতৰা চৰণ পথৰা ভকতক নিদিবা ঠাই।
ভাল ভাল ভকতক মৰিয়াই খেদিবা
তেহে হৰিক হাতে হাতে পায় ॥*

(* ভকতীয়া)

১২১। ভক্তিয়াৰ পো ভক্তি কৰে ভক্তি হুকট্-কট্।
ডিমাৰ ভিতৰে চানা নমৰে ব্ৰহ্মাই নাপালে তত্ ॥*

(* ভকতীয়া)

১২২। ভগা ঘৰ, ভগা দুৱাৰ, ভগা যুৰলি খান।
ঘৰৰ মাজত নাই তাৰ তিনি পুৰা ধান ॥*

(* ভকতীয়া)

১২৩। ভকতি কৰোতে শিজে বিৰক্তি জানিবা মেৰু সমান।
তাৰ ছাল-শিপা বাছিয়া নাখালে পাচে পাবা পৰিণাম ॥*

( * ভকতীয়া )

১২৪। ভকতি ভোমায় যায়। কেঁচা কৌ ( কল ) পাতত
ভকত বহিছে পিছলি পিছলি যায় ॥*

( * ভকতীয়া )

১২৫। ভকতি সুলভ, ভকতি দুৰ্লভ, বিচাৰি পাবলৈ নাই।
থবা শিতানত, থবা পথানত, যেন হাত মেলি যায় ॥*

( * ভকতীয়া )

১২৬। ভকত আহিলে কিলেৰে সুধিবা
ঢেঁকীথোৰাৰে জান্তিবা পায়।
জালৰ টঙ্গিৰে চক্ষুত খুচিবা
তেহে চিনি ভকতৰ ভায় ॥*

( * ভকতীয়া )

১২৭। ভৰি এৰি বিৰালীয়ে সভাত বহিছে।
চল পাই নিগনিয়ে খেদে পিচে পিচে ॥*

( * ভকতীয়া )

১২৮। ভকত ভোমোৰা, চৰণ পখৰা,
কেতুৰি পাতত ভাত দিয়ে পিছলি পিছলি যায় ॥*

( * ভকতীয়া )

১২৯। ভকতক নিন্দা কৰৈ অধম।
জানিবা নামৰ দ্ৰোহী পৰম ॥*

( * কীৰ্ত্তন )

১৩০। ভকত চণ্ডালে আপোনাকো তাৰে
সমস্ত কুল উদ্ধাৰে ॥*

( * কীৰ্ত্তন )

১৩১। ভয়ঙ্কৰ কোপ দেখিয়া তোমাৰ
প্ৰভু মোৰ ভয় নাই ॥*

( * কীৰ্ত্তন )

১৩২। ভৰাত খালি ভাল, যদি ভৰিতে যায়।
নমতাতকৈ মতা ভাল, যদি মাতে মায় ॥

১৩৩। তকণ জৰত নেখায় দৈ।
এৰাঁ ভাঙ্গিলে মাথায় বহেৰা চৈ(?) ॥

১৩৪। ভাত খাই উঠি যি খায় তিনি শিলিখা।
তাৰ মানত ৰোগ টিলিকা ॥

১৩৫। ভাতি আন মুচৰি খাওঁ।
পুৰা হলে নাও মেলি যাওঁ ॥

১৩৬। ভাতৰ তিতা খাব পাৰি।
মাতৰ তিতা খাব নোৱাৰি ॥

১৩৭। ভায়ে ভায়ে দ্বন্দ্ব লাগে পৰে পায় আশ।
মতা মাইকীয়ে দ্বন্দ্ব লাগে ঘৰেই বনবাস ॥

১৩৮। ভালে ভালক পায়। জাবৰে খালক পায় ॥
( ভালে পায় ভালক। জাবৰে পায় খালক ॥ )

১৩৯। ভাল ভাল ঘোঁৰাই নাপায় ঘাঁহ।
বতুৰা ঘোঁৰাই বিচাৰে মাহ ॥

১৪০। ভাতত হীন মাটিত হীন।
তাক দেখি লাগে ঘিণ ॥

১৪১। ভালৰ ভাল সৰ্ব্বতি কাল।
বেয়াৰ নাই কতো ভাল ॥

১৪২। ভাইৰ বাৰীত লাই।
কিয় ভনী হাওদাও কৰ, নিজৰ হলেহে পায় ॥

১৪৩। ভাগ্য যাৰ উদয় হব।
মাটি ফুটি ধন ওলাব ॥

১৪৪। ভাল আছিলো খুজি খাই।
বেচা গলো সাতহাল বাই ॥

১৪৫। ভাল কাপোৰ নষ্ট হয় যদি লয় জাপত। *
স্থ-পুত্ৰ নষ্ট হয় যদি নোসোধে বাপত ॥
স্থ-বাৰী ( কৃষি ) নষ্ট হয় মাজে ললে বাট।
স্থ-তিৰী নষ্ট হয় নিতৌ ঘেৰালে হাট ॥

১৪৬। ভাণ্ডি ক'লে মিত্ৰ বৰে।
পাৰি বহিলে কাপোৰ ঘোৰে (?) ॥

১৪৭। ভাতৰ নিমিত্তে ভত্তাৰ।
ভাত নহলে কিহৰ ভত্তাৰ।

১৪৮। ভাল মানুহৰ বান্দীকো আনিবি।
বেয়া মানুহৰ গিৰিহঁতনীকো নানিবি ॥

১৪৯। ভাত নাই যাৰ। জাতি নাই তাৰ ॥

১৫০। ভাগ্যইহে মূল। চম্‌্গাইহে ফুল ॥

১৫১। ভাৰৰ লৰ-ফৰ সাঙী।
মাছৰ লৰ-ফৰ বামী ॥
মাতৰ লৰ-ফৰ বোবা।
জাতৰ লৰ—ফৰ ধোবা ॥

১৫২। ভাল আমৰ এচকলা।
সজ্জনৰ লগত এবেলা ॥

১৫৩। ভাটিকটিকাৰ পাত।
ধান বানিলেহে ভাত ॥

১৫৪। ভাল আহিলি আজি।
ঘৰত মণ্ডমাহৰ গাজী ॥

১৫৫। ভাই-ভাই ঠাই-ঠাই।
ভাইৰ সমান মিত্ৰ নাই ॥
ভাইৰ সমান শত্ৰু নাই।
ভাইৰ সমান বন্ধু পাবলৈ নাই ॥

১৫৬। ভাল বুলি ধৰালো সখি।
পিচলৈহে কেনেবা দেখি ॥

১৫৭। ভাং কানি আফু।
তাক নাখালে কিহৰ বাপু ॥

১৫৮। ভাল খাটিলে বাঘক।
পছ মাৰি দিলে আগত ॥

১৫৯। ভাল মাৰিলে কুঁজাক কাটে।
পুৱাইহে জানিবি কাণীক নেওঁতে ॥
( ভাল মাৰলু-কুজাক কাটে।
কালিহে দেখিবি কাণীক নিয়তে ॥ )

১৬০। ভাত খোৱা ভতুৱা, কৰাই খোৱা গাধ।
আধা খুন্দা যি লদা খাব, সিহে বুকুৰ বান্ধ ॥

১৬১। ভালে বেয়াই গীত।
গোসাঁয়ে বোলে মোৰ শিষ ॥

১৬২। ভায়া কেন।
ভায়া আগেয়ে যেন, এতিয়াও তেন,
দেখাত হে দেখিছা মোক সাধু হেন ॥

১৬৩। ভাতৰ ভতুৱা মেখেলা ভাৰী।
ভাত বাঢ়ি থৈছোঁ খোৱাহি আহি ॥

১৬৪। ভাতো নগৈছে পানীও নগৈছে।
গোট ঐ টেঙা গোটে-গোটে বৈছে ॥

১৬৫। ভাগিন ঐ নাহিলি সুখৰ কালত।
সাতজনী নিগনী খীৰাই খাইছিলো,
গেৰেলা বাইছিলো হালত ॥

১৬৬। ভাললৈ বুলি মাদলী কোবাওঁ।
মাদলীয়ে বোলে তোকে খাওঁ ॥

১৬৭। ভাল মন্দ কৰিলে কুকুৰ বুঢ়া নহয়
নাঙলৰ কুটিলৈ চাই।
তিনিটা বাপেক-পুতেকে খেতি কৰিলে
আঘোণতে খাবলৈ নাই॥

১৬৮। ভাতে খাই মুহুদি কৰিলে গোপীচন।
লোকৰে হাঁচটি গুৱা।
পানী খাই মুহুদি কৰিলে গোপীচন
বগৰী গছৰে গুৱা॥

১৬৯। ভালকৈ ধৰিবা কাপ।
নহলে সি হব ফেঁটীসাপ॥

১৭০। ভালৰ ভাল নাই, মন্দৰ নাই ঠাই।
কিছু ভাল কিছু মন্দ, তেহে ভালক পাই॥

১৭১। ভাং ভাঙবাৰ নাই খোলা।
কাণত পিন্ধে কৰ্ণ-মূলা॥

১৭২। ভাবাৰ ( পাত্ৰ ) সৈতে ঢালে।
টোপ ধৰি পেৰে॥

১৭৩। ভাল আছিল পাকত, পৰি গ'ল চাকত।
ক'তো নিবিন্ধি বিন্ধিল নাকত॥*

( * সাঁথৰো হয় )

১৭৪। ভাদত কল কৰি ৰোপণ।
সবংশে মৰিলে লঙ্কাৰ ৰাৱণ॥

১৭৫। ভাৰ্য্যা নহলে কিহৰ ঘৰ।
স্নেহ নহলে কিহৰ সাদৰ ( সোদৰ )॥

১৭৬। ভাই ভাই লগে নমৰে।
গছৰ পাত লগে নসৰে॥

১৭৭। ভাদৰ চাবি আহিনৰ চাৰি।
মাছ ৰ'বা যিমান পাৰি॥

১৭৮। ভাত খাই গ'ল তপতে তপতে খুঁটি বৈ গ'ল চুকত।
যাবৰ বেলিকা মাত নলগালে, কথা বৈ গ'লে বুকত ॥

১৭৯। ভাওয় যেবা খোঁচৰ চাল।
সি গৃহস্থৰ নোহয় ভাল ॥

১৮০। ভাবিলে ভাবক পাই।
নাভাবিলে একো নাই ॥

১৮১। ভাল বস্তু বেচিয়াই পাবা।
দেৱতা-দ্বিজক তেতিয়াই দিবা ॥

১৮২। ভালুকৰ ওলোটা খোজ।
বুজিলে বুজ, নুবুজিলে যুঁজ ॥*

( * ভকতীয়া )

১৮৩। ভালৰ ভাল সৰ্ব্বতি কাল, টুটকায়াৰ ভাল নাই।
বজাৰ জীয়েকক সাউদে বিহায় গণকক ভালুকে খায় ॥*

( * ভকতীয়া )

১৮৪। ভাল হ'ল গুচিল পৃথিবীৰ মহাবিষ।
নিষ্কণ্টক হ'লো মই পৰম হৰিষ ॥*

( * ভকতীয়া )

১৮৫। ভাব নাবান্ধি থাকে চাই।
পৰকালত তাৰ গতি নাই ॥*

( * ভকতীয়া )

১৮৬। ভাই মুখে বোলা ৰাম হৃদয়ে ধৰা ৰূপ।
এতেকে মুকুতি পাইবা কহিলো স্বৰূপ ॥*

( * কীৰ্ত্তন )

১৮৭। ভাগীৰ বস্তু ভাগীয়ে খায়।
ভাগীয়ে নেখালে পেলনি যায় ॥*

( * ভাগী — একে বংশৰ )

১৮৮। ভাল মানুহৰ ডেকা।
আগ-ভৰিখন যেন-তেন, বাওঁ-ভৰিখন বেঁকা ॥

১৮৯। ভাল আছিলো কুৰ্ম্মাৰ ( মিতিৰ ) গন্ধে
মোৰ গৰুহালি বাছিৰত বান্ধে।
বান্ধোতেও বান্ধে, ধুঁৱা-বুন্দাও নেদে ॥

১৯০। ভাত-জাৰ ভূত-জাৰ ।
অলয়-জাৰ ( উৎপত্তি ), প্ৰলয়-জাৰ ॥

১৯১। ভাৰ্য্যাক প্ৰশংসিবা বৃদ্ধকাল হৈলে ।
ভোজনক প্ৰশংসিবা জীৰ্ণ মাত্ৰ গৈলে ॥
শস্যক প্ৰশংসিবা চাপিলে গৃহত ।
পুত্ৰক প্ৰশংসিবা হাৰিলে ৰণত ॥

১৯২। ভাল তিৰোতাই ভাত দিলে বাঢ়ি ।
গুদাই নিকাই চাৰি-গৰাহ খাব পাৰি ॥
বেয়া তিৰোতাই দিয়ে যদি ভাত ।
আনন্দ হব থাক, মুখে নাসে মাত ॥

১৯৩। ভালেহে জানে ভালৰ মোল ।
গঙ্গাধৰ মোৰ বোপা নে কোন ॥*

( * সাধুকথা )

১৯৪। ভিজা ডুবৰী । লুবুৰী-থুবুৰী ॥

১৯৫। ভীমে বোলে কওঁশুনা জঁটীয়া শঙ্কৰ ।
ক্ষণে ক্ষণে বাক্য দেখোঁ লৰয় তোমাৰ ॥

১৯৬। ভুৰা চাই ভুৰী ।
বিধাতাই ( বিহ কৰ্ম্মাই ) থৈছে যুৰি ॥

১৯৭। ভুঞ্জি খাই অতিথিৰ গৃহৰ এতে আশ ।
দগ্ধ অৰণ্যত মৃগে নকৰে নিবাস ॥*

( * ভকতীয়া )

১৯৮। ভুঁই লবা কোঙা ।
ম'হ কিনিবা মেনা ॥
বেটী কিনিবা মেচী ।
বোজা দিবা হেঁচি ॥

১৯৯। ভুঁই লৰা কোঙা।
গৰু কিনিবা মেনা॥

২০০। ভেকুৰি গছত মেকুৰী উঠিলে,
শিয়ালে কৰিলে হোৱা।
এশ ৰূপ দি ছোৱালীজনী আনিলো
টিকাতে এন্দুৰে খোৱা॥

২০১। ভেঁকুলীয়ে বোলে টোৰোক,
কাউৰীয়ে বোলে কা।
হেৰ ৰঙামুৱা কোন আহিছে,
চকু মেলি চা॥

২০২। ভেঁকুলীৰ পিঠিত উঠি ছাগলী ফুৰয়।
তাক দেখি কলিৰ ৰঙ্গ অতিশয়॥*

( * ভকতীয়া )

২০৩। ভেঁকুলীৰ পিঠিত উঠি ছাগলী ফুৰয়।
তাক দেখি ওকনীয়ে মূৰত উঠয়॥*

( * ভকতীয়া )

২০৪। ভোকৰ সমান ব্যাধি নাই।
ভাতৰ সমান ঔষধ নাই॥

২০৫। ভোকে কি জানে পান্তা-জকৰা।
ঘুমটিয়ে কি জানে বৰি-বকৰা॥

২০৬। ভোকে কি জানে দেৱা-কৰকৰা।
ঘুমটিয়ে কি জানে বৰি-বকৰা॥

২০৭। ভোজনৰ ওপৰত ভোজন কৰে, সাউদক কৰে দান।
জলৰ ওপৰত জল বৰিষে শুদা অকাৰণ॥

২০৮। ভোক লগাই থাকিল চাই।
পেট ফিকাই পেলালে খাই॥

২০৯। ভোকত ভাত পিয়াহত পানী।
তাক নাখালে বল হয় হানি ॥

২১০। ভোকত কাবা-গুৱা। আভোকত চিৰা ॥

২১১। ভোতভোতনিত ভাতক চিনিলোঁ,
সোৱাদত চিনিলোঁ মৌ।
গোলাপক চিনিলোঁ গোন্ধ আমোলোৱা
ঢৌতে চিনিলোঁ বৌ ॥

২১২। ভোদা দেখি চোবা যাচে।
টান মাটিত বিড়ালীয়ে নাহাগে ॥

২১৩। ভোগজিবা পথকৰা তৰুৰ মূল।
বেলপাত খালে নাশয় শূল ॥

২১৪। ভোজন, মৰণ, গমন, বাণী।
ডাকে বোলে ইয়াকে নাজানি ॥

২১৫। ভোমোৰাৰ লগে পাচে গুবৰুৱা যায়।
খুটাত খুন্দা খাই গুবৰুৱা ৰয় ॥*

( * ভকতীয়া )

২১৬। ভোজনৰ ৰস ভুঞ্জিয়ো ভোকে।
বাণিজ্যৰ ৰস বেহাই লোকে ॥
যাত্ৰাৰ ৰস আনে বয় ভাৰ।
কথাৰ পৰশ ত্ৰিভুবনে সাৰ ॥

২১৭। ভোজনৰ পৰশ নাই যেবে পৰ্শে আবে।
নাৰৰ পৰশ নাই লোকে নিয়ে বাবে ॥

২১৮। ভোজনৰ পৰশ পাই যেবে পৰশে আই।
নাৰৰ পৰশ পাই লোকে নিয়ে বাই ॥

# ম

১। মইনা-মাত উলিওৱা।

২। মইনা-চৰাই পঢ়ুৱাদি পঢ়ুৱা।

৩। মঠ ধৰা।

৪। মনৰ বাঘে খোৱা।

৫। মন্ত্ৰ নাইকিয়া।

৬। মৰণা মৰা।

৭। মথুৰা পাগ।

৮। মদাৰ গছৰ পান পৰা।

৯। ম'ৰাক দেখি ঘনচিৰিকাই পেখম ধৰা।

১০। মন-গা উধোৱা (সুধুৱা)।

১১। মন্ত্ৰ দিয়া।

১২। মন্ত্ৰ পঢ়ুৱাদি পঢ়ুক।

১৩। মগধ ৰজাৰ সেনা সাগৰ সঙ্কাশ।*

(* কীৰ্ত্তন)

১৪। মৰসাহ কৰা (দিয়া)।

১৫। মৰা গৰু।

১৬। মৰা গৰুক ঘাঁহ যোগোৱা।

১৭। মৰাৰ ছাল টানি খোৱা।

১৮। মৰাৰ খৰি ৰজাৰ কড়ি।

১৯। মৰাৰ মুখত চুমা নিদিয়া।

২০। মৰা মেকুৰী।

২১। মৰো-জীওঁ সোঁ-আখিকৈ।

২২। মৰিও মৰকামোৰ নেৰা।

২৩। মছজীয়া লোণ।

২৪। ম'হলৈ নমৰি যছলৈ মৰা।

২৫। মহাদেৱৰ কৃষি।

২৬। মহাদেৱ ভিক্ষালৈ নগলে টেকেলি কাতি।

২৭। ম'হতকৈ মোহিনী নাই।

২৮। মনটোৱেই গজহস্তী।

২৯। মহাদেৱৰ জোলোঙা।

৩০। মই মৰিলে মোৰ পো বজা হক।

৩১। ম'হৰ শিঙত কঁকিলা-দাব ( মৰা )।

৩২। মই কওঁ ৰামায়ণৰ কথা,
সি কয় কলথোকা বাদুলিয়ে খালে।
( সি কয় ভঙা লাউৰ কথা। )

৩৩। মই কওঁ ৰাজভগনৰ কথা,
সি কয় কলথোকা বাদুলিয়ে খালে।

৩৪। মৰক পৰৰ পো, বুৰক কাঠৰ নাও।

৩৫। মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পতন।

৩৬। মহাদেউৰ ধনত কুবেৰ ভঁৰালী।

৩৭। ম'হতকৈ শিং চৰা।

৩৮। মনে খন্দা পুখুৰীত পানী খাবলৈ নাপায়।

৩৯। মৰোঁ বুলি নাৰ্জিলে জীলে খাবা কি ?

৪০। মগৰ মুলুক।

৪১। মণি-কাঞ্চন যোগ।

৪২। মধুৰেণ সমাপয়েৎ।

৪৩। মধ্বাভাৱে গুড়ং দত্বাৎ।

৪৪। মৰণ যাৰ নিকট,
ঔষধে তাৰ কি কৰিব।

৪৫। মন্ত্ৰীদোষে ৰাজ্য নষ্ট।

৪৬। মহিষমৰ্দ্দিনী দুৰ্গা।

৪৭। মহাভাৰত অশুদ্ধ হোৱা।

৪৮। মৰিও নমৰে ৰাম।

৪৯। মৰে লাজুকা বামুণ মৰে কহুৱা চোৰ।

৫০। মই হেন ঘিঁউ খাইতী, মোকে আম খুৱাইছে।

৫১। মৰাৰ সময়তো মানুহে হাত ভৰি আছাৰে।

৫২। মৰাৰ ওপৰত খোৰাৰ ঘাৱ।

৫৩। মৰিল মাও, কুলাই ঢাকা দিম।

৫৪। মৰিবৰ সময়ত উঁইচিৰিঙাৰ পাখি গজে।

৫৫। মৰিবাৰ বেলা যেন পিপিলিকা পখী উৰে।

৫৬। মজিয়াত সোণগুঁই সোমোৱা।

৫৭। মৰাৰ মুখত অমৃত।

৫৮। মগনীয়াই খুদ খাই হাগে, তাতো লাগে গৰাকী।

৫৯। মৰিও যাম, মাৰিও যাম।

৬০। মৰিলেও ধনঞ্জয় বায়ুৱে নেৰে।

৬১। মনেই মহন্তৰ সঙ্গ।

৬২। মাছৰ তেলেৰে মাছ ভজা।

৬৩। মাটিয়ে-ভেঁটিয়ে খনা।

৬৪। মালিনীয়ে ফুলৰ শোক নাপাহৰে।

৬৫। মাগুৰ-বছা দিয়া।

৬৬। মাণিকী-মাকৰ কুঁৰিয়া।

৬৭। মাৰিলে যম, জীয়ালে ঈশ্বৰ।

৬৮। মাছ নহলেই মিৰিকা নাপায়।

৬৯। মাহৰ শাক বৰাৰ ভাত।

৭০। মাকৰ পেটতে কোনেও শিকি অহা নাই।

৭১। মাছ এৰিলে কুকুৰাৰ মৰণ নাই।

৭২। মাৰিব নোৱাৰাক বৰকাঁইয়ে লাগে।

৭৩। মানুহে পাঙে, ঈশ্বৰে ভাঙে।

৭৪। মাছৰ নেৰীয়া, বায়ুৰ খৰীয়া।

৭৫। মাছ বুলি নাথায়, জি-জি বুলি খায়।

৭৬। মাউথে উজালে গুৰি পকৰাবো মৰণ নাই।

৭৭। মাইকীৰ চিত্, কৃপণৰ বিত্।

৭৮। মানুহ মাত্ৰেই ভুল হয়।

৭৯। মাহী আইৰ মৰম খেৰৰ জুইৰ সমান।

৮০। মানীৰ মান য'তে ত'তে।

৮১। মাছ নোহোৱা ভেঁটাত উদৰ গিৰ্‌গিৰণি।

৮২। মাক চাই জীয়েক, কল চাই পুলি।

৮৩। মাছৰ বেলিকা নদীয়াল কণা।

৮৪। মাহ এৰি পছ, শোকোতা এৰি মুকুতা।

৮৫। মাখিৰ ভেন্‌ভেননি।

৮৬। মাতৃ-নামা কন্যা, পিতৃনামা বৰ, বিবাহ অশুভ।

৮৭। মাটিৰ মানুহ।

৮৮। মাখিমৰা কেৰাণী।

৮৯। মান্ধাতাৰ আমোলৰ।

৯০। মা ফলেষু কদাচন।

৯১। মাছৰ খালৈত মেকুৰী সোপা দিয়া।

৯২। মাৰি খোৱা হাঁহক আকৌ ঢকুৱা পাৰি হগুওৱা।

৯৩। মাজ তালুত সাপে খুটিলে,

ধৰণী ধৰিবলৈ ঠাই ক'ত।

৯৪। মাটিত মৈ, পাটীত পৈ।

৯৫। মাছৰ মাৰ দেখি তিলে বৈঁত মেলা।

৯৬। মান-মৰাণৰ মুলুক।

৯৭। মানৰ দিন।

৯৮। মাটিত ভৰি নোখোৱা ( বা মাটিত ভৰি নিদিয়া )

৯৯। মাখিৰ মুৰৰ ঘিঁউ কঢ়া।

১০০। মাজ-সাগৰত নাওবুৰা।

১০১। মাণিকে মাণিক চিনে, ৰত্নই ৰত্ন চিনে।

১০২। মাছ পাওঁ নাপাওঁ, বিলকে ঘোলা কৰি চাওঁ।

১০৩। মাক গু-কাণিৰ অধিকাৰিণী, কৰম-কাণিৰ নহয়।

১০৪। মাৰ যদি এটাঙোন মাৰিবি, খেজেলা-খেজেলি কিহৰ।

১০৫। মাছ বুলিলেই সৰু-বৰ আছে।

১০৬। মানুহটোৰ জোখাই লাখুটি ডাল।

১০৭। মিছা কথাৰ ঠেং চুটি।

১০৮। মিছা কথা সিঁচা পানী, উভয়ে সমান।

১০৯। মিতিৰৰ খোৱা-লোৱা, গৰুৰ চেলেকা-চেলেকি।

১১০। মিষ্টান্ন-মিতৰে জনাঃ।

১১১। মুখৰ ছাই-মাটি গুচোৱা।

১১২। মুখতে ঘিঁউ মৌ সোপাকে দিয়া।

১১৩। মুচৰি সামৰি খালৈত ভৰোৱা।

১১৪। মুখত জুই দিলেও নোপোৰা।

১১৫। মুখ-চন্দৰি ভঙ্গা।*

(* মুখ-চন্দৰি = মুখচন্দ্ৰিকা)

১১৬। মুখ চাই কথা কোৱা।

১১৭। মুখ চাই দাপোণ।

১১৮। মুখ ভৰোৱা।

১১৯। মুখ শুকাই টেমীৰ মূৰ যেন হোৱা।

১২০। মুখ মেলোতেই গৰ্ভ দেখা।

১২১। মুচীও শুচি হয়, যদি কৃষ্ণ ভজে।

১২২। মুখেৰে সাতহাল বোৱা।

১২৩। মুখলৈ পানী অহা।

১২৪। মুখত পানী নোহোৱা।

১২৫। মুখৰ জুই মুখে হুমুৱা।

১২৬। মুখৰ গৰাহ কাঢ়ি খোৱা।

১২৭। মুনিনাঞ্চ মতিভ্ৰম।

১২৮। মুখত মধু পেটত ক্ষুৰ।

১২৯। মুখত মৌ বৰষে।

১৩০। মুখত ফুল-চন্দন পৰা।

১৩১। মুখ শুকাই কড়াই-খোলা যেন হোৱা।

১৩২। মুখত ধান দিলে আখৈ ফুটা।

১৩৩। মুকলি পথাৰৰ গছ, যেনিয়ে পোনাই তেনিয়ে পোণ।

১৩৪। মুখ নহয় কলাখাৰ।

১৩৫। মুখৰ মাত নোহোৱা।

১৩৬। মুখৰ মাত হৰা।

১৩৭। মুখেন মাৰিতং জগত।

১৩৮। মুকুতা আৰ্জ্জে শোকোতা খায়।

১৩৯। মুখৰ মাহিলা মৰা।

১৪০। মূৰৰ বীজ মুগুচা ল'ৰা।

১৪১। মূৰত নাই মুকুট, চৰণত নাই নেপুৰ।

১৪২। মূৰত আকাশী চৰগ ভাগি পৰা।

১৪৩। মূৰ্খ-বৈদ্য যমোপম।

১৪৪। মূৰ্খই ভোজ দিয়ে জ্ঞানী লোকে খায়।

১৪৫। মূৰৰ ওপৰত সাত চৰি পানী।

১৪৬। মূৰে ভৰি কঢ়া।

১৪৭। মৃত্যু কালত ঔষধ নাই।

১৪৮। মৃগ-তৃষ্ণা।

১৪৯। মৃত্যুকালত হৰিনাম।

১৫০। মৃগঃ কুত্ৰ হিৰন্ময়।

১৫১। মেখেলাভাৰী।

১৫২। মেখেলাৰ বনগুটি।

১৫৩। মেনী ম'হ খীবোৱা।

১৫৪। মেৰে খোৱা।

১৫৫। মেকুৰী জোলোঙাৰ পৰা ওলোৱা।

১৫৬। মেলত ঘাটি ঘৰত বোহ।

১৫৭। মেকুৰীয়ে মৰে মূৰৰ বিষত,
এন্দুৰে বোলে মোকে খায়।

১৫৮। মোৱামৰীয়া-মটক।

১৫৯। মোমাই মৰক, ভূতক পাছে পাম।

১৬০। মোমায়ে কাঠ কাটে, মায়ে পানী যেন দেখে।

১৬১। মোমাইৰ ঘৰত কামধেনু খীৰাই,
মোৰ নাম দুধকোঁৱৰ।

১৬২। মৌ দেখিলে মাখি পৰা।

১৬৩। মৌনেন সম্মতি লক্ষণম্।

১৬৪। মৰে উকলিপুঙা। মৰে পদূলি সুঙা॥
মৰে অলপ পানীৰ মাছ।
মৰে নদীৰ কূলৰ গাছ॥

১৬৫। মৰমৰ ভাই-ভনী চেনেহৰ সোঁতা।
ধনে পানী খোৱা তিনিটা লোটা॥

১৬৬। মৰমতে মৰিলো চেনেহতে ভৰিলো।
খলিহা মাছৰ ছুপিঠি খাই মাজৰ চহাটো এৰিলো॥

১৬৭। মৰমতে মৰে চেনেহতে চৰে।
নাকৰ খেকেক নি পোৰা মাছত সানে॥

১৬৮। ম'হ, বামুণ, বৰা।
এই তিনি পানী নহলে মৰা॥

১৬৯। মই মগনীয়া পৰৰ খাওঁ।
শুনিব নোৱাৰোঁ অতিথিৰ নাও॥

১৭০। মনে খোজে ৰজা হ'ব।
বিধাতাই নিদিয়ে খুজি খাব॥

১৭১। মই খাওঁ আনৰ মোৰ খাই আনে।
বেজীটোৰ লো কুঠাৰ খনে হানে ॥

১৭২। মৰিলে গাঁতে আঁতিব।
জীলেও ভাতে আঁতিব ॥

১৭৩। মনক বান্ধিবা, মনক ছাটিবা, মনক নিন্দিবা লাই।
দুৰ্জ্জন মনক দমাব নোৱাৰি যেন গজমূৰী গাই ॥

বা

( দুৰ্জ্জন মনক বন্দীকৈ ৰাখিবা যেন গজমূৰী গাই ॥ )

১৭৪। মনে যদি সোধে ভাত খাওঁনে নাখাওঁ ?
ততালিকে কবা নাখাওঁ নাখাওঁ নাখাওঁ।
শৌচ কৰিবলৈ সোধে যাওঁনে নেযাওঁ ?
হাততে ঘটি লৈ ক'বা যাওঁ যাওঁ যাওঁ ॥

১৭৫। মই গিৰী তুঁহ-পতানৰ।
তই গিৰী এদোণ ধানৰ ॥

১৭৬। মই টুনি টুন টুনালো।
সাতো মাদৈৰ নাক কটালো ॥*

( * সাধুকথা )

১৭৭। মহন্তৰ চিন মাহনিত।
বুঢ়া গৰুৰ চিন ঘাঁহনিত ॥

১৭৮। মহলৈ নমৰো জহলৈ মৰো।
কটা আঁঠুৱাখন টিঙালিকৈ তৰোঁ ॥

১৭৯। মৰক গৰু হওক ধান।
বছৰে বছৰে কিনি আন ॥

১৮০। মতা নাইকীয়া বাঁৰী।
ধুম ধুমকৈ ধৰে গাৰি ॥

১৮১। মইবৰ হস্তী বনত।
মাখিয়ে কণী পাৰে নাকত ॥

১৮২। মৰোতেও মৰে ।
চাউল কথাৰ ভাগ নেৰে ॥

১৮৩। মই বিচাৰোঁ জুতি-বুদ্ধি ।
কোনে দিব মুখত গুজি ॥

১৮৪। মনে পৰা পুখুৰীত পানী খাবলৈ নাপালো,
কাললৈ খিয়াতি থলো ।
তোমাৰ লগত সন্ন্যাসী ধৰমৰ মালা লৈ ব'ৰাগী হলো ॥*

(* বিহুগীত)

১৮৫। মই মৰিলে মোৰ পো ৰজা হ'ব ।
মোৰ পো ৰজা হ'ব চুলিত ধৰি বাটত থব ॥

১৮৬। মই বোলে মৰি যাওঁ ।
তুহুন্ বোলে থাক থাক ॥

১৮৭। মই আছিলোঁ ঢাবি বৈ ।
মোক আনিছে বামুনটো কৈ ॥

১৮৮। মৰমৰ সোতা-সোত চেনেহৰ ঢোকা ।
ভাত খাওঁতে পানী খায় তিনটা লোটা ॥

১৮৯। মই খাওঁ আনৰ ।
আ-নে খায় মোৰ ॥
বেজীটোৰ লগত কুঠাঁৰখন যায় ।
তেওঁ গৃহিণীয়ে গমকে নেপায় ॥

১৯০। মনত লাগিল ৰুগ্ণা।
নাখাওঁ পিঠাগুৰি খুন্দা ॥

১৯১। মই নাজানোঁ৷ বৰ ডেকাই জানে ।
তেও পুত-খাইতি মোকহে টানে ॥

১৯২। মই মাৰোঁ ভালা ভালা ।
তই মাৰ ওঁঠৰ জালা ॥

১৯৩। মন তই বৈৰাগ নকৰ।
দুপৰীয়াৰ অতিথি সাক্ষাৎ নাৰায়ণ ॥

১৯৪। মই মত অতি গৰ্ব্ব কৰে যিবা জন।
কোনো কোনো বোলে আমি তেজোঁ। সেই জন ॥

১৯৫। ম'ৰাই বোলে মেঘ দেৱতা নাচোন পাক চাই যোৱা।
ইন্দ্ৰধনুৰ ৰহণ দেখি শিয়ালে দিলে হোৱা ॥

১৯৬। মলয়াই সুধিলে আকাশৰ বতৰা,
গাঁতৰ বোন্দা-কেঁচুক মাতি।
সাউদে নিচিনে লুইত-সোৱণশিৰি,
মাউতে নিচিনে হাতী ॥

১৯৭। মন্ত্ৰীৰ চিকণ ৰাজ্য। জলৰ চিকণ মৎস্য ॥

১৯৮। মনত ভাৱে যি। কাৰ্য্যেৰে নহয় সি ॥

১৯৯। মৰি মৰি উপজিলো তিনিবাৰ।
তেওঁ নুগুচিল দুখৰ নিকাৰ ( কান্ধৰ ভাৰ ) ॥

২০০। মই হুঁও যদি বেটী।
চোতাল কৰিম ছাটীৰ কটি ॥

২০১। মই বুঢ়ীনেকি মৰি যাওঁ।
পো-বোৱাৰীৰ আশয়হে চাওঁ ॥

২০২। মৰিচ শিলিখা সমভাগ কৰি, মধু দিয়া তাক কৰয় ভোজন
তেবে দৃষ্টি যায়, অৰ্দ্ধেক যোজন ॥

২০৩। মতা গাহৰীৰ জিবা।
ঘৈণীয়েকে খুৱালে কিবা ॥

২০৪। মনে জানে পাপ চিতে জানে পাপ ( তাপ )।
মাকেহে জানে কাৰ কোন বাপ ॥

২০৫। মনে ৰজা মনে প্ৰজা।
মনে খোজে সাত ভাৰ্য্যা ॥

২০৬। মৰণক শৰণ ।
তেবেসে হৈবে জীৱৰ ভৰণ ॥

২০৭। মই পাটোৱাৰীৰ জী জানে ত্ৰিজগতে ।
তাৰ বেটী-জীক কি ধান বানিব মাতে ॥

২০৮। মহন্তৰ মুখে কথা শুনা প্ৰথমত ।
তেবেসে পাইবা ভকতিৰ তত ॥

২০৯। মৰে নাৰী উৰে ছাই ।
তেওঁ তাইত বিশ্বাস নাই ॥

২১০। মই বোলো মোৰ মোৰ ।
বুকুৰ মঙ্গহ খাম তোৰ ॥

২১১। মন্ত্ৰী জাম্বুৱন্ত তোমাতেসে সোধোঁ বুদ্ধি ।
লক্ষ্মণ জীৱাৰ কেমন আছে ঔষধি ॥

২১২। মৰিলোতো মৰিলো, ফৰিঙ্গা মৰিলো ।
এক ঠাইত হাগি সাত ঠাইত লগালো ॥

২১৩। মহ, ডাঁহ গোট খাই মেলত বসিলা ।
তাক দেখি কেত-কুৰীয়ে বচন বুলিলা ॥
আমাৰ ভয়ত পৃথিবীয়ে তল যায় ।
সাত সাগৰক আজি শুহিবো নিশ্চয় ॥
হেন জানি মাখি পাছে শীঘ্ৰে উঠি গৈ ।
পিঠিত মেকক লৈ উঠিয়া ফুৰয় ॥*

(* ভকতীয়া)

২১৪। মৰাই জীয়াই নহবা কথা ।
আপুনি মৰিবা লোকৰো খাবা মাথা ॥*

(* ভকতীয়া)

২১৫। মৰাই মৰাই হুবা কথা-বতৰা ।
তেহে চিনিবা আপুন ভতৰা ॥*

(* ভকতীয়া)

২১৬। মহন্তে আদৰে যাক ।
কোনে ভাল বোলে তাক ॥
মহন্তে আদৰে যাক ।
তাতো লাগে হাতী পাক ॥*

( * ভকতীয়া )

২১৭। মৰাই মৰাই হোৱে কথা ভাল ।
তেবেসে গুচিব বিষয় জঞ্জাল ॥*

( * ভকতীয়া )

২১৮। মই হৰি চৰাচৰ ।
মই বশ্য ভকতৰ ॥

২১৯। মহাপাপী অতি অধম জাতি ।
তাকো নামে কৰে পৱিত্ৰ আতি ॥

২২০। মন নবহে পৈৰ ঘৰত ।
থৈ আহাগৈ আইৰ ঘৰত ॥

২২১। মাকে চায় মুখলৈ ।
তিৰোতাই চাই হাতলৈ ॥

২২২। মাতৃৰ দোষে উন্মত্ততা ।
পিতৃৰ দোষে মূৰ্খতা ।

২২৩। মাতিলে ৰণলৈ যাবা ।
নেমাতিলে ভোজলৈকো নাযাবা ॥

২২৪। মাকত কৈ জীয়েক কাজী ।
ঢেঁকী থোবাবে বাটে পাঁজী ।
ঘৰ পুৰিলে কড়াই ভাজি ॥

২২৫। মাইকী ম'হৰ গাখীৰ খাই ইমান জনী হলো ।
এতিয়াহে ৰণত পৰি কলীয়া হলো,
তেল নাইকীয়া ৰুপৰীয়া হলো ॥

২২৬। মাক-ৰীতি জী কৰাই ভাজি খায় ।
বাপ-ৰীতি পো বণিজ বেহাবলৈ যায় ॥

২২৭। মাটি কিনিবা মাজ খাল।
ছোৱালী আনিবা মাক ভাল॥

২২৮। মাটি ভাল কৰে মৈয়ে।
তিৰী ভাল কৰে পৈয়ে॥

২২৯। মাটি নাই বকৰা চহোঁ।
পো নাই ভাগিন পোঁহো॥

২৩০। মাহীয়ে পেহীয়ে জুৰি আছে গাওঁ।
আই নাই যেন লঘোনেই যাওঁ॥

২৩১। মাৰৰ ঘৰত আছিলি আইটি, ছাঁত মেলাইছিলি চুলি।
যিহে ঘৰলৈ পৰিবি আইটি মূৰত বাহে লব কুলি॥

২৩২। মানুহ-সোৰোপাই বেলি চায়।
গৰু-সোৰোপাই পানী খায়॥

২৩৩। মাটি কিনিবা ছিটা বান্ধনি গৰু কিনিবা গাই।
তিৰোতা আনিবা এলাইজাবৰী তাই ঘৰ ধৰি খায়॥

২৩৪। মাকে শলাগে ভাল, বাপেকে শলাগে ভাল।
ওচৰচুবুৰীয়াই যাক শলাগিব, সেয়েহে ছোৱালী ভাল॥

২৩৫। মানীয়েহে জানে মান।
কাঠৰ ঢেঁকীয়ে কিজানে বান্দি মৰে ধান॥

২৩৬। মানীয়েহে জানে মানীৰ মোল।
গঙ্গাধৰ মোৰ বোপাইনে কোন॥*

(* সাধুকথ)

২৩৭। মাছলৈ গৈ থাকে চাই।
ঘৰলৈ আহি শুদাই খায়॥

২৩৮। মাজ-মজিয়াত পোৱান-বাহা (?)।
সকল গৃহস্থৰ তাতে আশা॥

২৩৯। মাহে পথে যাবি, বৰপীৰাখন পাবি।
দিনে দিনে যাবি খেৰ-কুটা হেন হবি॥

২৪০। মাকৰ কটিত নাই কানি।
চুতীয়া শালিকাই লৈ যায় টানি ॥

২৪১। মাছ মাৰিলো ভাবে।
খাওঁ শোকোতা খাবে ॥

২৪২। মাকে খোজে মাৰিব।
ছলিয়ে খোজে পিব ॥

২৪৩। মাংসত বাঢ়ে মাংস, ঘিঁউত বাঢ়ে বল।
দধিত বাঢ়ে চন্দ্ৰ, শাকত বাঢ়ে মল ॥

২৪৪। মালিনীয়ে নাপাহৰে ফুলৰ শোক।
সাপে নাপাহৰে কঁকালৰ কোব ॥

২৪৫। মাছ-পোহাৰীৰ গোন্ধাল গা।
চুণ-পোহাৰীৰ ফিতাহি চা ॥

২৪৬। মাকে নাজানে তাঁতৰ বিহা।
জীয়েকে লবলৈ বিচাৰে ফুলাম বিহা ॥

২৪৭। মানুহৰ গাইযুৱা। কুকুৰৰ ছাইযুৱা ॥

২৪৮। মাহ গোটকড়াই খাওঁ।
ৰজা-ৰণ দিবলৈ যাওঁ ॥

২৪৯। মাতে অৰি, মাতে বৈৰী।
মাত নহয় খাগৰি খৰি ॥

২৫০। মজ-মূৰত নাই চুলি।
পৈয়েকে মাতে ৰূপহী বুলি ॥

২৫১। মাছ মৰাৰ মোচোৰা, পহু মৰাৰ ডোখোৰা,
চৰাই মৰিয়াই শুদা ভাত খায়।

২৫২। মাক তিতিৰী বান্দী।
পুতেক চুলতান গাজী ॥

২৫৩। মাকৰ নাম তিতিৰী বান্দী।
পুতেকৰ নাম চুলতান গাজী ॥

২৫৪। মানুহৰ বুঢ়া হলে পৰকিতি লবে।
কুকুৰৰ বুঢ়া হলে ফাপৰে ধৰে॥

২৫৫। মানে চানে নাই।
মন যোৱা নাই॥

২৫৬। মাছ ধুই খাবা পানী।
মাংস ধুবা জানি-নাজানি॥

২৫৭। মাৰো বেটী গমহ।
কপাহ-সূতা নকৰাৰ বঙ্গহ॥

২৫৮। মাইক (?) কুণ্ডাৰ কাম নাই।
দৌৰ ছাবা চলন নাই॥
মাক মৰি জী উপজিল।
এই তিনিৰ (?) পোহ ভুগুচিল॥

২৫৯। মাকতকৈ থুপৰী, জীয়েকতকৈ কাজী।
দুইবো সমন্ধ বুজিবা আজি॥

২৬০। মাতিব নাজানে খুনী, বুলিব নোৱাৰে খুনী।
খুনীয়ে মাত মাতে ৰৰঘৰলৈকে শুনি॥

২৬১। মাটি কিনিবা চুকীয়া-চুকী, গৰু কিনিবা গাই।
ছোৱালী আনিবা কলী-মলী চাই, তাই ঘৰ ধৰি খায়॥

২৬২। মাক নাই মাউৰা।
বাপেক নাই কোঁৱৰ॥

২৬৩। মাহত আঙুল, বছৰত জলে (?)।
তেওঁ খাইতীহঁতে মোক অভাজন বোলে॥

২৬৪। মাছৰ লঘু চেলেকনা।
চোৰৰ লঘু সিন্ধি খনা॥
নৰৰ লঘু সমাজে নকৰে মান।
ধনীৰ লঘু ভঁৰালত নাই ধান॥

২৬৫। মাছৰ নাম কৰতী নাকান্দ কলিমতী
আইবো পুৰি মৰে হিয়া।
পুত্ৰ হোৱাহেতেন বাথি থলোহেঁতেন
নিদিও পৰলৈ বিয়া ॥*

( * বিয়ানাম )

২৬৬। মাতিলে হয় লেপ্‌লেপীয়া, নামাতিলে হয় বোবা।
কাণে-মূৰে খাই মাৰে, তাকে বোলে জবা ॥*

( * জবা = চেৰেপা )

২৬৭। মাঘ যাই পৰিল ফাগুন।
কি খাবি তই বুঢ়া শগুণ ॥

২৬৮। মাছৰ লাওপেটী। কুৰমাৰ* শালপতি ॥
( লাওপেটী মাছৰ সোৱাদ নাই। )

( * কুৰমা = মিতিৰ )

২৬৯। মাকে কান্দে আই ঔ ঔ বুলি।
বাপেকে কান্দে আই ঔ ঔ বুলি ॥
ভলুকা বাঁহৰ চুঙা কাটি গুথি গুথি টকা থালি।
মোৰ ফালে ঘূৰিও নাচালি ॥

২৭০। মাকৰ ঘৰত ৰহিপতং।
গিৰীয়েকৰ ঘৰত জোৰে শতং ॥

২৭১। মাছে-গৰকা পাচলি খাবা।
শাহুৰে-গৰকা বোৱাৰী বাবা ॥

২৭২। মাজ-মূৰত নাই গাই।
কঁৰীয়া লৈ খীৰাবলৈ যায় ॥

২৭৩। মানুহ মাতে ছয় কুৰি।
ভাত দিয়ে গৰৈ মাছ পুৰি ॥

২৭৪। মাছে বোলে মাতে।
পানীয়ে ছুই কোৱাৰি ভেটে ( ছাটে ) ॥

২৭৫। মাঘী সপ্তমীত ওপৰে কালি।
আছু এৰি ধৰা শালি ॥

২৭৬। মাখি ভেন্ ভেন্। মোৱাই নি কেন ॥

২৭৭। মাগুৰ মাছক কচি-কুটিয়া।
লোণ-সুণ্ঠি তৈল সমে বান্ধিয়া ॥
ভুঞ্জিয়া পাচে ছাগমাংস সমে খাব।
দেহাৰ কান্তি উজ্জ্বল হ'ব ॥

২৭৮। মাগুৰ মাছক কচি-কুটিয়া।
হালধি, মৰিচ, হিঙক দিয়া ॥
তৈল লোণ দিয়া কৰিবা পাক।
এহি ব্যঞ্জন সাৰ বোলে ডাক ॥

২৭৯। মাছৰ খাবা বটীয়া।
পছুৰ খাবা খটীয়া ॥

২৮০। মাছৰ গাগল পছুৰ ছাগল।
ইয়াক খালে ব্যাধি ( বাৰেবছৰীয়া ব্যাধি ) হয় পাগল ॥

২৮১। মাথে কাপোৰ লৈ যাকে-তাকে চায়।
বচন ফুৰে সমধ লগাই ॥
স্বামী থাকোতে বেহায় হাটে।
ডাকে বোলে তাইক ভাতে নাটে ॥

২৮২। মান্যৱন্ত জনক বোলয় 'তই।
অন্ন ভুঞ্জন্তে হাত চেলেকয় ॥
ভৰিৰ ওপৰে ভৰিক ঝাণ্টে।
কদাচিতো তাইক ভাতে নাটে ॥

২৮৩। মাৰোঁহে মাৰোঁ বঠাৰ কোব।
তেওঁ নাপাওঁ ব'ঠাৰ চোট ॥

২৮৪। মানুহটো মৰিলে নাকান্দ ৰৰকৈ,
মৰিলে পাৰলৈ নাই।

হাবিৰ খৰি নোবোল বৰকৈ,
পুৰিলে পাবলৈ নাই ॥

২৮৫। মাছৰ নানিবা সৰু-কুটা।
তিৰীৰ নানিবা বজাৰ-জুটা ॥

২৮৬। মাছে নিচিনে নৈ, তিৰীয়ে নিচিনে পৈ।
কুকুৰে নিচিনে তাম-তুলসী, ঠেং দাঙি মূতেগৈ ॥

২৮৭। মানুহ লৈ নমস্কাৰ। মানুহ লৈ ভোবোকাৰ ॥

২৮৮। মাছৰ কিয়া চকত মৰে।
তামোলৰ কিয়া* মুখত মৰে ॥

( * কিয়া=গন্ধ )

২৮৯। মাজত গ্ৰাসে যি ভাত খায়।
বেৰ সৰকাই ভাত পেলায় ॥
আন্ধাৰে-মুধাৰে চুৱা বোটলে।
অবিলম্বে তাইৰ আপদ ঘটে ॥

২৯০। মাটিৰ খালক পুতিব পাৰি।
পেটৰ খালক পুতিব নোৱাৰি ॥

২৯১। মানন্তাৰ গুৰু-গোসাঁই।
নমানন্তাৰ একো নাই ॥

২৯২। মানিলেই ধান। নামানিলেই পতান ॥

২৯৩। মানুহ মৰে ফুৰি। গৰু মৰে ঘূৰি ॥

২৯৪। মাঘী সপ্তমীত বৰিষে দেৱ।
বেহা এৰি কৰে নাঙ্গলে সেৱ ॥
মেষত আদিত্য তুলাতে খোৰ।
মীনত ভৌম নাহিকে জোৰ ॥
বৃষত চন্দ্ৰ অংশকে পাই।
চতুৰ্দ্দোলে সিটো গাৱ ঘেলাই ॥

২৯৫। মাঘ মাসত ৰোহিণী নক্ষত্ৰ যদি নববিষে দেয় ।
হাত তুল বেচি কৰ সব লোক দেৱী মহাদেৱক সেৱ ॥

২৯৬। মাঘত ৰৌদ্ৰ বৈশাখত শীত ।
চাৰিমাহ অল্প বৃষ্টি ভূমিত ॥

২৯৭। মাঘৰ শেষত ৰবিষে পানী ।
তেবে অল্প বৃষ্টি আগলৈ জানি ॥
উদয়ে সিন্দুৰ পশ্চিমে কাল ।
তেবেসে হৈব ৰবিষণ ভাল ॥

২৯৮। মাজে জল যদি যায় বহিয়া ।
খাই সুখে থাক ঘৰে বসিয়া ॥

২৯৯। মাছে গৈ বগলী গিলিলে, তুঁহে উকৰালে কুলা ।
নাহৰৰ সাৰক নখেৰে ছিৰিলে, কুঠাৰে কাটিলে মূলা ॥*

(* ভকতীয়া )

৩০০। মাজ-সাগৰত ঘোঁৰা ঠক্-ঠক্, চিলনী কি খাই জীয়ে।
বেজীৰ কাণত বান্ধন-বাঢ়ন, উধানে কানি-কেঁথা সিয়ে ॥*

(* ভকতীয়া )

৩০১। মাতৃক বধিবা আগে, পিচত ভগিনী ।
দোকানী আশ্ৰয় কৰি এৰিবা গৃহিনী ॥*

(* ভকতীয়া )

৩০২। মাটিত শয়ন কৰে আকাশত খায় ।
সাগৰত খুঁটি মাৰি ভাতক সিজায় ॥*

(* ভকতীয়া )

৩০৩। মাটিৰেও মণি পিন্ধে শিল-গুটি লই ।
শিল-গুটি গজি পাচে লৰিয়া চলয় ॥*

(* ভকতীয়া )

৩০৪। মাছ-কাছ আদি সবে পৰ্ব্বত উঠিলা ।
ভেতিয়াহে শেন আহি উদত কহিলা ॥*

(* ভকতীয়া )

৩০৫। মাজ-সাগৰত মেলিলে ফাট।
শিহু-ঘঁৰিয়ালে নিকটালে দাঁত ॥*
(* ভকতীয়া)

৩০৬। মাতৃ গমন কৰিবা, সুবৰ্ণ হৰিবা,
অতিথিক নিদিবা ঠাই।
মহামহন্ত আছিলে মৰিয়াই মাৰিবা,
তেহে সদগতি পাই ॥*
(* ভকতীয়া)

৩০৭। মাৰন্তে-কিলন্তে যেন নিৰ্গত কুকুৰ।
তথাপি উচ্চিষ্ট ভুঞ্জে নযায় দূৰ ॥*
(* ভকতীয়া)

৩০৮। মাধৱে বোলন্ত কথা যেন অগৰ জল।
একহাতে ধৰিব কিমতে দুই শ'ল ॥*
(* ভকতীয়া)

৩০৯। মাংসৰ কাৰণে যেন।
যুজন্ত দুগোটা শেন ॥*
(* কীৰ্ত্তন)

৩১০। মিতিৰ লাগে মৰোঁতে, মিতিৰ লাগে তৰোঁতে।
মিতিৰ লাগে ভৰোঁতে, মিতিৰ লাগে নৰিয়া পৰোঁতে ॥

৩১১। মিতিৰৰ ক'বা আগত।
হাতীৰ খুচিবা কপালত ॥

৩১২। মিতিৰৰ ক'বা আগত।
শত্ৰুৰ ক'বা পাচত ॥

৩১৩। মিতিৰৰ টোপোলা। ভিতৰি কোঁপোলা ॥

৩১৪। মিচিমি চাওতে গুৱাপাণ খাই
পেলাওঁ মিকিৰ চাওত পিক্।
শদিয়াত ধান কই ধুবুৰীত দাই যাওঁ,
কৈ যাওঁ লাগিলে শিক ॥

৩১৫। মিত্ৰৰ ঘৰলৈ মাহে-পষে যাবা।
বৰ পীৰাখন বহিবলৈ পাবা ॥
যদি ঘনে-ঘনে যাবা।
কেটেৰা-জেঙেৰা খাবলৈ পাবা ॥

৩১৬। মিত্ৰত অৱস্থা। শত্ৰুত বৰ কথা ( ব্যৱস্থা ) ॥

৩১৭। মুকুন্দ মুৰাৰি।
কথাৰ ওপৰত কথা ওলায়, নকলেও নোৱাৰি ॥

৩১৮। মুখৰ লোভ মুখতে থক।
ঠক-মুঠীয়া গৰৈ মাছটো তুঁহজুইয়ে খক ॥*

( * সাধুকথা )

৩১৯। মুখে লট্-পট্ ভিতৰি কপট নাপাওঁ ভকতৰ আশ।
য'তে লগ পাওঁ ততে সেৱা কৰে তোমাৰ শৰণীয়া দাস ॥

৩২০। বুঢ়াই-বুঢ়ীয়ে জুহালখন।
লুৰাই-বুঢ়াই ঘৰখন ॥

৩২১। মৃগাৰ চুৰিয়া লেটাই নিপিন্ধিবা, চটাই বনগুটি লাগে।
গোন্ধতেল ঘঁহি বাটলৈ নোলাবা কোনোবা গৰাকী লাগে ॥

৩২২। মুখৰ ফালে চোৱা যদি এদোণ চাউল খোৱা।
পিচ ফালে চোৱা যদি হস্তচিৰি হোৱা ॥

৩২৩। মুখলৈ চালে লাগে বেথা।
পিচলৈ চালে কন্দা-কটা ॥

৩২৪। মুনিহ মৰে ৰণে।
তিৰি মৰে বিয়নে ॥
( মুনিহৰ ৰণ। তিৰিৰ বিয়ন ॥ ) *

( * বিয়ন—প্ৰসৱ )

৩২৫। মুখৰ মুৰতে বঁটা পায়।
মুখৰ মুৰতে কটা যায় ( গতা খায় ) ॥

৩২৬। মুখেই নাই জুই আখাৰ তলত।
ধাপ্-ধুপ্ কৰে চকুৰ ওপৰত ॥

৩২৭। মুগাৰ চুৰিয়া লেটাই নিপিন্ধিবা তলত গাহৰি-গু।
কোনোবা শক্ৰুৱে গুলিয়াই মাৰিব বাঁৰী-দুখুনীৰ পো ॥

৩২৮। মুকলি পথাৰত ৰাইজে এৰিলে জনমৰ থুপৰী বুলি,
মই হে ভোক পাই লৈ আহিলো মাছৰ মূৰ দিমগৈ বুলি।
চালনী চায়ে মাছৰ মূৰ নাপালো, যাগৈ থুপৰী গুচি ॥

৩২৯। মুখৰ শুদ্ধ গুৱা।
লোক শুদ্ধ দুখীয়া ॥

৩৩০। মুখে চকো চকো ( তম্ তম্ ) ডিমেলী পুথি।
আমাৰ কাকাই* তিৰি আনৃছি লেউৰা ওঁঠী ॥

( * কাকাই=ককায়েক। আনৃছি=আনিছে।
লেউৰা=লেকৰা। )

৩৩১। মুখ-হাত ধোৱে পিন্ধা বস্ত্ৰেৰে।
খণ্ডে গৃহক মাৰ্জ্জে পাৰে ॥
বৈণীক মাৰে খাইবে নাপায়।
ভোজনে পেটক হাত মাজয় ॥
খাইবে নাপাই ছাল-বেৰ ভাঙয়।
তাক দেখি লক্ষ্মী দূৰক যায়য় ॥

৩৩২। মুখে হৰি নাম।
হাতে কুতী কাম ॥

৩৩৩। মুখেদি যাক পাবা।
কোঠাত তাক কিয় ধৰা ॥

৩৩৪। মুঠি মুঠি কৰি ইকৰা কাটিবা, কঁকালত খুচিবা দা।
গুৰুকো ৰাখিবা ভকতকো ৰাখিবা, ৰাখিবা আপোনাৰ গা ॥*

( * ভকতীয়া )

৩৩৫। মুখে গীত হাতে মুদ্ৰা পাৰে ধৰে তাল।
গৰুণ্ড সদৃশ ঘূৰে সেহি ওজা ভাল ॥

৩৩৬। মূখে-মুখে লগা ঘৰ।
সোধোঁ বুলি ডেৰ বছৰ, সখি হেনো তোমাৰ জৰ ।

৩৩৭। মূৰ খুৰাওঁতে ছলি মৰিল।
বেজৰ কি বাল সৰিল ॥

৩৩৮। মূধক মূধই ঘৰ।
গুৰুৰ লগত থাকি মূলতত্ত্ব সুমুখি নেপালে নৰ ॥

৩৩৯। মূৰত পাগ কাণত কাপ, তাকে বোলে আমোলা।
লিখিব পাৰি পঢ়িব নোৱাৰি, তাকে বোলে বঙ্গলা ॥

৩৪০। মূৰৰ সমান মৰণা।
ঢেঁকীৰ সমান বৰা ॥
টোপাল সৰোঁতে ভাত।
কোন থাকে তাত ॥

৩৪১। মূৰৰ সমান বৰা যুৰিছিলো ঢেঁকী নোৱাৰিলো বলে।
গাৰ পোৰণি মাৰি থৈ আহোঁগৈ চালনি বিচৰাৰ চলে ॥

৩৪২। মূৰত থলে চিলাই পায়।
মাটিত থলে কোৱাই খায় ॥

৩৪৩। মূৰত থলে গুকণীয়ে খায়।
মাটিত থলে পকৰাই পায় ॥

৩৪৪। মূৰত ল'ম পাচি।
খাম ভাল ভাল বাছি ॥

৩৪৫। মূৰ আছে ডিঙি নাই চাপৰি চলয়।
সলকা-সলকি কৰি তলত সোমায় ॥*

( * ভকতীয়া )

৩৪৬। মূৰ্খৰ ভাৰ্য্যা পণ্ডিতৰ মাৰ।
কেঁকোৰা দি আছে ইটো কিছৰ ছাৰ ॥*

( * সাধুকথা )

থলে-জলে খায় পিছলা।
ইয়াকে কয় মাছৰ নিচলা ॥

৩৪৭। মেলত থাকি নামাতে উচিত।
দোষে ( পাপে ) চোৰে কিঞ্চিৎ কিঞ্চিৎ ॥

৩৪৮। মেলৰ ফৌজদাৰী। দেৱতাৰ বিষহৰি ॥

৩৪৯। মেথি, কুকুৰে নিলে খেদি, মেথি পৰিল খালত।
কুকুৰে চৰিয়ালে গালত ॥

৩৫০। মেল নষ্ট কৰে হোঁকাই।
ঘৰ নষ্ট কৰে ঢোকাই ॥

৩৫১। মেঘক দেখিয়া হাল কোবায়।
জানা শস্য তাৰ অধিক পায় ॥

৩৫২। মেঘক দেখি যদি হাল বায়।
সেইবাৰ শস্যে হাইঁণী (?) পায় ॥

৩৫৩। মেলৰ বল সাক্ষী।
চৰাইৰ বল পাখি ॥

৩৫৪। মেষ, কৰ্কট, তুলা, মকৰ।
এই চাৰি ৰাশি গণিতা ভিতৰ ॥

৩৫৫। মৈথুন কাৰ্য্যত সিটো পৰম নিপুণ।
ঘৰে ঘৰে তিৰী নাই সদায় ৰমণ ॥*

( * ভকতীয়া )

৩৫৬। মোৰ তিনিজনী তিৰী।
ভাত খাব পাচি পাচি, গোবৰ পেলাবৰ গিৰী ॥

৩৫৭। মোৰ পো নহয় সতিনী পো।
চাৰি নাই পাটী নাই মাটিতে শো ॥

৩৫৮। মোৰ চুলি এইটাৰ। ছাগে খালে তিনিবাৰ।
ঘৰ জুই লাগোতেও পোৰে।
তাতে আকৌ মজুমদাৰে খৰি লোৰে ॥
তেওঁ আছে এইটাৰ।

৩৫৯। মোৰ বিলৰে মাছ, মোৰ চালনীতে বাছ
মোক দেখি ৰামটাঙোন যাচ ॥

৩৬০। মোৰে খাবি মোৰে লবি।
মোৰে কটিত ছুলবাৰি বাবি ॥

৩৬১। মোতে শিকিলি মোতে বিকিলি।
ঢোৰা কাউৰীহে মোকে খুঁটিলি ॥

৩৬২। মোমাইলৈ মাই, দদাইলৈ খুৰী।
ককাইলৈ আনিছোঁ হেকেৰী বুঢ়ী ॥

৩৬৩। মোৰ বেৱাৰী হব।
চুলিত ধৰি বাটত থ'ব ॥

৩৬৪। মোমাই মোমাই, কিহৰ ভোমাই হেৰ' কিহৰ ভোমাই।
মোমাই আঠীয়াকলে বোকাচাউলে, ওঁ আহা তেনে সোমাই ॥

৩৬৫। মোক ঠগিলে উদৰ ভোমা।
হাড়ৰ লগত মৰিলে জোমা ॥
দীঘলী ৰাৱত কাটিলে নাক।
গাৰ্ঁৰ বুঢ়া-মেঠা মনে মনে থাক ॥*

( * সাধুকথা )

৩৬৬। মোক কৰিছে আনে।
তোক কৰিব নাৰায়ণে ॥

৩৬৭। মোৰে বাৰীৰ হিলে।
মোকে মাৰে কিলে ॥

৩৬৮। মোৰে বাৰীত গৰু চাৰে।
মোৰে ছলিক ধৰি মাৰে ॥

৩৬৯। মোমাই ভাগিন য'ত।
বাঘ পলাই ত'ত ( বাঘে ডৰাই ত'ত ) ॥

৩৭০। মোৰ পুত্ৰ দুষ্ট।
মোকে মাৰে, মোকে তাৰে, মোকে কৰে তুষ্ট ॥

৩৭১। মোৰ পৈ মৰদ, চোৰ ধৰিলে ঘৰত।
এৰি দি ধৰিব যি সিহে মৰদ ॥

৩৭২। মোৰ খালৈ, মোৰ জাকৈ, মোৰ হেন হেঁচা।
তথাপি নাপালো চাৰি গণ্ডা বেচা ॥

৩৭৩। মোকৰ্দ্দমা হল দিচ্‌মিচ্‌।
উকীলে বোলে আমাক দিয়া ফিচ্‌ ॥

৩৭৪। মোনা ভাৰীজনে লয় পেট পোঁহা নাম।
মহাত্মা জনেহে কৰে জগতৰ কাম ॥

৩৭৫। মৌপিয়া চটকে পৰ্ব্বত লয় তুলি।
ঢোল যেন কণী পাৰে চুণ্ডাৰ বাতুলী ॥*

(*ৰামায়ণৰপৰা)

৩৭৬। মৌ-মাখি বাঁহ ললে সাগৰৰ মাজত।
মৰা শৰে লগ পাই খালে ৰস যত ॥*

(* ভকতীয়া)

# য

১। য'তে ইচ্ছা ত'তে বাট।

২। যত্ন কৰিলে ৰত্ন মিলে।

৩। য'তে ৰাম ত'তে অযোধ্যা।

৪। য'ত ৰাজ ত'ত কাজ।

৫। য'তে ৰাতি ত'তে কাতি।

৬। য'তে ধোঁৱা ত'তে জুই।

৭। য'তে ধৰ্ম্ম, ত'তে জয় (যথা ধৰ্ম্ম তথা জয়)।

৮। যত দেখা ধন জন সবে বিষ্ণু মায়া।

৯। যথা থিয় সদাশিৱ।

১০। যমকাল।

১১। যমৰ যাতনা।

১২। যমৰ বুকুত দিয়া।

১৩। যমে মানুহে টনাটনি।

১৪। যমপুৰী দেখা।

১৫। যমৰ বহীত নাম উঠা।

১৬। যমৰ ভুল।

১৭। যমৰ উপবাস।

১৮। যমৰ দক্ষিণ দুৱাৰ।

১৯। যক্ষৰ ধন।

২০। যাচি কিল খোৱা।

২১। যাচি দিলে মাণিকতো দৰ নাই।

২২। যাদৱৰ বস্তুত মোহোৰ দয়া নাই।*

(* কীৰ্ত্তন)

২৩। যাৰ বিদ্যা, যাৰ ভাৰ্য্যা।

২৪। যাৰ শিতানেদিও নাযায়, তাৰ ভৰি-পথানেদি যোৱা।

২৫। যাৰ গৰু মৰে সিহে নেজত ধৰে।

২৬। যাৰ বুঢ়া হাউলা পোতত পৰে, সিহে নেজত ধৰে।

২৭। যাৰে বল তাৰে চল।

২৮। যাৰ ওকনী চাঁবৰ মন নাই, সি চুলিত ধৰি টানে।

২৯। যাৰ কন্যা তাৰ বিবাহ।

৩০। যাৰ বাপেক মেলত নাই, তাৰ পো গুধীয়া।

৩১। যাৰ সখা নাৰায়ণ, তাৰ কিহৰ ভয়।

৩২। যাক কিলাওঁতা নাই, ঔ তললৈ গৈয়ো একিল খায়।

৩৩। যাকে বাঘে সেয়ে মাৰে।

৩৪। যাৰ লাঠী তাৰ মাটি।

৩৫। যাৰ সখা বৃহন্নলা।

৩৬। যাৰ যেতিয়া তাৰ তেতিয়া।

৩৭। যাদৃশী ভাবনা যস্য সিদ্ধির্ভবতি তাদৃশী।

৩৮। যাচি দিলে সোণৰো দৰ নাই।

৩৯। যি দল টানে সিহে মাগুৰ খাবলৈ পায়।

৪০। যি পাতত খায় সেই পাতকে ঘিণায়।

৪১। যি বিলত মাছ নাই সেই বিললৈকে যায়।

৪২। যি মূলা বাঢ়িব তাৰ ডুপাততে চিন।

৪৩। যি দেশত কাউৰী নাই, তাত কি ৰাতি নুপুৱায়।

৪৪। যি দেশত গছ নাই তাত এৰাই বৰগছ।

৪৫। যিমানে ভালকৈ নোশোৱক,<br>তথাপি কুকুৰৰ পোকৰতহে মুখখন।

৪৬। যি যিমানলৈ বাঢ়ে,<br>সি সিমানলৈ টুটে।

৪৭। যি যিমানলৈ নামে,<br>সি সিমানলৈ তিতে।

৪৮। যি মানুহৰ যি শিক্ষা।

৪৯। যি নাজানে পচলা খাৰৰ জুতি,<br>সি আকৌ ভোজৰ বান্ধনী ( ভোজ বান্ধিবলৈ যায় )।

৫০। যি পুখুৰীত পানী নাখাওঁ,<br>তাৰ পাৰতো ভৰি নিদিওঁ।

৫১। যিমান ধুনীয়া সিমান ঘুণীয়া।

৫২। যি ফুল নিপিন্ধোঁ তাৰ তললৈও নাযাওঁ।

৫৩। যি যিহকে বিচাৰে সি তাকে পায়।

৫৪। যি নাই ভাৰতত সি নাই ভাৰতত।

৫৫। যিমান গুৰ তিমান সোৱাদ।

৫৬। যি পোৱে পুঁছিব,<br>তাৰ পোকৰত ধানচিবা।

৫৭। যুগধৰ্ম্মৰ বল।

৫৮। যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত।

৫৯। যুঁজৰ বেলিকা মহৰ শিং ঠাক।*

(* ঠাক—থিৰ)

৬০। যুঁজৰ কুকুৰা যুঁজত মৰে।

৬১। যেই বাটে অহা,
সেই বাটে যোৱা।

৬২। যেনিয়ে জোল যায়,
তেনিয়ে ভেঁটা দিয়া।

৬৩। যেন কুকুৰ তেন টাঙোন।

৬৪। যেয়ে উপকাৰী সেয়ে বন্ধু।

৬৫। যোগীৰো লাজ নাই,
মুনীৰো লাজ নাই।

৬৬। যোহি যস্য মিত্ৰং মুহি তস্য দূৰং।

৬৭। যোগ্যং যোগ্যেন যুজ্যতে।

৬৮। যোগ্যৰ জীৱন অযোগ্যৰ মৰণ।

৬৯। যোগ্য ভোগ্যা বসুন্ধৰা।

৭০। যত দোষ নন্দ ঘোষ।
মোৰ নাম ভূষণ কিছু নাই ভূষণ॥

৭১। যমপুৰী নিদান ঠাই।
ইয়াত দিলেহে তাত পাই॥

৭২। যমে ধৰে নিবলৈ।
লৰাই ধৰে পিবলৈ॥

৭৩। য'ত দেখিবা বন্ধু বান্ধৱৰ মুখ।
স্বৰগতকৈ নৰকেই সুখ॥

৭৪। যক বেলা, হক ভাত।
দুয়োবেলাৰ একেপাত॥

৭৫। য'তে বাঘৰ ভয়।
ত'তে ৰাতিও হয় ॥

৭৬। যমে নাজানে একেটি পো।
কমাৰে নাজানে ছুখীয়াৰ লো ॥

৭৭। য'তে বৌৰ জাপ।
ততে পলৰ চাব ॥

৭৮। যাৰ কাজ তাৰ মনেই নাই।
ওচৰচুবুৰীয়াৰ টোপনি নাই ॥

৭৯। যতেক কৰিলো ছাইত ভুঞ্জালো।
লখাইক জীয়াবৰ আযুধি নাপালো ॥

৮০। যথা ইচ্ছাই যখিনী।
কৃষ্ণ ইচ্ছাই রুকুণী ॥

৮১। যদি বৰষে মাঘৰ শেষ।
ধইন্ ৰাজা ধইন্ দেশ ॥

৮২। যদি বৰষে আঘোণে।
ৰজা যায় মাগনে ॥

৮৩। যদি বৰষে পুহ।
ধান গুচি হয় তুঁহ ॥

৮৪। যদি হালে হৰে নাঙ্গল ভঙ্গ।
বৎসৰত তাৰ নিমিলে ৰঙ্গ ॥

৮৫। যদি কৃষিক কৰিবা আশ।
তেবে নকৰা শাওণত চাষ ॥

৮৬। যত দেখা ধন জন আৰ পুত্ৰ জায়া।
শাশ্বত নহয় কিছু সবে বিষ্ণু মায়া ॥

৮৭। যত লাভ পাই সৰিয়হ মাহে।
তত লাভ পাই কলা কপাহে ॥

৮৮। যথাত কলা কপাহৰ বড়ি* ।
তথাত লুভীয়া সকল নাৰী ॥

( * বড়ি=বাৰী )

৮৯। যদি বৰিষয় জলদ কণা।
ৰঙ্গ কৰি নাচে কৃষক জনা ॥
বোলন্ত ডাকে ঢিল মুঠি পাই।
কান্ধত নাঙ্গল ধৰিয়ো যাই ॥

৯০। যবনে কি কাছ খাব।
সাধুৱে কি অবাটে যাব ॥

৯১। য'ত নাথাকে জনেক।
তাত নাথাকিবা ক্ষণেক ॥
দহ দহ বাপে হাথিয়া ( হাতী ) বিকে,
মাণিক বিকে পুণেক ।*

( পুণেক=পুণ্য ) ( * ভকতীয়া )

৯২। যতেক কৰিলো ছাই হানিলো ।
পানী নাইকা তৰত্তে ডুবিলো ॥*

( * কথা গুৰুচৰিত )

৯৩। যত দেখিবা সভা সমিতি,
তাৰ্ আমঠু আপোন গতি।
সেইবোৰ সভাৰ চুড়াল শিয়া,
মই বৰ হওঁ মোক পইচা দিয়া ॥

৯৪। যতক্ষণ শ্বাস। ততক্ষণ আশ ॥

৯৫। যঁতৰী কেবেকেবায়।
বেইটা পৈয়েকে নিয়ে বিয়া কৰায়,
বটুৱাই ধৰেফৰায় ॥*

( * বেইটা=বেশ্যা )

৯৬। যাৰ যহুত শাখা-সেন্দুৰ।
ভাকে পাতে ভোকোৰা এন্দুৰ॥

৯৭। যাৰ নাই গৰু।
সবাটোকৈ সৰু॥

৯৮। যাৰ নাই বাঁহ।
তাৰ নাই সাহ॥

৯৯। যাৰ নাই ধান।
তাৰ নাই মান॥

১০০। যাৰ নাই কেঁচুৱা।
ঢেঁকীথোৰাকে নচুৱা॥

১০১। যাক নিকিলায় পৈয়ে পুতে।
তাক কিলায় বাৰীৰ ভূতে॥

১০২। যাৰ নাই তৰ্জ্জু-তুল।
তাৰ নাই লাভ মূল॥

১০৩। যাৰ নাই তৰ্জ্জু-তুল।
সি কি জানে বাণিজ্যৰ মোল॥

১০৪। যা ভাই যা, শিঙ্গিয়ে বিন্ধিব তোক।
মাগুৰটো দিবি মোক॥

১০৫। যাক সেৱা কৰা, তাক সুবুলিবা গোধা।
যাৰ লোণ খোৱা, তাক সুবুলিবা শুদা॥

১০৬। যাৰ যি স্বভাৱ লটে-ঘটে।
তাৰ সেই স্বভাৱ মৰিলেহে টুটে॥

১০৭। যাৰ যি স্বভাৱ মৰিলে টুটে।
যাৰ স্বভাৱ ভূমিত লোটে॥

১০৮। যাৰ নোৱাৰোঁ নাম শুনিব।
তাৰ ভাত খেদা ধান কিনিব॥

১০৯। যাৰ নোৱাৰে নাম শুনিব।
তাক দিছে ধান কিনিব॥

১১০। যাৱৎ চন্দ্ৰাৱলী তাবৎ খটীয়া।
বিধাতাৰ লিখন নাযায় চৰিয়া॥

১১১। যাৰ ঘৰত বৃহস্পতি পোন।
তাৰ ঘৰত নবয় কোন॥

১১২। যাক নামাৰোঁ হাতে।
তাক মাৰিম ভাতে॥

১১৩। যাক নোৱাৰে সুৰাসুৰ নাগে।
তাক কি কৰিব কুকুৰনেচীয়া বাঘে॥

১১৪। যাৰ ভৰিত ঘা, সি বোলে মৰিম।
যাৰ গলত ঘা, সি বোলে তৰিম॥

১১৫। যাৰে-তাৰে তামোল-পাণৰ বাৰী।
যেই-সেইহে পুত্ৰৱতী নাৰী॥

১১৬। যাকে ল'ই ৰাজ্যভাৰ তাকে সংহাৰিবো।
বন্ধুহীন হলে পাছে ৰাজ্যে কি কৰিবো॥

১১৭। যাৰ লোণ খাবা।
তাৰ গুণ গাবা॥

১১৮। যাচিলেও নলৰ ছাকলি।
খুজিলেও নাপাৱ বাকলি॥

১১৯। যাৰ ঘৰত পৰিম।
তুলি কাচি ধৰিম॥

১২০। যাৰ নাই গৰু সি নন্দন বনত চাৰে।
যাৰ নাই তিৰী সি একে কিলে মাৰে॥

১২১। যাক নোৱাৰিলে পথৰা শিলে ( সলালৰ শিলে )।
তাক কি কৰিব ধতুৰাৰ কিলে॥

১২২। যাৰ নাই ঋণ।
বুঢ়া গৰু কিন॥

১২৩। যাৰ খাবৰ জীৱৰ মন।
হাগোতেও আঁজোৰে বন॥

১২৪। যাৰ নাই জলৰ পাত্ৰ।
সি সবাৰো অপাত্ৰ॥

১২৫। যাকে বোলে আপোণ।
সি ভৰায় ছপোণ॥

১২৬। যাকে দেখা। তাকে লেখা॥

১২৭। যাৰ হবৰ দিন ভাল।
কাঠীৰ কুকুৰেও টানে হাল॥

১২৮। যাৰ ঘৰত মতামুৱা তিৰী।
তাৰ ঘৰত নাই চিৰি॥

১২৯। যাৰ নাই ঘৰত।
তাৰ নিমিলে পৰত॥

১৩০। যাত্ৰাৰ বিষম হাঁচি।
থৈলাত ভৰায় পাচি॥

১৩১। যালৈ আঁটিব, নাও লৈ সাঁতুৰিব।
যালৈ নাঁটিব পাটীৰ পৰা আঁতৰিব॥

১৩২। যাৰ কাজ তাৰ মনেই নাই।
ওচৰচুবুৰীয়াৰ টোপনি নাই॥

১৩৩। যাৰ যেনে ইচ্ছা।
হাত দাঙি দাঙি নাচা॥

১৩৪। যায় আগে চন্দক (বাধক)।
সি বাই খাই শাহু-নন্দক॥

১৩৫। যাৰ শিল তাৰ নোবা।
তাৰেই ভাঙিবি দাঁতৰ গোবা॥

(শিল=পটা। নোবা=গুটি)।

১৩৬। যাৰ মাকে খায় ধান কিনি।
সি খায় বজাৰত এলাচি কিনি॥

১৩৭। যাচিলেও নাখায়। খুজিলেও নাপায়॥

১৩৮। যায় (যেয়ে) আছে শুদা হাতে।
তাক খেদিবি কথাৰ বাটে॥

১৩৯। যাৰ লাগে আপী গোহালিক।
যায় আপী পলিক॥

(পলি=শোৱা-কোঠা)

১৪০। যাৰ যি হবৰ আছে, আছে হৈ।
বিধাতাৰ সঁচা-মিছা কদাচিতলৈ॥

১৪১। যাৰ মন যেনে।
সবাকো দেখে তেনে॥

১৪২। যাৰ থাকে ছাগ, মহ, গৰু।
ই তিনি সবাতকৈ সৰু॥

১৪৩। যাওঁ কি নাযাওঁ মনত কৰে।
শনিৰ খেণত যাত্ৰা কৰে॥
যদি নমৰে পাৱে ভয়।
ফুৰন্তে ফুৰন্তে হাবা-শাস্তি হয়॥

১৪৪। যাৰ নালাগে ৰহক,
পীৰা পাৰি দিয়া বহক।
গোন্ধতেলৰ টেকেলী নমাই দে ফেদেলী,
খৰে-খোৱা পোকৰত ঘঁহক॥

১৪৫। যাৰ নাকাটোঁ। আধকৰা পাঁজী।
সি দিৰ খোজে বঙালত আজি॥

১৪৬। যাৰ যেনে বজাৰ বাণী।
ভূতৰ ভূতুনী, প্ৰেতৰ প্ৰেতিনী ॥

১৪৭। যাৰ দেখে ওলমা ভুনি।
তাৰ ফালে নামাতে কুনি ॥

১৪৮। যাৰ দেখে ফটাকানি।
তাৰ ফালে টনাটনি ॥

১৪৯। যাৰ ছলিক কুম্ভীৰে খায়।
ঢেঁকী দেখিলেও ভয় খাই ॥

১৫০। যাৰ নাই ঘৰ-বাৰী।
তেওঁ যায় নলবাৰী ॥

১৫১। যাক জাতি। ৰহক পীৰিতি ॥*

(* ৰাক=ৰাওক)

১৫২। যাৰ কোনো কথা হাঁহিয়ে সাৰ।
ডাকে বোলে সেই দুষ্টীক ছাৰ ॥

১৫৩। যাৰ থাকে মহ-গৰু।
ইতিনি কথাত হবা সৰু ॥
যদি সৰু নোহোৱা ঠাকুৰ।
লোকে বুলিব নিলাজ কুকুৰ ॥

১৫৪। যাচা গুড়া খায় যি।
বৈকুণ্ঠত যায় সি ॥
যাচিলে নাখায় যেয়ে।
যমে বলে নৰকক নিয়ে ॥*

(* ভকতীয়া)

১৫৫। যি দেশৰ যি ধাৰা।
ভজা মাছৰ নেজ থঁৰা ॥

১৫৬। যি দেশৰ যি ভাও।
ভজা মাছৰ চাৰি পাও ॥

১৫৭। যি দেশৰ যি নীতি।
পচলা খাৰত দিয়ে মূতি ॥

১৫৮। যি দেশৰ যি নীতি, আমাৰ দেশত নাই।
বুঢ়া শহুৰক সোধকচোন গোহায়ঁনী,
কুকুৰা বা কি দি খায় ॥

১৫৯। যি দেশত ৰজাৰ অধিক কৰ।
পুখুৰী পাৰত সাজিবা ঘৰ ॥

১৬০। যি নুবুজে ৰজাৰ কাজ।
তাক নপঠাবা সভাৰ মাজ ॥

১৬১। যি পন্থ মাৰিবা বনত।
সি কথা ৰাখিবা মনত ॥

১৬২। যি কৰে পৰত।
তাৰ মিলে ঘৰত ॥

১৬৩। যি নাপাইছিল চৰণৰ ধুলি।
সি মাতে "কটাৰ পো" বুলি ॥

১৬৪। যি গছৰ নাই মূঢ়া।
যি ঘৰত নাই বুঢ়া ॥

১৬৫। যি কৰে পাপ।
সি পাঁচ বেটাৰ বাপ্ ॥

১৬৬। যি কৰে পুইণ।
তাৰ সদায় শূইন্ ॥

১৬৭। যিমান কৰ সতৰ-নতৰ।
তেল নিদিলে নুঘুৰে যঁতৰ ॥

১৬৮। যি কন্যা ৰূপন্তী।
বিনা অলঙ্কাৰে শোভন্তী ॥

১৬৯। যি কানি, (কাণী ?) সেই কানি (কাণী ?)।
মিছাতে কৰে ঘুমটি হানি ॥

১৭০। যি কৰে তিৰীত আশ।
তাৰ হয় সৰ্ব্বনাশ ॥

১৭১। যি থাকে ধৈৰ্য্য ধৰি।
ঘূৰি ফুৰিলেও নিপিছলে ভৰি ॥

১৭২। যি কৰে মোত আশ।
তাৰ কৰোঁ সৰ্ব্বনাশ ॥

১৭৩। যি বোৱাৰী বহিবৰ মন।
সাৰোঁতে আঁজোৰে বন ॥

১৭৪। যিও আছে এহেৰ-তেহেৰ।
সিও মাতে ঠেহেৰ-ঠেহেৰ ॥

১৭৫। যি নৰে সদা কৃষি কৰে।
বাণিজ্যৰ ফল পায়ে ঘৰে (বা সমস্ত সফল পাইব ঘৰে) ॥

১৭৬। যি হ'ল হ'ল কথা।
কল খালা জগন্নাথা ॥
বাকল খালি কুনি।
টকা ভৰা তুমি ॥

১৭৭। যি সাধিছোঁ তাকে পাইছু।
ছুয়ো হাতে মাদল বাইছু ॥

১৭৮। যিজনী দিনত নিদ্ৰা যায়।
স্বামীয়ে দণ্ডিলে দোষ নাপায় ॥

১৭৯। যিজনীৰ ঘৰত অতিথি পূজা নকৰে।
লখিমী নাথাকে তাহাৰ ঘৰে ॥

১৮০। যি নাৰী প্ৰভাতে নিদ্ৰাক যায়।
বাসী শয্যাত সূৰ্য্যক পায় ॥
উদয় কালত নিলিপে ঘৰ।
ডাকে বোলে তাইক ছাৰিও নৰ ॥

১৮১। যি নাৰী ৰন্ধন শালক যায়।
মিষ্ট কৰি পাক কৰে সদায়॥
নাহি মাত-বোল নকৰে দ্বন্দ্ব।
খং তোলাইলেও নোবোলে মন্দ॥

১৮২। যিটো গৃহস্থৰ বাঢ়য় শ্ৰী।
বোলয় ডাকে সেই লক্ষ্মী-স্ত্ৰী॥

১৮৩। যিবা দ্ৰব্য আসি গৃহে মিলয়।
তাক যত্ন কৰি সাঁচি থোৱয়॥
অল্প অল্প কৰি ধন সাঞ্চয়।
সেহি মতে ধন ধৰ্ম্ম লভয়॥
সত্য কথা কওৱে মিছা নমাতি।
শাহু-শহুৰত কৰে ভকতি॥
অতিথিক অন্ন ভুঞ্জিবাক দেয়।
তেওঁৰ ঘৰে সদা লক্ষ্মী নেৰয়॥

১৮৪। যি তিৰী সুবুজিয়া খায়।
স্বামীৰ নাজানে অভিপ্ৰায়॥
ভাল বুলিলে কৰয় খং।
তাইৰ সঙ্গত নিমিলে ৰং॥

১৮৫। যিজনী থাকে ( নাথাকে ? ) নিজ স্বামীৰ পাশে।
পৰৰ মুখ চাই মুচুকিয়াই হাঁহে॥
ঘৰত টেঁকী যায় পৰৰ ঠাইক।
ডাকে বোলে ঘৰে নথৈবা তাইক॥

১৮৬। যিজনী দিবসত নিদ্ৰা যায়।
স্বামীয়ে মাৰিলে ৰাগে বেৰায়॥
যত কাৰ্য্য কৰে কাকো নোসোধে।
ডাকে বোলে তাইক মনে নাসাধে॥

১৮৭। যিজনী নাৰী বাৰীয়ে কৰে বাট।
ঘনে ঘনে গৈয়া বেহায় হাট॥
চল চাই চাই দেখাওৱে স্তন।
জানিবা তাইৰ বেশ্যা লক্ষণ॥

১৮৮। যি নাৰী কথা পাতে ভাতৰ পাতে।
দ্বন্দ্ব কৰি ফুৰে মিছা কথাতে॥
কাৰ্য্যে-অকাৰ্য্যে হাঁসিয়া ফুৰয়।
একো কালে তাইৰ সুখ নহয়॥

১৮৯। যিজনী নাৰী তেঁটোৰা মাত।
দাম-দুম কৰি ভুঞ্জয় ভাত॥
দ্বন্দ্ব কৰয় ভোজনৰ বেলা।
অল্প কৰ্ম্মক কৰয় হেলা॥
মৎস্য-মাংস যদি থাকয় প্ৰচুৰ।
তথাপিতো মন নোহয় পুৰ॥
ছলে-বলে আনি খায় পুৰিয়া।
ডাকে বোলে তাইক পেলা বেচিয়া॥

১৯০। যিজনে অতিথি শুশ্ৰূষা নকৰে।
লক্ষ্মী দেৱী নাথাকে তাহাৰ ঘৰে॥
নিতে নিতে যিটো বিপ্ৰক ভুঞ্জায়।
তাহাৰ জানিবা মঙ্গল সদায়॥

১৯১। যিজনী নাৰী আত দূৰে যায়।
সিজনী নাৰীঘাতী ধৰ্ম্ম নাপায়॥

১৯২। যিজনে দিয়ে অন্নৰ শাৰী।
সিজনাক যায় যমেও এৰি॥
অন্নদান জানা অধিক দান।
তাত কৰি শ্ৰেষ্ঠ নাহিকে আন॥

১৯৩ । যিজনে ধৰ্ম্মত নকহে সাক্ষী ।
ডাকে বোলে তাক নথৈবা ৰাখি ॥
সত্য কৰি যদি সাক্ষী নকৰে ।
যম-দূতে নিয়া নৰ্কত থৰে ॥
ধৰ্ম্মক এৰিয়া কহয় যেবে ।
ডাকে বোলে নৰকে পৰিব তেবে ॥

১৯৪ । যি খাব জানে ।
তেওঁ খুৱাবও জানে ॥

১৯৫ । যি আছিল ডাৱলি (?) ভাৰী ।
সিও বহে ঠেঙা পাৰি ॥

১৯৬ । যি দেৰে ভিজাই ।
সেই দেৰেই শুকাই ॥

১৯৭ । যিটো পুত্ৰে পিতৃত পোছে কাজ ।
জানিবা নৃপতিয়ে লৰে ৰাজ ॥

১৯৮ । যি ঘৰৰ ঘৈণীয়ে নিয়ম নুবুজে ।
সি গৃহস্থ মৰণে মৰে ॥

১৯৯ । যিজনী আলাস সূতাৰ কাজে ।
প্ৰভাতে দেখিবা গোহালিৰ মাজে ॥

২০০ । যি খোৱা নাই কুকুৰাৰ ডিমা ।
সি পোৱা নাই ভকতিৰ সীমা ॥*

( * ভকতীয়া )

২০১ । যি পথে হৰিক পায় সেই পথে দিলা জেং ।
বৈকুণ্ঠত লাগি এতেকতে মিলা ঠেং ॥*

( * ভকতীয়া )

২০২ । যি জনে ফুৰে নাম সুমৰি ।
তাৰ পাচে পাচে ভ্ৰমন্ত হৰি ॥

২০৩।  যেতেকে ছিগে নাকৰ পাহি।
তেতেকে হুগুচে মুখৰ হাঁহি ॥

২০৪।  যেতিয়া মাৰিব ঢোলত চাপৰ।
তেতিয়া লবা মূৰত কাপোৰ ॥

২০৫।  যেইচা ৰজা ৰামসিং-সিং।
সেইচা মন্ত্ৰী ধিটিং-টিং ॥

২০৬।  যেৰে খাওঁ-বওঁ তেবে শুকাই যাওঁ,
নাহি মোৰ উৰ্দ্ধগতি।

২০৭।  যেতেকে পাৱই ধন।
তেতেকে ৰাঢ়ই মন ॥

২০৮।  যেনে হক মুনিজন।
তেওঁ সোধে তিনিজন ॥

২০৯।  যেয়ে ক'ব পাৰে।
সেয়ে ৰ'ব পাৰে ॥

২১০।  যেতিয়া আহে ভতাৰ।
তেতিয়া লয় যঁতৰ ॥

২১১।  যেনে গছ তেনে গুটি।
যেত লৰা তেত বুধি।
চুটি চোলাৰ পেট উদি ॥

২১২।  যেতিয়া আহিব কালে।
কি কৰিব বেজ ভালে ॥

২১৩।  যেতিয়া পাবহি কালৰ বেহা।
পাটীৰ তিৰোতাই বুলিব পেহা ॥

২১৪।  যেতেক আঁটে।  তেতেক নাটে ॥

২১৫।  যেতেকে আঁটিছে।  তেতেকে ফাটিছে ॥

২১৬।  যেতেকে বোল বোল তই।
উভতি নাচোন দিম মই ॥

২১৭। যেতেকে দিয়া বেছুৱা বাটি।
নিমখ নিদিলে সবাই মাটি ॥

২১৮। যেবে ভালৰূপে সাক্ষী কহিব।
তেবেসে সভাত ন্যায়ে জিনিব ॥

২১৯। যেবে জলধৰে বৰিষে ধাৰে।
কি কৰিব তাক শনি বাৰে ॥

২২০। যেতিয়া চোৰে চুৰ কৰিব।
গিৰিহঁতে সাৰকে নাপাব ॥

২২১। যেবে স্বধৰ্ম্মক কৰিবা জানি।
পুখুৰী খান্দিয়া ৰাখিবা পানী ॥
বৃক্ষ ৰোপণত অধিক ধৰ্ম্ম।
মঠ-মণ্ডপত শোভন কৰ্ম্ম ॥

২২২। যেবে সুতিকাৰ ৰাখিব জীৱ।
যতন কৰিয়া ঔষধ দিব ॥
ৰাখি জয়ন্তী পুষ্পক লব।
তাৰ ক্ষুদ্ৰ শিপা অন্ন দি খাইব ॥
অন্ন বেঙেনা-শিপা তাহাঁকো দিব।
ক্ষুধাত খুৱাইব তেবেসে জীৱ ॥
অপৰাজিতাৰ একেটি ফুল।
জানি-শুনি দিব দশৰ মূল ॥

২২৩। যেবে ভালৰূপে সাক্ষী কহিব।
তেবেসে সভাত ন্যায়ে জিনিব ॥
ডাকে বোলে আগে নিয়াই সাজ।
ন্যায় হাৰিলে অধিক লাজ ॥
স্বধৰ্ম্ম কথাত যাৰ গোচৰ।
ভাল সাক্ষী দিয়া চাপ ওচৰ ॥

২২৪। যেতিয়া গ'ল জুতি।
তেতিয়া গ'ল চকুত মুতি ॥

২২৫। যেয়ে আগে মাতে।
তেৱেঁ পাত কাটে ॥

২২৬। যেতিয়াৰ যি তাক কৰিবা সাৰ।
ঝুলি-কন্থা বাকুন্দিৰ বান্ধিয়া ভাৰ ॥

২২৭। যেনে হালোৱা মাৰে মাছ।
মাৰিলে বিস্তৰ পায়
ঘৰক গ'লে শুদাই খায়
যেনে টঙুই নাবান্ধিলে পাচ ॥*

(* টঙু—টোনা) (*ভকতীয়া)

২২৮। যেই দিনা ৰামে মোক দিলা বনবাস।
সেই দিনা ধৰি মোৰ দুখৰ প্ৰকাশ ॥

২২৯। যেহেনিৰ কথা তেহেনি গ'ল।
আশাৰ কথা বিপথে বল ॥

২৩০। যৈতে ৰজা প্ৰজাক পালে।
তহিতে বসতি কৰিব ভালে ॥

২৩১। যৈত থাকে মোৰ ভক্ত উদাৰ চৰিত্ৰ।
কীট-পতঙ্গকো তথা কৰয় পবিত্ৰ ॥*

(* কীৰ্ত্তন)

২৩২। যোৰবো যোৰ বিপৰীত যোৰ (পাঙযোৰ)।
এটি কাণকটা এটি চোৰ ॥

২৩৩। যোৰো যোৰ পাঙযোৰ।
তই হাড়ীত-খাইতী, মই গৰুচোৰ ॥

২৩৪। যোৰহাট বজাৰত পাভ মাছ কিনিলো,
গোলাঘাটত টেঙা দি খালো।
নামঘৰ হাবিত ফটা শিল চাই,
গৰমপানীত গা ধুলো ॥

২৩৫। যোগী হৈ নোমাৰিলে ভাই।
বামুণ হৈ নললে গাই ॥
ভকত হৈ নাখালে মদ।
এই তিনি নাপায় মোক্ষ পদ ॥*

(* ভকতীয়া)

## ৰ

১। ৰং শিঙ্গা ৰজোৱা।
২। ৰঙা ঠেঙ্গা পাৰি দিয়া।
৩। ৰঙা বগা দেখুৱা।
৪। ৰজাৰ জী আইদেউ।
৫। ৰজা হ'লে এখন কাণ কলা, এটা চকু কণা।
৬। ৰজাক নাটে, বঁজাক নাটে।
৭। ৰজাৰ আক্ৰোহ, বজাৰ আক্ৰোহ।
৮। ৰজাৰ পো ৰজা, গুৰুৰ পো গুৰু।
৯। ৰজাই বাঁটে, সমুদ্ৰে বুৰায়।
১০। ৰইনাৰে চপোৱা।
১১। ৰক্ষকেই ভক্ষক।
১২। ৰক্তবীজৰ বংশ।
১৩। ৰজাৰ বাণী, কণাৰ কাণী।
১৪। ৰজাৰ মুখে চুঙাৰ মুখে সমান।
১৫। ৰজাৰ কোঁৱৰো কোঁৱৰ, বাঁবীৰ কোঁৱৰো কোঁৱৰ।
১৬। ৰথত তুলি জখলা কটা।
১৭। ৰসতে নাম থোৱা।

১৮। ৰজাৰ টেকেলা ৰাখিব পাৰিলেও
হগাৰ টেকেলা ৰাখিব নোৱাৰি।

১৯। ৰচক ঘৈণী, পচক ঘৈণী, মোৰ সমান নাই।

২০। ৰজাৰ লগত হাল জোৰা অনুচিত।

২১। ৰণমুখীয়া চিপাহী, ঘৰমুখীয়া বঙালী।

২২। ৰজাৰ ভৰিত বনত বাস।

২৩। ৰজাৰ ধনত ভোটগিৰিহঁত।

২৪। ৰঙৰ কিল গুকলা-গুকল, খঙৰ কিল লপা-থপা।

২৫। ৰজাৰ হেংদান্ পাত্ৰৰ কি?

২৬। ৰজাক স্বদেশেহে পূজে, বিদ্বানক সৰ্ব্বদেশে পূজ্য।

২৭। ৰণৰ কুকুৰা ৰণত মৰে।

২৮। ৰজা দশৰথৰ মৃত্যু ভাৰ্য্যাৰ কাৰণ।*

(* অসম বুৰঞ্জী)

২৯। ৰাইজৰ লগত নমৰিলেও চকু মুদা।

৩০। ৰা-বাঁহৰ চেপা।

৩১। ৰাঙলী ধোঁৱাত উঠা।

৩২। ৰাতিৰ পাচত দিন হয় বুলি অজান ফকিৰেও কয়।

৩৩। ৰামে মাৰিলেও মৰা, ৰাৱণে মাৰিলেও মৰা।

৩৪। ৰায়তে চিনি শিয়াল পখৰা।

৩৫। ৰাহিয়ে-ৰাহিয়ে অহা (ৰা নহা)।

৩৬। ৰান্ধনীয়ে এটি ভাতহে পিটিকি চায়।

৩৭। ৰাত্ৰি দধি ভোজন নিষেধ।

৩৮। ৰামলৈ যি পাট শৰ, সুগ্ৰীবলৈও সেই পাট।

৩৯। ৰাগৰ গুৰি ঋ-টা-না-না।

৪০। ৰাইজ ঔ ৰজাৰ শৰণ।

৪১। ৰাজ-যোটক।

৪২। ৰাহুৰ গ্ৰাস।

৪৩। ৰাৱণৰ চিতা।

৪৪। ৰাৱণৰ বংশ।

৪৫। ৰাক্ষসৰ বংশ।

৪৬। ৰাম-ৰাজ্য।

৪৭। ৰাম-ৰাৱণৰ যুদ্ধ।

৪৮। ৰাতিৰ ভিতৰতে বৰ মানুহ হোৱা।

৪৯। ৰামো নাই অযোধ্যাও নাই।

৫০। ৰাম নৌহওঁতেই ৰামায়ণ॥

৫১। ৰাঘ বৰালি।

৫২। ৰামটাঙোন জোকৰা।

৫৩। ৰাইজেই ৰজা, জ্ঞাতিয়েই গঙ্গা।

৫৪। ৰাইজে নখ জোকাৰিলেই নদী বয়।

৫৫। ৰান্ধনী উচটাই জোলখোৱা।

৫৬। ৰাইজৰ শাৰত গৰুড়ৰো পখা ছিগে।

৫৭। ৰাজহুৱা কথাই ফটা জালে সমান।

৫৮। ৰাতিটোৰেই হাতীটো।

৫৯। ৰাজহুৱা (উমৈহতীয়া) শ বাহী হয়।

৬০। ৰাজহংসৰ খোজ লবলৈ গৈ
ঘনচিৰিকাই নিজৰ খোজো হেৰুওৱা।

৬১। ৰূলে দাবলৈ পায়।

৬২। ৰূলে খায় দিলে পায়।

৬৩। ৰূপৱতী ভাৰ্য্যা শত্ৰু।

৬৪। ৰূপত ঘুণে বিন্ধা।

৬৫। ৰূপে কি কাম কৰে, গুণে সংসাৰ তৰে।

৬৬। ৰূপে লক্ষ্মী গুণে সৰস্বতী।

৬৭। ৰৌজাল-ৰৌজাল কৰা।

৬৮। বহাৰ বহদৈ টিপামৰ ভাদৈ শলগুৰিৰ আঘুণী বাই।
তিনিও বায়ে ডিঙিত ধৰি কান্দে সম্বন্ধৰ একোটি নাই॥*
(* ঐতিহাসিক ঘটনা নিহিত)

৬৯। ৰজাই ভাল দেখে যাক।
ভেঁটীও (হাতী-ঘোঁৰাও) নালাগে তাক॥

৭০। ৰজা উপজিল পুহত, ময়ো উপজিলো পুহত।
ৰজা শোৱে তুলি-তলিচাত, মই শোওঁ ভুঁহত॥

৭১। ৰজাই বিচাৰে জগৰ।
দোকানীয়ে বিচাৰে নগৰ॥

৭২। ৰং লাগিলে ৰঙাই এটা।
ৰৰষুণ দিলে কাতিৰ সোঁতা॥

৭৩। ৰজাক চিনিবা দানত।
ঘোঁৰাক চিনিবা কাণত॥
খুৰক চিনিবা শানত।
তিৰীক চিনিবা টানত॥

৭৪। ৰজা নাই পাটত।
ধৰি কিলায় বাটত॥

৭৫। ৰজাৰ চিকুণ খাজনা।
বিয়াৰ চিকুণ বাজনা॥

৭৬। ৰজাৰ দোষত ৰাজ্য নষ্ট প্ৰজাই কষ্ট পায়।
ঘৈণীৰ দোষত ঘৰ নষ্ট লক্ষ্মীয়ে এৰি যায়॥

৭৭। ৰজাৰ বস্তুৰে নাটিল।
মোৰ বস্তুৰে আঁটিল॥
ৰজা তোক ডৰে বোলে।
মোৰ বস্তু ফিৰাই দিলে॥
আকুলা টুনি টুন্ টুনালো, সাতো মাদৈৰ মাক কটালো।
ৰজাৰো কটি কটালো॥*
(* সাধুকথা)

৭৮। ৰজা আলালো-তালালো।
কাঠৰ পুতলা কোলাত লো ॥

৭৯। ৰজাই মোৰ বুলিব যাক।
ঢেঁকী-পোৱালীও নালাগে তাক।

৮০। ৰবৈৰ উঠে নাও।
নিবুকীয়ে ভাঙে গাওঁ ॥

৮১। ৰূপত পৰি নাপাওঁ দিহ।
খাই মৰোঁ ৰৰবিহ ॥

৮২। ৰণত পৰি কলীয়া হ'লো।
তেল নাইকিয়া ফপৰীয়া হ'লো ॥

৮৩। ৰহুতৰ ৰহুত।
খাই ল সিদ্ধিচোৰ পৈয়েৰৰ যহুত।

৮৪। ৰন্ধনত যেন-তেন ভোজনত কাজী।
কোচত ল'বা নোহোৱা হলে দেখিলিহেঁতেন আজি ॥

৮৫। ৰঙত ৰূপ চৰিল।
ভগা কোৰৰ কঁৰীয়া গঢ়াই।
ঢুকাণে লৰ-ফৰাই ॥

৮৬। ৰংপুৰৰ দালচেনি তৰাজানৰ পানী।
চৌদ্দ গোলাৰ জাকিত চোলা, মই মহাৰাণী ॥

৮৭। ৰজাৰ লগুৱা বামুণৰ বহুৱা।
নহবা সোণাই কথাটো আভুৱা ॥

৮৮। ৰজাৰ দণ্ডিত কটা যায়।
তিৰীৰ দণ্ডিত পান্তা খায় ॥

৮৯। ৰজাও নিচিনি, মন্ত্ৰীও নিচিনি, নিচিনি সোদৰৰ ভাই।
পেটৰ ভিতৰত কেঁচুকৈ কুমটি, সিহঁতেও কামুৰি খাই ॥

৯০। ৰজাও মৰিব, প্ৰজাও মৰিব, মৰিব ব্ৰহ্মচাৰী।
হাতত বেদলৈ পণ্ডিত মৰিব, ৰূপ চাই মৰিব নাৰী ॥

৯১। ৰজাৰ পাপত ৰাজ্য নষ্ট, লক্ষ্মী পলায় ভয়ত।
স্ত্ৰীৰ দোষত স্বামীৰ কষ্ট, ভাই নাই ঘৰত॥

৯২। ৰদত বান্ধে কাঠে-খেৰে।
বৰ্ষাত বান্ধে চালে-বেৰে॥
পাতত যি নাৰী পৰসে লোণ।
তাইৰ ঘৰত নাথাকে সোণ॥

৯৩। ৰন্ধন শালক যি জনী যায়।
কৰে চট্-ফট্ দ্বন্দ্ব সদায়॥
সদায় খণ্ডে বোলে কঠোৰ বাণী।
কান্দিয়া চক্ষুৰ মলছে পানী॥
ঠেকেছা মাৰয় যি দ্ৰব্য পায়।
মুখ ওলমাই থাকে সৰ্ব্বদায়॥
সেই কুলক্ষিণী মনে গুকচে।
তাইক দেখিলে লক্ষ্মীয়ো গুচে॥

৯৪। ৰজাৰ এঘৰ প্ৰজাৰ এঘৰ।
তাৰ মাজতে ভোবো এঘৰ॥

৯৫। ৰঙ্গক ৰঙ্গে মেকুৱালি পাটা।
কেনায় পালি বাপেৰৰ আটা॥

৯৬। ৰবি, ৰবি-সুত, ভূমি নন্দনে।
মাঘৰ আঁউসী তৃতীয়া দিনে॥
ইহাত উত্তৰা যেবে পায়।
অৰণ্যে জানিবা আহু হোৱয়॥

৯৭। ৰঙা টিক্ টিক্ ৰাতুল বৰণ।
চাৰি চক্ষু চৌদ্দ চৰণ॥*

(* ভকতীয়া)

৯৮। ৰত্নৰ দ্বীপক যাই পাইলে বিবুদ্ধি।
বালিক নৌকাত তোলে ৰত্নক সুমুধি॥*

(* ভকতীয়া)

৯৯। ৰজাই শৰণ দিয়ে প্ৰজাৰ আগত।
পোৰা মাছ পাই বোন্দা মৰয় ভোকত ॥* (* ভকতীয়া)

১০০। ৰজাৰে মূৰতে সোণৰে কীৰিটী, চকুতে টোপনি নাই।
দুখীয়া নিচলাই পিন্ধে ফটাকানি, কোঁচ্-কোঁচ্ ঘুমটি যায় ॥

১০১। ৰামকো নোবোলো হৰি।
ডোখৰাকো নোবোলো খৰি ॥

১০২। ৰাম ভাল ৰাম ভাল।
ৰাম নহয় যমকাল ॥

১০৩। ৰাজপুত্ৰ যায় বন।
দৰিদ্ৰৰো সিংহাসন ॥

১০৪। ৰাহিত নিদিবা হাত।
লৰাছোৱালীক লঘোনে নথবা, দিবা গধূলিতে ভাত ॥

১০৫। ৰাতি হ'লে সাত হাল বাই।
দিনত হ'লে এহালো নাই ॥

১০৬। ৰামৰ কাষলৈ বৈদ্যৰ হেলা।
হাগিব নোৱাৰে বৈদ্য ডেৰপৰ বেলা ॥

১০৭। ৰাইজ মৰিলে মৰিবা।
ৰাইজ তৰিলে তৰিবা ॥

১০৮। ৰাম-কৃষ্ণ গোপাল।
ইফাল আৰু সিফাল ॥

১০৯। ৰাজ্য নষ্ট কৰে মন্ত্ৰী।
ঘৰ নষ্ট কৰে স্ত্ৰী ॥

১১০। ৰাম কমলাপতি।
চকচোৱা চেকুৰাৰ টাঙোনেই গতি ॥

১১১। ৰাগ মিঠা বড়াৰী।
বুৰাৰ মিঠা সাৰী (?) ॥
তিৰীৰ মিঠা স্বামী।

ডাকে বোলে বেশ্যাৰ মাতভতে জানি ॥

১১২। ৰাম-কৃষ্ণ বাণী ।
শালি ধানব আগ তল গ'ল, শুৰিয়ে মুচুলে পানী ॥

১১৩। ৰাম-কৃষ্ণ বাণী।
কাকিনী তামোলৰ আগ তল গ'ল শুৰিয়ে মুচুলে পানী ॥

১১৪। ৰাৱণৰ খায় । ৰামৰ গীত গায় ॥

১১৫। ৰাখে হৰি মাৰে কোনে ।
মাৰে হৰি ৰাখে কোনে ॥

১১৬। ৰান্ধিব নাজানে, বাঢ়িব নাজানে, লোকক সুধি-সুধি ফুৰে ।
ব'ব নাজানে, কাটিব নাজানে, লোকৰ শালে-শালে ঘূৰে ॥

১১৭। ৰান্ধিব নাজানে বাঢ়িব নাজানে খৰি মুঠা-মুঠে পোৰে ।
ব'ব নাজানে কাটিব নাজানে লোকৰ শালে-শালে ফুৰে ॥

১১৮। ৰাইজ ঔ বজাৰ শৰণ।
ঘৈণীয়েকে পোৰা মাছ খায় বোন্দাৰ মৰণ ॥

১১৯। ৰান্ধনি ঘৰত নাবাজে পটা ।
তাৰ ঘৰত কিহৰ বন্ধা-বঢ়া ॥

১২০। ৰাজ-লক্ষ্মী ৰাজ-গৃহে।
গৃহ-লক্ষ্মী গৃহে-গৃহে ॥

১২১। ৰাতি দিনে নাও বাওঁ ।
তিয় আল্লা তলক যাওঁ ॥

১২২। ৰাতি আনি দিনত খাওঁ ।
কোন চালাৰ খুজিব যাওঁ ॥

১২৩। ৰাতি দিনে নাও বাওঁ ।
কোন চালাৰ খুজি খাওঁ ॥

১২৪। ৰাত্রিৰ শেষে ঘিটো পিয়য় পানী ।
তাৰ চিৰকাল সুস্থ জানি ॥

ৰূপা, সোণা, হীৰাৰ মূল্য।
গঙ্গাৰ জলত নাহিকে তুল্য ॥
যি জনে যত পাপ আচৰে।
পৰ ধন পৰ নাৰীক হৰে ॥
যদি গঙ্গা গৈয়া স্নান কৰে।
সকল পাতক তেখনে হৰে ॥

১২৫। ৰাম কহ ৰাম কহ।
ভিতৰত আজলি আজলি, বাহিৰত পহ্-পহ্ ॥

১২৬। ৰান্ধনি হয় যদি বিমুখ।
খাওঁতাৰ বা কিবা সুখ ॥

১২৭। ৰাহুৰ আদি শনিৰ শেষ।
যদি নেমাৰে ভ্ৰমায় দেশ ॥

১২৮। ৰাণ্ড, ৰাণ্ড, নাৰী।
এই তিনি কাগজৰ (?) বৈৰী ॥

১২৯। ৰাজহাঁহে কণী দিয়ে আৰু দিয়ে পাখি।
কেঞ্জা বন নাশে বুলি লোকে দিয়ে সাক্ষী ॥

১৩০। ৰান্ধন শালত নাবাজে পটা।
স্নান অৱসৰে নভৈল ফোঁটা ॥
শীত কালে যাৰ নভৈল বস্ত্ৰ।
যুদ্ধ সময়ত ঢুকাইল অস্ত্ৰ ॥
যজ্ঞ অৱসানে নাই দক্ষিণা।
বোলন্ত ডাকে পাঞো বিড়ম্বনা ॥

১৩১। ৰাগ নাজানি গাই গীত।
পৰৰ নাৰীত সদায় চিত ॥

১৩২। ৰাম, কৃষ্ণ, গোপাল, গোবিন্দ চাৰি চলি পাত।
সোলকে-পাজৰে গজাল মাৰে তাত।
চেনেহ শ্ৰদ্ধা মৰম প্ৰীতি গজাল নাই তাত ॥* (* জ্যোতিকতাৰা)

১৩৩। বাঁজিতে সাজিলা ঘৰ, ভাঁহাত বহিলা।
বালিচাহী আছি পাচে ঢোলক বজালা॥*

(* ভকতীয়া)

১৩৪। বান্ধিব নালাগে, বাঢ়িব নালাগে, জুইত নেদে ফুই।
তিনতেলনি মাৰি খাই ওলাল, শ্যাম-ক'লা যেন ছুই॥*

*(ভকতীয়া)

১৩৫। ৰাজ-পথে গৈয়া যিটো ছাবিত সোমায়।
তেতিয়াহে জাতিকুল সবাকে ৰাখয়॥*

(* ভকতীয়া)

১৩৬। ৰাম নামে কাম নাই, কৃষ্ণ নামে মৰা।
হৰি নামে গতি নাই, কোন নামে তৰা॥*

(* ভকতীয়া)

১৩৭। ৰিহাত পচুমৰ চকা। বাপেৰৰ ধনেৰে কিনো দল বান্ধিলা,
বচনে এহেজাৰ টকা॥

১৩৮। ৰিব্-ৰিব্ বাৰ্-বাৰ্ বতাহ বলাই।
আজি বুঢ়া শহুৰ বাজলৈ নোলাই॥

১৩৯। ৰিব্-ৰিব্ বাৰ্-বাৰ্ বতাহ বলাই।
আজি দেখোন গোহাঁই দেউ বাজলৈ নোলাই।
ফুট্ ফুট্ ফাট্ ফাট, যাওকে ফুটি।
তেতিয়াহে যাম মই বাজলৈ উঠি॥*

(* সাধুকথা)

১৪০। ৰিহা লাগে কেঁচ বছা।
দৰা লাগে মনে বছা॥

১৪১। ৰুলো শিলিখা ফল।
শিপা নাযায় মাটিৰ তল।

১৪২। ৰুৱৰ দিনত শুৱৰ বতৰ।
দাৱৰ দিনত খাবৰ বতৰ॥

১৪৩। কৰি খাই গলো ৰূপৰে টেমীটি ৰুকি লৈ গ'লো চূণ।
জাজালাৱাৰ লৰাতে সজাত নকৰিবা,
বেগেতাই পাহৰে গুণ ॥

১৪৪। ৰুলে বগৰী লাগে।
নুকৰুলে বগৰী পৰক মাগে ॥

১৪৫। ৰুলে ভোল, গজিল কোৱাভাতুৰী পুলি।
কাকৰ বাহত কুলিৰ কণী, ফুকালে কণা বাহুলী ॥*

( * ভকতীয়া )

১৪৬। ৰূপকে চাবানে গুণকে চাবা, যেন সৰগৰ তৰা।
অইন একোকে নিন্দিব নোৱাৰি, নাকটোহে অলপ খঁৰা ॥

১৪৭। ৰূপ হলে সোণ।
সোণ হলে ৰজাৰ জীয়ৰীও পোন ॥

১৪৮। ৰূপে ঢলি ঢলি পৰে, সোণে ঢলি ঢলি পৰে।
চাই থাকোঁতে বাতি আহোঁ যেন কৰে ॥

১৪৯। ৰৈচত পেঁচ।
ধানপূৰা দি কঁকালটো হেঁচ ॥

১৫০। ৰৈচত লাগিল পেঁচ জানিবা নিশ্চয়।
চাবি কড়া কড়ি লৈ কঁকাল হেঁচয় ॥

১৫১। বৈ বৈ ঘূৰিলে মিলিটেৰী গাৰীখন,
যমকি ঘূৰিলে যঁতৰ।
তুমি যে সোণটি মৰিব পাৰিলা,
লৰগৈ নোৱাৰিলো খবৰ ( বা-আমিনো সুমথিৰা কিহৰ ) ॥

১৫২। ৰোৱে বগৰী ওঠৰ মাহত লাগে।
নোৰোৱে বগৰী আনত মাগে ॥

১৫৩। ৰোহ কৰিলে ঠেঁহ কৰিলে জিকা দিলে ভাতত।
টপ্ টপ্কৈ খাই গ'ল এটিও নেৰিলে পাতত ॥

১৫৪। বোটোক্ টোকাও।
শেন মেলি চকুত খোটাওঁ ॥

১৫৫। বোহ কৰি নাথায় বালকজন।
দুখ পায় সৰ্ব্বক্ষণ ॥

১৫৬। ৰোগী তুষ্ট অম্বলে।
সন্ন্যাসী তুষ্ট কম্বলে ॥

১৫৭। ৰোগী জনৰ পইথ নুৰুচে।
যুৱতী নাৰীয়ে বুঢ়াক নাহি ইচ্ছে ॥

১৫৮। ৰোগীৰ অক্ষৰ গ্ৰহে গণিয়া।
তিনিবাৰ লৈব সম কৰিয়া।
বসু দিয়া তাক কৰিব ভাগ।
জীৱন মৰণ পাইবে লাগ ॥

১৫৯। ৰৌ ৰবালিলৈ আশা নাই ॥
দৰিকণালৈ বৰশী বায় ॥

১৬০। ৰৌদ্ৰত কাটি থৰে শুকাই।
বৰ্ষা চাৰি মাসে বসিয়া খাই।
কড়া কড়া কৰি সাঞ্চয় ধন।
ৰাখিব বিশ্বাস কৰি যতন ॥
স্বামীৰ সেৱা গধূলি মাতি।
ডাকে বোলে সেই লক্ষ্মী জাতি ॥

১৬১। ৰৌৰ মূৰত কুকুৰাৰ বাহ, কুকুৱাই কিমতে জীয়ে।
বেজীৰ মূৰতে ৰান্ধনে-বাঢ়নে উধানে কি কাপোৰ সিয়ে ॥*

( * ভকতীয়া )

১৬২। ৰৌ মাছে কণী দিলে গছৰ আগত।
চিলনীয়ে কিবা খায় এন্দুৰা দিনত ॥*

( * ভকতীয়া )

১৬৩। বৌ মৰে জাপত।
কুকুৰা মৰে থাপত ॥
বণ্ডা এৰি কলা ধৰে
সংসাৰ-যাতনা ভুঞ্জিয়া মৰে ॥*

(* ভকতীয়া)

# ল

১। লগুণ-গাঁঠি দিয়া।
২। লতা-পতা লগা।
৩। লফা দোৱা।
৪। লৰত ফেঁটী সাপৰ মূৰ ছিঙা (বা ছিগা)।
৫। লৰা ভুককিওৱা।
৬। লৰাই পানী পেলায় বৰে পিছলি পৰে।
৭। ল'ৰা-মাইকীয়েহে বুজে ল'ৰাৰ মোল।
৮। ল'ৰা ধান, ছোৱালী পতান।
৯। লগ হলে লঙ্কালৈকো যাব পাৰি।
১০। লচ্-পচ্ ঘৈণীৰ খচ্মচ্ বন।
১১। লৰি থকা কেঁকোৰাৰ তেল নধৰে।
১২। লয়ে-লস্কৰে, খেকাৰে শেঙুনে মোৰ পোৰ সমান নাই।
১৩। লঘু পাপত গুৰু শাস্তি (লঘু পাপত গুৰু দণ্ড)।
১৪। ল'ৰাই হাঁহিলে হাঁহিৰা, ল'ৰাই কান্দিলে কান্দিৰা।
১৫। লঙ্কা কাণ্ড।
১৬। লঙ্কালৈ যি যায় সিয়েই ৰাৱণ হয়।
১৭। লঙ্কা পালে সকলো ৰাক্ষস হয়।
১৮। ল'ৰা-ছোৱালীৰ পৰাও এতাৰি হ'ব লাগে।

১৯। ল'ৰা মৰি স'ৰাৰ গুৰি পালে।
২০। লৰালৰি বেলিকা জোলোঙাত জাপি নোসোমায়।
২১। লাওৰে লাওৰে পানী খোৱা।
২২। লাওপাত কচুপাত।
২৩। লাওমান কচুমান, যঁতৰেও ৰাও ৰাও কৰে।
২৪। লাও ডাঙৰ হলেও পাতৰ তল।
২৫। লালুকীলৈ তপত পানী নেলাগে।
২৬। লাখুটি লোৱাকে বুঢ়া বোলে।
২৭। লাগি থাকিলে মাগি নেখায়।
২৮। লাজুকা বামুণ, কন্থৰা চোৰ।
২৯। লাই পোৱা কুকুৰে গললৈ জপিয়ায়।
৩০। লাভ হওক ছাৰি মূলৰো হতাহতি।
৩১। লাও চিকুটি বুঢ়া কৰা।
৩২। লাটচাহাব।
৩৩। লাখ কথাৰ এক কথা।*

(* সাধুকথা)

৩৪। লাই দিলে ল'ৰা গুচে।
৩৫। লাও পাতলৈ ৰৰা বনা।
৩৬। লুইত ফুৰিলে গাটি চিকুণ হয়।
৩৭। লুইতেহে জানে ব'ঠা কিমানলৈ বহে।
৩৮। লুইতত বালি-ভেঁটা দিয়া।
৩৯। লুকাইহে ৰবীয়া, দেখাই নহয়।
৪০। লুকমা হাবিতহে বাঘ থাকে।
৪১। লেকুলৌ পকৰা।
৪২। লেখত হোৱা জোখত নোহোৱা।
৪৩। লেধাই-শামুকে বোলে মৱো পাঞ্চজন্য শঙ্খৰ বংশ।
৪৪। লেনী ভাদৈ।

৪৫। লেনী ভাদে, পকা কৰ্দ্দে ।

৪৬। লেদেনা ওকটা ।

৪৭। লেজুত ধৰি বল নিদিয়া ।

৪৮। লেবেলা হাঁহৰ লোঠোৰা কণী ।

৪৯। লেবেলা-সাদৰ দেখুওৱা ।

৫০। লৈ লৰমৰাও নহয়, দলিয়াই পেলোৱাও নহয় ।

৫১। লোণ খুটি ভাত খোৱা ।

৫২। লোণ-পাত চেলেকোৱা ।

৫৩। লোণ চেলেকাই হাত কৰা ।

৫৪। লোভে বেং, অপচয়ে ঠেং ।

৫৫। লোণ-ভাৰ থৈ মাটি-ভাৰ আন ।

৫৬। লোহাৰ কৰাই খাই পচলাত দাঁত ভঙা ।

৫৭। লোণ দানে সোণ দানে সমান ।

৫৮। লোভে পাপ, পাপেই মৃত্যু ।

৫৯। লোভ অনৰ্থৰ মূল ।

৬০। লোম চায় কমলি ( কম্বল ) ।

৬১। লোণ নহলে থেকেৰা কুটাৰ কি প্ৰয়োজন ।

৬২। লৌ-লৌ বিঢ়া ওকণী ।

৬৩। লৌহ ভীম ( লৌহ ভীম চূৰ্ণ কৰা ) ।

৬৪। লগ্নৰ লগত শনিৰ মেলা ।
সকলে কাৰ্য্যত কৰাৰে হেলা ॥

৬৫। লঘু হলো লঘুৰ সঙ্গে ।
মৰিলো সপতি ভঙ্গে ॥

৬৬। লৰাৰ যিমান ভাগৰ ।
খেদাৰো সিমান ভাগৰ ॥

৬৭। ল'ৰাই কচু খায় ।
আপুনি এৰিব সোৱাদ পায় ॥

৬৮। লৰে-চৰে পৰব খায়।
নলৰে-নচৰে ঘৰৰ খায় ॥

৬৯। ল'ৰা-মাইকীৰ ল'ৰা নলবা।
মুগা-চোমনীয়াৰ ধেনু নধৰিবা ॥

৭০। লৰটোত থৰটো।
ডোবাটোত মুঠিটো ॥

৭১। ল'ৰাক চাবা, বুঢ়াক চাবা।
মৰিলে বুঢ়াক লগ নাপাবা ॥

৭২। লচ্‌পচ্‌ কটাৰী খচ্‌মচ্‌ কাটে, দৰিকী-সজীয়া পাণ।
এখন তামোলত বাখৰ খটাইছে লাখ টকাৰ মান ॥

৭৩। লগ হৈ মৰিলে বগ।
জাউতী-যুগীয়া অকলশৰীয়া ক'ত পামগৈ লগ ॥

৭৪। ল'ৰা নষ্ট হাটত।
বোৱাৰী নষ্ট ঘাটত ॥

৭৫। লগৰ বুঢ়ীয়ে পিণ্ড পায়।
মইনো কি আছোঁ চায় ॥

৭৬। লগোৱা কাপোৰক নকৰিবা ভয়।
আঙ্গুলক আঙ্গুলে যাব ক্ষয় ॥

৭৭। লৰাৰ নিষ্ফল আগত আছে নৈ।
তিৰীৰ নিষ্ফল পাটীত নাই পৈ ॥
গোচৰত নিষ্ফল বকৱাই নকৰে কাণ।
খেতিৰ নিষ্ফল পথাৰত নহয় ধান ॥

৭৮। লঘোণত নাথাকিবা কাতিমহীয়া ৰাতি।
প্ৰবাসলৈ নিনিবা ফেট্‌লেণ্ডা বাটি ॥

৭৯। লগৰীয়াই বগৰী খায়।
কিনো অপৰাধী হ'লো লগৰীয়াৰ জাপি আঁৰ দি যায় ॥

৮০। ললাটৰ লিখন।
নাযায় খণ্ডন॥

৮১। লগৰ নে ভাগৰ।
চুৱাপাতৰ আগৰ॥

৮২। ল'ৰাই ল'ৰাই কথা পাতে কথাই পতি দ্বন্দ্ব।
তিৰুতাই তিৰুতাই কথা কয় কথাৰ নাই ছন্দ॥

৮৩। ল ল নদীৰ কূল ল।
ল ল জ্ঞানীৰ ( জ্ঞাতিৰ ) সঙ্গ ল॥

৮৪। লাগনী নহলে জুই নজলে।
টুটকীয়া নহলে গাওঁ নবহে॥

৮৫। লাজ হ'লো হ'লো, লঘু হ'লো হ'লো।
বাৰটা ছলিৰ মাইকী হৈ পাটীত মুতি থ'লো॥
( একুৰি লৰাৰ মাইকী হৈ পাটীত কিবা কৈ থ'লো )।

৮৬। লাহতী মৰিছে লাহত।
পৈয়েক মৰিছে হেতুলিয়া কাহত॥

৮৭। লাভৰ ঘিট্ ঘিট্ মুখৰ চালত।
বাইৰ মেখেলা ভিনিহিৰ কাণত॥

৮৮। লাজত নবয় ভাৰ।
জোলোঙাই ভাঙে কামী-হাড়॥

৮৯। লাগী তিৰুতাই শিতানত পাদে।
গিৰীয়েকে বোলে মৃদংটোহে বাজে॥

৯০। লাগীয়ে ভাঙিলে কাঁহী।
পেলালে মিচিকিয়াই হাঁহি॥

৯১। লাগে তামোল নালাগে।
নালাগে তামোল লাগে॥

৯২। লাজতে মৰে হাত পাতি ধৰে।
একাঁহী ভাতক এগৰাহ কৰে॥

৯৩। লাজত কাজ হেৰায়।
টোপনিত ( ঘুমটিত ) ভাত হেৰায় ॥

৯৪। লাহ গ'ল বাহ গ'ল বৈষ্ণৱ লোক।
সবাহলৈ যাব লাগে পাৰ কৰা মোক ॥

৯৫। লাও কোটোৰাৰ কটিত বিন্ধা।
আপোনাক এৰি পৰক নিন্দা ॥

৯৬। লাগিলে সৰে।
উপজিলে মৰে ॥

৯৭। লাই মৰিল আলে-জালে, লফা মৰিল খৰে।
এচাং ধান পানী কৰিলে কুঁহকুহীয়া জৰে ॥

৯৮। লাহে বান্ধি লাহে খাম।
আজি নক কালি খাম ॥*

( * নক=নোখাওঁ। )

৯৯। লা দি গঢ়িলো দা।
গাৰ কাপোৰ দি বৰমানুহ কৰিলো, তাৰ প্ৰতাপটো চা ॥

১০০। লাই-লেচাই মকৰা।
কাণ-কাটী পকৰা ॥

১০১। লাটিম বকৰাক খাটিম, লাগে চাবি কড়া ভৰিম।
তেওঁ তোৰে ( তাইৰে ) সতিনী খাটিম ॥

১০২। লাজ নাই তিৰী, লাজ নাই মিৰি।
লাজ নাই ধতুৰা-গিৰী ॥

১০৩। লাও ফুল থিয়া থিয়া।
বাপু যায় ছত্ৰ ধৰিয়া ॥

১০৪। লাজত স্ত্ৰী চৰমত মৰে।
একাঁহী ভাতক এগৰাহ কৰে ॥

১০৫। লাখ টকাৰ ভাই।
মনত ঘি নাই ঘৰতো নাই ॥

১০৬। লাও, জলকীয়া, বেঙেনাত ছাই।
তেহে শস্যে বল পাই ॥

১০৭। লাখুটি বিটিং টং।
মাজ পথাৰত লাখুটি হেৰাল, বিচাৰিবলৈ যং ॥*

( * ভকতীয়া )

১০৮। লাহেকৈ কাটিবা ঘনকৈ খাবা।
তেহে তামোলৰ জুটি পাবা ॥

১০৯। লিখনে চিকুণ কাপ।
বাৰীৰ চিকুণ ঢাপ ॥

১১০। লিখা-পঢ়া শিকে যেয়ে।
ঘোঁৰা-গাৰীত উঠে সেয়ে ॥*

( * অসমীয়া পঞ্চম পৰা )

১১১। লিবে, পিৰে, শিৰে।
এই তিনি প্ৰাণীৰ ওপৰত জীয়ে ॥

১১২। লিঙ্গ গোট কাটি সিটো পেৰাত ভৰায়।
তেতিয়াহে খেতি কৰিবাক চলি যায় ॥*

( * ভকতীয়া )

১১৩। লুহে আৰু কুহে।
ধনাই আৰু ভুৰাই ॥

১১৪। লুইত দিহিং ভটিয়াই বৈছে।
আহিব যশস্যা উজাই গৈছে ॥

১১৫। লুৰা টান, লুৰা টান।
তাতোকৈ যায় টান, তাৰহে ধন ॥

১১৬। লেখত আছে জোখত নাই, সাতজনী তিৰী।
ভাত খাই পাচি পাচি গোবৰ পেলাবৰ গিৰী ॥

১১৭। লেখা পঢ়া বৰ্জ্জিত।
হৰমোহন পণ্ডিত ॥

১১৮। লেনী ভাদৈ, পকা কৰ্দ্দৈ, খোলাত দিলে পুঠী।
লৰমাৰিলে উঠি॥

১১৯। লেনিয়াই লেনিয়াই জিকা দিলে ভাতত।
খাব নোৱাৰা গোসাঁয়ে এটিও নেৰিলে পাটত॥

১২০। লেৰৰ পো লেৰ।
যেতিয়া আহিব বতাহ-বৰষুণ তেতিয়া কাটিব খেৰ॥

১২১। লেনী আগত, পৈয়েক পাচত।
লেনী উঠিছে বৰগছত॥

১২২। লেখা পঢ়াৰ নাই কাজ।
মাছ মাৰি খাবা সাজ॥

১২৩। লেহীৰ তিৰীয়ে কি গীত জানে।
সাতোহাল মেঘে বৰষুণ আনে॥

১২৪। লেহেতীয়াই বুজে কিবা যুৱতীৰ কোল।
বৰলাই পাই কিবা বিয়াকৰ্ণাৰ মোল॥

১২৫। লৈ পানী কলহ থ লিগিৰী, লৈ পানী কলহ থ।
আনৰ বাতৰি থ কাতি কৰি, স্বামীৰ বাতৰি ল॥

১২৬। লোকৰ আহ লোকৰ বাহ।
নাকটো কাটি ( কাটোঁ ) চাপি আহ॥

১২৭। লোকৰ মৰে উজাই।
আমাৰ মৰে ভটিয়াই॥

১২৮। লোকৰ পৈ পৰে আক মৰে।
আমাৰ পৈ লেলেতীয়া।
মেখেলাৰে বিচি কৰোঁ হৰষীয়া,
তেওঁ পৈ নপতিয়া॥

১২৯। লোকৰ বাৰীৰ লাই চকতে তৰে-তৰাই।
নিজৰ বাৰীৰ লাই চকতে ভৰে-ভৰাই॥

১৩০। লোকবটি খুৱাই-বুৱাই কোলাত লবা,
ঘূৰি বুলিব তাই।
নিজবটি মাৰি-ধৰি বাটত থবা,
তথাপি বুলিব আই॥

১৩১। লোকৰ কোঁচত কৰাই।
নিজৰ হাতত পৰিলেহে মৰ্‌মৰাই॥

১৩২। লোকৰ সবাহলৈ যাবা।
আমাৰ দিয়ন্‌-থোৱন্‌ চাবা॥

১৩৩। লোহাৰৰ লগত অগ্নিয়ে মাৰ খাই।
কমাৰৰ গাত কিন্তু একো দোষ নাই॥

১৩৪। লোণ ঢুকায় চাকোঁতে।
তেল ঢুকায় বাকোঁতে॥

১৩৫। লোণে-আম্‌লখী খালো।
কোনোবা জনমত তপস্যা সাধিলো,
ভোলানাথ পুৰুষক পালো॥

১৩৬। লোকৰ পো মোৰ লৰা।
খাওঁতে বোপাই বোলা॥

১৩৭। লোকক দেখুৱাই কান্দে-কাটে।
গছকি গছকি জপা বান্ধে॥

১৩৮। লোকলৈ ছল পুতি।
নিজে মৰে ফুটি॥

১৩৯। লোণ জালুকেৰে খুৱাব জাল।
ভেৰে গুনে বস হৈৰেক ভাল॥

১৪০। লোভে-মোহে পাতি আছে জেঙা।
ববযুণত টানি মৰে ফেঙা॥*

(* ভকতীয়া)

১৪১। লোৱে নাম গ'ল উবি।
নামৰ নহল আগ-গুৰি ॥*

(* তকতীয়া)

১৪২। লৌহ বাকলি ছাল।
সাতোটা সম্বন্ধৰ এটাও নাপালো
ঢেঁকীটোও নাপালো ভাল ॥

## শ

১। শকুনিৰ মন্ত্ৰ লোৱা।
২। শ খোৱা শগুণ।
৩। শঠা-মিতিৰ পতা।
৪। শক্ৰক বৰপীৰা দিয়া।
৫। শদিয়াৰ পৰা ধুবুৰীলৈ।
৬। শনাইত সুতীক্ষ্ণ শৰ।
৭। শনিয়ে পোৱা।
৮। শ'লঠেকত পৰা।
৯। শলাগোঁতে শলাগোঁতে শলাগাঁঠি লগা।
১০। শ'লমাৰি ভঙা।
১১। শহাকণীয়া।
১২। শহো নহয় পৰৰ, ছলিও নহয় পৰৰ।
১৩। শক্তিশেলত পৰা।
১৪। শক্তি চাইহে ভক্তি।
১৫। শগুণৰ শাৱত বুঢ়া গৰু নমৰে।
১৬। শাহুৰী খাটিব লাগিলে গালি-শপনিলৈ
ভয় কৰিলে কি হ'ব।

১৭। শত্ৰুৰ মুখত ছাই পৰা ( বা ছাই দিয়া )।

১৮। শঠে শাঠ্যং সমাচৰেৎ।

১৯। শনৈঃ পন্থা, শনৈঃ কন্থা, শনৈঃ পৰ্ব্বত লঙ্ঘনম্।

২০। শত্ৰুৰ শেষ ৰাখিব নাপায়।

২১। শকুনি মামা।

২২। শনিৰ দৃষ্টি পৰা।

২৩। শ থাকোঁতে কুশণ্ডিকা।

২৪। শ থাকোঁতে জুগুঠি নোপোৱে।

২৫। শৰীৰমাদ্যং খলু ধৰ্ম্ম সাধনম্।

২৬। শনিপতীয়া।

২৭। শত্ৰু যেনকৈ বান্ধিবা, মিত্ৰ যেনকৈ নিবা।

২৮। শত্ৰুৰ ছাগলিৰ কাণ মূচৰিলে গা জুৰ পৰে।

২৯। শত্ৰুৰ তেজ বঢ়াই থবলৈ ভাল নহয়।

৩০। শাকে-সেন্দুৰে যোৱা।

৩১। শামুকৰ শাহ।

৩২। শালক শিঙীয়ে ঘিংণোৱা।

৩৩। শালৰ হাতী মুকলি হোৱা।

৩৪। শালৰ মাজত শিঙী।

৩৫। শামুকৰ পেটত মাণিক ওপজা।

৩৬। শাক বান্ধিবলৈ নাজানে ভোজ বান্ধিবলৈ যায়।

৩৭। শাওণত বোৱা কল বান্দৰে খাই শেষ কৰিব নোৱাৰে।

৩৮। শাক দি মাছ ঢকা।

৩৯। শালিকাই ( ভেলীয়া সাৰেঙ্গ ) চোঁচোঁতে-
মাজোঁতে ফেচু বজাই হ'ল।

৪০। শামুকে কি জানে মাণিকৰ মোল।

৪১। শিশুপাল খেদা।

৪২। শিয়ালৰ শিং।

৪৩। শিয়াল-বাগি দিয়া।

৪৪। শিৰ চাই টোকৰ মৰা।

৪৫। শিলত মূৰ আফলা।

৪৬। শিল চিকুটিলে নখতহে দুখ পায়।

৪৭। শিল খঁহিলে পানী নোলায়।

৪৮। শিয়ালৰ জাক জাক, সিংহৰ এটা।

৪৯। শিয়ালৰ কাণত মণ্ডহৰ ভাৰ।

৫০। শিৰঃ নাস্তি শিৰঃ পীড়া।

৫১। শীতল সন্নিপাত।

৫২। শুকান জেওৰাৰ ৰস উলিওৱা।

৫৩। শুনা কথা বিপৰীত।

৫৪। শুদা নৰাত টং ( টঙি ) দিয়াৰ কি ফল।

৫৫। শুই থকা শিয়ালে হাঁহ ধৰিব নোৱাৰে।

৫৬। শুকান বালি তিয়াব নোৱাৰি।

৫৭। শুভস্য শীঘ্ৰম্।

৫৮। শুকুলা হাতী পোঁহা।

৫৯। শুকুলা হাতী।

৬০। শুম্ভ-নিশুম্ভৰ যুদ্ধ।

৬১। শুই থকা কুকুৰক জগাই নলব।

৬২। শুঁৰীৰ সাক্ষী মাতোৱাল।

৬৩। শূদিৰৰ পঢ়ুৱা ( পকৱা )।

৬৪। শূৰ্পনখাৰ নাক-কাণ কটা।

৬৫। শেনৰ এজাত ( একজাত )।

৬৬। শেষ ভালেই সকলো ভাল।

৬৭। শেনটো অহাদি আহি ফেঁচা হৈ যোৱা।

৬৮। শেওৰা ( স'ৰা ? ) দুপতীয়া নৌহওঁতেই যখিনীয়ে বাহ লোৱা।

৬৯। শেঠ শেঠ গোবিন্দ, চিৰা খাবা আৰু যাবা।

৭০। শোবৰ ( শোভৰ ) আহুদি।

৭১। শোটোৰা গালত থিয় খোপা।

৭২। শ্ৰম বিশেষে ফল বিশেষ।

৭৩। শ্ৰীবৎসৰ পোৰা মাছ।

৭৪। শহ চিকুণ পৰৰ।
গো চিকুণ ঘৰৰ॥

৭৫। শপতৰ লৰচৰ পৰৰ মূৰ খায়।
সম্বন্ধৰ লৰচৰ শালপতিৰ ভাই॥

৭৬। শহুৰ বুঢ়া। দিছোঁ মূঢ়া॥
শাহুৰ মান। দিছোঁ কাণ॥
দেওৰ ইচ্ছা। দিছোঁ ফিচা॥
স্বামী গুৰু। দিছোঁ পেটু-ভুৰু॥
মই তিৰী অনাচাৰী। মাজডোখৰৰ গিৰী॥*

( * সাধুকথা )

৭৭। শনিবৰীয়া তই।
কিনো কৰিম মই॥

৭৮। শৰদত মৌ পিয়া।
কেঁচা গেৰ্‌গেৰীয়া॥

৭৯। শহুৰ গৈছে পহু মাৰিবলৈ, শাহুৱে ধুইছে চৰু।
পাই-কি-নাপাই বনৰ পহু, মাৰিছে গোহালিৰ গৰু॥

৮০। শইচো টুটিল, মইচো টুটিল, টুটিল বিৰিখৰ গুটি।
ভাল ভাল লোকৰ বাইক টুটিল, টুটিল ধৰমৰ খুঁটি॥

৮১। শৰীৰৰ ৰত্নবান ফুৰে পোহৰাই।
আন্ধাৰতো খুজি পাই লুকন নাযায়॥

৮২। শনিবাৰৰ দিনা কুলক্ষণ লাগিলে।
সূতা মোৰোৱা তেলোঠাটো মাজতে ভাগিলে॥

৮৩। শক্তি ইচ্ছাই ভক্তি।
পাখা ইচ্ছাই কণ্ঠি ॥*

(* কণ্ঠি = কপৌ)

৮৪। শনিৰ আদি ৰাহুৰ শেষ।
যদি নামাৰে ভ্ৰমায় দেশ ॥

৮৫। শলাগিলো ভাল।
ভাল নহয় যমকাল ॥

৮৬। শনি ফাটে-ফুটে।
মঙ্গলে আও টুটে ॥

৮৭। শৰণ লাগিলে নাসাজি ঘৰ।
অগ্নিত ভয় ধানৰ খৰ ॥

৮৮। শগুণী চেঁচাঁয় শগুণ পথে চাই।
বাপেকৰ উদৰত তিনি পুত্ৰ হয় ॥*

(* ভকতীয়া)

৮৯। শশাৰ শিঙ্গক লৈ ঢাকক বজাই গৈ,
চাউল যেন পিম্পৰাই চালে।
মহৰ নাৰীক লৈয়া,
তিনিলোক ভেদি গৈয়া জেমুকৰ হাড়ক কোৰালে ॥*

(* ভকতীয়া)

৯০। শাহুৰ-শহুৰৰ ঘৰ।
বৈকুণ্ঠ নগৰ ॥

৯১। শাকত নাথায় লোণ।
পিটিকাত যায় তিনিগুণ ॥

৯২। শাকে-শোকোতাই হুসাঁজি খাবা।
বুঢ়াই-ঠেৰাই হুহালি বাবা ॥

৯৩। শালক শিঙ্গীয়ে হাঁহে।
তয়ো একাজী, ময়ো একাজী, ভালেতো গৰাকী নাহে ॥

৯৪। শাক ৰান্ধিবলৈ নহয় কাজী।
বনভোজ ৰান্ধিবলৈ ওলায় সাজি-কাচি ॥

৯৫। শাকে-শোকোতাই ভক্ষণ।
সেয়েহে পুৰুষৰ লক্ষণ ॥

৯৬। শাল, শিঙৰি, কবৈৰ একাল।
ইকৰাই বোলে মই নিতিতিলে যাম কত কাল ॥

৯৭। শাহু-বোৱাৰীৰ ঘৰ।
কোনে খায় গাখীৰৰ সৰ ॥

৯৮। শাহুৰী কেনে।
লোনে আম্‌লখী যেনে ॥

৯৯। শাহুৰে সোন্দাকল খায়।
আপুনি যেনে জোঁৱাই-ভতৰী, লোককো সেইদৰে চায় ॥

১০০। শাহু-বোৱাৰীৰ মাজত এঘাৰটা পৈ।
কথমপি আছে শান্তি ধৰ্ম্ম বৈ ॥

১০১। শাহুৰ্ব লাই-মাত পালো।
বছেৰেকৰ মূৰত কটাৰ জী বুলিলে,
স্বৰগখন হাততে পালো ॥

১০২। শাহু হ'লে আহুকাল, পুত্ৰ হ'লে যমকাল,
মতাহলে ঘোচামৰ জৰী।
গাভৰু কালতে ফুৰিল, খাইল,
মায়াৰ ডোলত নিদিবি ভৰি ॥

১০৩। শাওণৰ কঠীয়া নহয় ধান।
আহিনৰ গোছা বিফলে যান।

১০৪। শাকত টেঙা বেঙেনাত জোল।
অমৃত মথিলে ওলাই ঘোল ॥

১০৫। শাহিথা* বাহৰ* বুৰেনী।
ভৌথা* শাকৰ বান্ধনী ॥*

( * শাহিথা=লেবেঙা। * বাহৰ=ধাঁচৰ।
* ভৌথা=এবিধ শাক। )

১০৬। শাকৰ খাৰি ভৌথা।
পছুৰ খাবি খইতা ॥*

( * খইতা=খটীয়া। )

১০৭। শাক-শুকলতি দিনত বাছে।
সি ঘৰত জানিবা লখিমী আছে ॥

১০৮। শাল, সোণাৰু, কহিৰৰ এফাল।
ইকৰাই ঘোলে মই ।নতিতিলে যাওঁ কতকাল।

১০৯। শাল মাছ দেৱৰ বলি।
সি মাতে ভেদেঙী বুলি ॥

১১০। শাল, শিঙ্গী, শুৱাৰ।
এই তিনি ভক্তিৰ দুৱাৰ ॥*

( * ভকতীয়া )

১১১। শাশুৰীত পুছি কৰে আয়-ব্যয়।
সেই নাৰীক সদা লক্ষ্মী নেৰয় ॥

১১২। শাল, শিঙী দুয়ো হ'ল ভকত।
কুঁচিয়া আতাক তুমি আনিয়ো লগত ॥*

( * ভকতীয়া )

১১৩। শালিকা চৰায়ে পাচে শেনক ধৰিলা।
তপস্বীৰ গায়ে পৰি চিলনী কান্দিলা ॥*

( * ভকতীয়া )

১১৪। শাহুৰ লৰবৰ শহুৰ লৰবৰ যে ছোটকৈ সৰু।
যিহে বজা বোল বুজে সিও পালৰ গৰু ॥*

( * ভকতীয়া )

১১৫। শিঙৰা মাছৰ ওভোতা কাঁইট ।
বহাগ মহীয়া জোঁৱাইক মাত ॥

১১৬। শিকিছিলি ক'ত ।
ঠেকিছিলো য'ত ॥

১১৭। শিল খাই গুৰি কৰিলো ।
পচলাত দাঁত ভাঙিলো ॥

১১৮। শিশুকাল গ'ল উমলি-যামলি, যুবকাল গ'ল হেলে ।
বৃদ্ধকাল গ'ল গুণোতে-গাথোঁতে,
হৰি নাম লবা কোন কালে ॥

১১৯। শিমেলিৰ কৰ দেখি ।
তাকে আছে পখি ৰাখি ।*

( * শিমেলি = শিমলুগছ )

১২০। শিকাই-বুজাই হাটলৈ যায় ।
আহি দেখে চকত খায় ॥

১২১। শিকাই-বুজাই নাপাওঁ দিহ ।
খাই মৰোঁ বৰবিহ ॥

১২২। শিয়ালে কৰিলে হোৱা, জোঁৱাই পিঠাগুৰি খোৱা ।
নাখাওঁ মই শাহু আই জীয়েৰক উলিয়াই দিয়া ॥

১২৩। শিং ভঙ্গা গৰু সুযুৰি হালে ।
ৰঙ্গা বৰণীয়াক যুৰিয়ো হালে ॥
কাল-বলদক যতনে যুৰি ।
আঁজুৰিব জোৰা দুই দামুৰী ॥

১২৪। শিলা গোট উটি যায় পানীৰ ওপৰে ।
তাতে বহি গীত গায় গায়নে-বায়নে ॥*

( * ভকতীয়া )

১২৫। শিলা তৰতি পানীয়ং, গীতং গায়ন্তি বানৰা ॥*

( * ভকতীয়া )

১২৬। শিৰ নাই কৰ নাই অস্থি তাৰ নাই।
তথাপি মনুষ্য খাই থাকন্ত সদায় ॥*

(* ভকতীয়া)

১২৭। শিৰ গোট থৈয়া যায় কাটিয়া আপুনি।
পুনৰপি শিৰ লগাই হোৱে মহামুনি ॥*

(* ভকতীয়া)

১২৮। শীত কালত যাৰ নাহিকে ঘগ্ৰ।
নিদান কালত নাহিকে শুগ্ৰ ॥

১২৯। শীত সৰিয়হ মীত মাহ।
গণ্ডত তামোল শৰতত বাঁহ ॥

১৩০। শুনা কথাত নিদিবা কাণ।
দেখা কথাতো তিনিটা প্ৰমাণ ॥

১৩১। শুকান জলকীয়াৰ গুৰি।
আঁঠুত ভিৰ দি উঠিব নোৱাৰোঁ মানৰ দিনৰ বুঢ়ী ॥

১৩২। শুন শুন শিশুপাল ভাই।
ধানৰ ধূলি গোত্ৰৰ গালি, দুয়োকো সহন নাযায় ॥

১৩৩। শীত সৰিয়হ মীত মাহ।
কাতিত কলপুলি জেঠত বাঁহ ॥

১৩৪। শুনিলে সাৰি।
লগে ডাংবাৰি ॥

১৩৫। শুকে বোলে পৰীক্ষিত।
কিনো (শুনা) কথা বিপৰীত ॥

১৩৬। শুন কাণ-কটা শুন।
এখন তামোলক সাজী বান্ধি আনিছোঁ, কোবা বান্ধি আনিছোঁ চূণ ॥

১৩৭। শুন শুন শুন।
একেডালি টোকোনৰ নটি গুণ ॥

হাতৰ সখা ।
পানীৰ জোখা ॥
দেখিলি সাপ,
পেলালি মাৰি ।
নহলে পীৰা বহিলি পাৰি ॥
নাই ব'ঠা হলি পাৰ ।
নাই কাণমাৰি বান্ধিলি ভাৰ ॥
শত্ৰুৰে, কুকুৰে নাপাই লাই ।
সি হ'ল তোৰ লগৰ ভাই ॥

১৩৮ । শুকুৰবাৰে টেকেলী, শনিবাৰে বিয়া ।
খাবলৈ নাই বিয়ৈ ধান পূৰাচেৰেক দিয়া ॥

১৩৯ । শুক্লপক্ষত লৰে বাম ।
লঙ্কা জিনি আহে বাম ॥

১৪০ । শুকান শোকোতা জয় পৰি থাকিল ।
নতুন শোকোতা যজ্ঞত লাগিল ॥

১৪১ । শুদাই পাই পানী দি নাখায় ।
এনেয়ে তিনিগৰাহ খায় ॥

১৪২ । শুদাই পালে পানী দি নাখায় ।
পৰৰ পালে জৰৰ গাৰেও খায় ॥

১৪৩ । শুকান জলকীয়াৰ গুৰি ।
নিচলি বুঢ়ীয়ে চুচৰি আছিছে কাইলৈ মৰি যাম বুলি ॥

১৪৪ । শুনিব নাপালো ঠানঠুনাৰ মাত ।
খাব নাপালো জহাধানৰ ভাত ॥
পালিব নাপালো বুঢ়ী আই ।
যাব নাপালো গুৰুৰ ঠাই ॥

১৪৫ । শুকৰৰ পেট ভূমিত লোটে ।
যাৰ যি স্বভাৱ মৰিলেহে টুটে ॥

১৪৬। শুদ্ধ ভাৱ শুদ্ধ বংশে উতপতি ।
পতি-পদ বিনে আনত নাই মতি ॥
মধুৰ বচন বোলে সদায় ।
স্বামীৰ বচন কিছু নেপেলায় ॥
সরু-সৰু দান্ত লাবণ্য মাত ।
গৃহে বন্তি দেই সন্ধ্যা বেলাত ॥
বন্ধন কৰয় বচন মিষ্ট ।
সেই গৃহিণীক বোলয় ইষ্ট ॥

১৪৭। শুকালে সুশুকাই তিয়ালে নিতিতে ।
কাটিলে নাকাটে সিটো মাতিলে নামাতে ॥*

( * ভকতীয়া )

১৪৮। শুনিলে নামাতে সিটো সুশুনিলে মাতে ।
ডেৰকুৰি চৰখাই থাকে আনন্দতে ॥*

( * ভকতীয়া )

১৪৯। শুনিয়ো সুশুনে যেন কলা ।
দেখিয়ো নেদেখে যেন অন্ধলা ॥*

( * ভকতীয়া )

১৫০। শুদ্ধ সত্ত্ব মাথা গোট থাকে উপৰত ।
কি কাৰণে পৰি সেৱা কৰে চৰণত ॥
কোনোজনে সেৱা কৰে কোনজনে লয় ।
ইয়াৰ গুহ্য কথা মহন্তেসে কয় ॥*

( * ভকতীয়া )

১৫১। শূদিৰৰ হালোৱাই বাইহাল ।
বামুণৰ হালোৱাই কথাইহে সাৰ ॥

১৫২। শেঁতা পৰা মুখখন ।
লেঠা লাগে ঘনেঘন ॥

১৫৩। শেঙুন-নকা পো ।
নেজ-গুৰৰীয়া গো ॥

১৫৪। শেনে আহি কপোতিৰ শৰণ পসিলা।
বিৰালীয়ে পোৱা মাছক কাকুতি কৰিলা॥*

(* ভকতীয়া)

১৫৫। শোকোতাৰ পাত বেছুৱাৰ জোল।
তেলৰ ওপৰে দিয়া আক তোল॥

১৫৬। শ্যামল দন্ত পাতল ওঁঠ।
তাইৰ দেখিবা দ্বন্দ্বৰ চোট॥

## ষ

১। ষণ্ডামৰ্ক।

২। ষড়ৰস-পঞ্চামৃতেৰে খোৱা।

৩। ষাঁড় মেলা।

৪। ষোল অনাই লাভ।

৫। ষোল কলাই পূৰ্ণ।

৬। ষাঠি বছৰত বোলে আই,
বাৰিষা-খৰালি ছুহে গাই।
(আহাৰ-শাওণে ছুহে গাই।)
তাৰ সমান ভাগ্যবান নাই॥

## স

১। সতৰামৰ নাঙল।

২। সতিনী ৰহীয়া পৈ।

৩। সত্যনাৰায়ণৰ ভতিজা (বা পুতেক)।

৪। সত্যযুগৰ কথা।

৫। সত্ৰ একউৱা।

৬। সবাহৰ কল।

৭। সৰগৰ তৰা।

৮। সৰিয়হৰ জনম ধৰি বেটেৰীৰ চেপাৰৈ ভয় কৰিলে নহব।

৯। সক হৈ সৰকা।

১০। সৰ্ব্বভক্ষ্য হুতাসন।

১১। সতিনীৰ পোক দিওঁ বোলোতেই বস্তু হৈ যায় বাহী।

১২। সৰ্ব্বভক্ষ বহ্নি সবাকো শোষে।

১৩। সতাই নাৰকী।

১৪। সলালৰ শিল।

১৫। সতিনীৰ পো, গা নপৰে জুৰ।

১৬। স'ৰাৰ তুপাত নৌ হওঁতেই যখিনীয়ে বাহ লোৱা।

১৭। সময়ৰ শৰ।

১৮। সময়ৰ এক শৰ, অসময়ৰ দহ।

১৯। সন্ধিৰ বাঁহ বুন্ধিৰে কটা।

২০। সম্পদৰ ভাই-ভনী।

২১। সৰিয়হতে ভূতে ধৰা।

২২। সঁচি ধনৰ পেটুৱা মণি।

২৩। সন্তৰ শ-কাল, দুষ্টৰ একাল।

২৪। সঁচ চাই গছ।

২৫। সত্যৰ সদায় জয়।

২৬। সতিনীৰ জালত গু পাতত দিয়াও খায়।

২৭। সৎপুত্ৰ কুলৰ প্ৰদীপ।

২৮। সন্তৰ লগত সুবাসনা, দুষ্ট লগত দুৰ্ব্বাসনা।

২৯। সন্তৰামি যুগে যুগে।

৩০। সতী-সাবিত্ৰী।

৩১। সংক্ৰান্তি পুৰুষ।

৩২। সব লাল হো জায়েগা।*

( * ঐতিহাসিক তথ্য নিহিত )

৩৩। সৰ্ব্বমত্যন্ত গৰ্হিতম্।

৩৪। সৰস্বতীৰ বৰপুত্ৰ।

৩৫। সত্যনাৰায়ণ দেৱতা।

৩৬। সজাওঁতে পৰাওঁতে ফেচু ৰজা হোৱা।

৩৭। সৰুতে সাপে খালে ডাঙৰ হলে কেঁচুলৈও ভয়।

৩৮। সময়ৰ শৰ পাহৰা।

৩৯। সত্যমেৱ জয়তে।

৪০। সময় যায় মৃত্যু আহে।

৪১। সময় কালৈকো বৈ নাথাকে।

৪২। সময়ৰ সুযোগ এবাৰহে আহে।

৪৩। সংসাৰত একো অসম্ভৱ নহয়।

৪৪। সময়ৰ টিকনিডাল আগফালে।

৪৫। সময়ৰ টিকনিত ধৰা।

৪৬। সময়ৰ আগচুলিত ধৰা।

৪৭। সাতখন গাৱঁলৈকে যোৱা।

৪৮। সাতোহাল মেঘে বৰষুণ দিয়া

( সাতোহাল মেঘে বৰষা )।

৪৯। সাদৰক নেওচা।

৫০। সান্দহখোৱা বালি তল যোৱা।

৫১। সাপে নাপাহৰে কঁকালৰ কোব।

৫২। সাতৰাজ মাৰি এক ৰাজ কৰা।*

( * ঐতিহাসিক তথ্যও আছে

৫৩। সাগৰত কাঠী-জাল মৰা।

৫৪। সাজ চাই চাপৰি বোৱা।

৫৫। সাজ হলে দেউৰী লগা ( বা ওলোৱা )।

৫৬। সাজ হলেহে দেউৰী লাগে।

৫৭। সাত-শত্ৰু।

৫৮। সাত ঠাই বাগৰা।

৫৯। সাতকুৰা অগ্নি জ্বলা।

৬০। সাত সাগৰ পাৰহৈ গৰু খোজৰ পানীত বুৰি মৰা।

৬১। সাঁচনৰ ধন, কাঁচনত যায়।

৬২। সাত-বিছুৰ সৈয়া কণী।

৬৩। সাপে খায় কাপে খায়।

৬৪। সাতোকাণ্ড ৰামায়ণ পঢ়িলে, বোলে সীতাটো মতা।

৬৫। সাত-ভতৰাৰ বল।

৬৬। সাত-ঘাটৰ পানী খোৱা।

৬৭। সাত-ঘাটৰ চেঙেলী।

৬৮। সাত-ঠাই বাগৰা।

৬৯। সাপেহে সাপৰ ঠেং দেখে।

৭০। সাপ মাৰি নেগুৰত বিষ থোৱা।

৭১। সাত-সাগৰ তেৰ নদী পাৰ হোৱা।

৭২। সাক্ষীৰাম গোপাল।

৭৩। সাগৰে ডিঙেৰী চুব নকৰে।

৭৪। সাধাসিধাক ভাত কাপোৰে নাটে।

৭৫। সাপে খালেও তিনটা হাঁচি মাৰে।

৭৬। সাগৰৰ জল বান্দৰে খাই কি ঢুকুৱাব।

৭৭। সাধবা ইচ্ছাই বৰ ধানৰ চিৰা।

৭৮। সাগৰত জল ঢলা।

৭৯। সাত-ৰজাৰ ধন-মাণিক।

৮০। সাক্ষাৎ অন্নপূৰ্ণা।

৮১। সাগৰ চুঁচি মাণিক উলিউৱা।

৮২। সাঁতুৰি সমুদ্ৰ পাৰ হোৱা।

৮৩। সাপৰ লগত খেলা কৰা।

৮৪। সাপৰ গাঁতত হাত ভৰোৱা।

৮৫। সাপৰ মূৰত ভেকুলীৰ নৃত্য।

৮৬। সাপো মৰক লাঠীও নাভাগক।

৮৭। সাত খুন মাফ।

৮৮। সাৱধানৰ বিপদ নাই।

৮৯। সাতহলীয়ায়ো একহলীয়াক পতিয়হ কৰে।

৯০। সাঁচি খোৱাৰ মৰণ নাই।

৯১। সাগৰৰ তলিতহে ৰত্ন পোৱা যায়।

৯২। সাত-পোৱাতীৰো লৰা চুকত লাগে।

৯৩। সালগ্ৰামক পূজা দিয়া।

৯৪। সালগ্ৰামক মাটিত পেলাই সতিনীক ৰৰপীৰা দিয়া।

৯৫। সিংহৰ পোৱালী।

৯৬। সিজা শাকত লোণ দিয়া।

৯৭। সিংহৰ এটা, শিয়ালৰ জাক জাক।

৯৮। সিন্ধিৰ মুখৰ চোৰ।

৯৯। সিয়নিত শোৱা।

১০০। সীতা নোহোৱা যজ্ঞ।

১০১। সু-তিৰী ফেদেলী।

১০২। সুখৰ মুখ দেখা।

১০৩। সুখৰ সপোন দেখা।

১০৪। সুদে-মূলে বাজ কৰা।

১০৫। সুদ-খোৰ।

১০৬। সূৰ্য্যৰ মুখত সোপা দিয়া।

১০৭। সূৰ্য্যৰ উদয়ো নাই অস্তও নাই।

১০৮। সেৱা চুৰ।

১০৯। সেই ৰামো নাই অযোধ্যাও নাই।

১১০। সেৰে সেৰে যায়, পোৱালৈ কান্দে।

১১১। সোণ-সেৰীয়া।

১১২। সোপায়ং নমঃ।

১১৩। সোলামুখত চৰ।

১১৪। সোলামুখত এচৰ সহাই টান।

১১৫। সোঁ-মৰণেৰে মৰা।

১১৬। সোণ-ৰূপৰ কলচী ( কলসী )।

১১৭। সোণ-ৰূপৰ মুখেৰে কোৱা।

১১৮। সোণে-পোৱালে গঁথা।

১১৯। সোণ খটোৱা।

১২০। সোনকালে পকিলে সোনকালে সৰে।

১২১। সোত-মোচ্ ধোপোচ্।

১২২। সোণৰ সোলেং।

১২৩। সোণৰ সঁফুৰা।

১২৪। সোধ-পোছ নাই, আহ বৰ ডেকা
ভোজ খাবলৈ যাওঁ।

১২৫। সোলাৰ মুখত মাখি পৰে, লাভৰ হে কথা।

১২৬। সোঁ-শৰীৰেৰে স্বৰ্গলৈ যোৱা।

১২৭। সোণত সুৰগা।

১২৮। সোঁ-আঙুলিৰে ঘিঁউ নহা।

১২৯। সোণৰ প্ৰতিমা।

১৩০। সোণৰ লঙ্কা ছাৰখাৰ হোৱা।

১৩১। সোণৰ কাঠী ৰূপৰ কাঠী।

১৩২। সোণ হলে দঁতাল হাতীও পোন।

১৩৩। সোঁতত উটি যোৱা।

১৩৪। সোণাৰীৰ ঠুক্-ঠাক্ কমাৰৰ একোৰ।

১৩৫। স্বৰ্গৰ অপেচৰা।

১৩৬। স্বতন্তৰী কগীয়াক কি কৰে আযুধি ।*

( * ৰুক্মিণীহৰণকাব্য )

১৩৭। স্বাতী নক্ষত্ৰৰ জলপান ।

১৩৮। স্ত্ৰী-বুদ্ধি প্ৰলয়ঙ্কৰী ।

১৩৯। সবলে-নিৰ্বলে কিহৰ নিয়া।
পঙ্কে-পঙ্কা কিহৰ বিয়া ॥

১৪০। সত্য, ত্ৰেতা, দ্বাপৰ, কলি ।
এই চাৰি যুগ গাৰ মলি ॥
এই চাৰি যুগৰ কথা নোসোধোঁ তোত ।
ওপৰ চাৰি যুগৰ কথা কৈ দে মোত ॥*

( * ভকতীয়া )

১৪১। সত্-সঙ্গী বোলায় ফুৰে পূজা খাই ।
গাৱে চিহ্ন-বান নাই, যেন বাঁজী গাই,
খীৰালেও দুগ্ধ নাই ।
ভকতে ভণ্ডাইছে গাওঁ ॥*

( * ভকতীয়া )

১৪২। সমুখে-বিমুখ কথা কয়, কথাত নাই সুখ ।
মৰাৰ গলত ধৰি জীয়াই কান্দে, মৰাই কি জানে দুখ ॥*

( * ভকতীয়া )

১৪৩। সভাত আহিব লাগে বৰালি ভকত ।
মিৰিকা, নেৰীয়া দুইয়ো আহক লগত ॥*

( * ভকতীয়া )

১৪৪। সজালো পৰালো নগাই নিব বুলি ।
নগায়ো নিনিলে মাজ-ডাঙৰ বুলি ॥

১৪৫। সংসাৰ ভীষণ বৰ ।
বিচ্ছেদৰ ৰৰঘৰ ॥

১৪৬। সহিলে সম্পদ পায় ।
নসহিলে আপদ যায় ॥

১৪৭। সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিবা, চেকনী কাটিবা চলে।
পিতৃ বৈৰী শত্রু জিনিবা মিত্র কৰিবৰ ছলে॥

১৪৮। সজকাম কৰে যি।
সজলোক হয় সি॥

১৪৯। সপোন দেখিলে বুঢ়ায়ো মুতে।
ধাৰত পৰিলে শিলো উটে॥

১৫০। সমানে সমানে কৰিবা কাজ।
হাৰিলে জিকিলে নাই লাজ॥

১৫১। সকলোতকৈ ডাঙৰ হৰিৰ কথা।
তাতোকৈ ডাঙৰ চাউল-কঠা॥

১৫২। সকলো চৰায়ে মাছ খায়।
মাছৰোকাৰ নাম যায়॥

১৫৩। সজ্জনবো বুৰে নাও।
হস্তীৰো পিছলে পাও॥

১৫৪। সৰ্ব্বগুণীয়াক ভাত-কাপোৰে নাটে।
দুষ্ট পুত্র যাৰ নিতান্তে কান্দে॥

১৫৫। সৎসঙ্গত কাশীবাস।
অসৎ-সঙ্গত সৰ্ব্বনাশ॥

১৫৬। সঁচি লোণ তেলৰ বয়।
নিচলাৰ বাকল নাযায় ক্ষয়॥

১৫৭। সদায় সঁচা কথা কবা।
বুঢ়াৰ ঠাইত বুদ্ধি ল'বা॥

১৫৮। সম্পদ কালৰ ভাই-ভনী, আপদ কালৰ মিতা।
ধন লোভী তিৰী, বেতন ভোগী বজা॥

১৫৯। সকলো মগনীয়াৰ মৰক।
মোৰ জোলোঙাখন ভৰক॥

১৬০। সমান সতিনীৰ কোলাত পো।
ঘুমটি নাহে চকুত লো॥

১৬১। সতিনীৰহীয়া পৈ।
এবেলা হুঁহুৱায়, এবেলা কন্দুৱায়, পথালি কোলাত লৈ॥

১৬২। সৰুকৈ মাৰিলে বৰকৈ কান্দে।
নিতৌ চাপনী টোপোলা বান্ধে॥

১৬৩। সৰুকৈ কাটি ঘনকৈ খাবা।
তেহে তামোলৰ বিলাহ পাবা॥

১৬৪। সখি মৰোঁ।
সাহ খাই যে বাকলি দিছিলা তাৰে উপকাৰ কৰোঁ॥*

( * সাধুকথা )

১৬৫। সৰু সৰুকৈ সাজিবা ঘৰ।
যেতেক লাগে তেতেক কৰ॥

১৬৬। সৰু বাৰী সৰু ঘৰ।
যিমান লাগে সিমান কৰ।

১৬৭। সৰু হ'লে সৰকি যায়।
ডাঙৰ হলে বিপদে পায়॥

১৬৮। সমানৰ ভাই, পাইকৰ ককাই॥

১৬৯। সতিনী মৰি গল।
দুইখন মেখেলা মোৰে হ'ল॥

১৭০। সকলো তোমাৰ।
পুৰৈ পাত নিছিঙিবা আমাৰ॥

১৭১। সৰু সৰু সৰু, খৰুৱা বেঙেনাৰ পাত।
আজি-কালি ছোৱালীয়ে বিহা নলয় গাত॥

১৭২। সকলো কথা পেটত থৈ।
দাঁতে-ওঁঠে মাতে গৈ॥

১৭৩। সম্পদৰ ভাই-ভনী।
বিপদত কাৰ কুনি ॥*

( * কুনি=কোন )

১৭৪। সতিনীৰ হাল।
গা নকৰে ভাল ॥

১৭৫। সকতে নাখালি মচুৰৰ দালি।
এতিয়া খাব লাগিব শাহু-শহুৰৰ গালি ॥

১৭৬। সৰু হ'লে পাচে।
ডাবৰ হলে চাঁচে ॥

১৭৭। সৰ্গদেউ মৰিলে ৰাইজখন থাকিব,
ৰাইজ মৰি গলে থাকিব কোন।
জোন মৰি গলে আকাশখন থাকিব,
আকাশ মৰি গলে থাকিব কোন ॥

১৭৮। সততে যাইবা হৰিক স্মৰি।
তেবেসে পাইবা সংসাৰ তৰি ॥

১৭৯। সততে পৰৰ অন্নত আশ।
পৰিহৰা তেনে নগৰত বাস ॥

১৮০। সৰ্পৰ ভাল যদি দক্ষিণে যায়।
সৰ্ব্বকাৰ্য্য তাৰ শুভক্ষণ পায় ॥

১৮১। সৰ্ব্বকুলক্ষণী হোৱে তাই।
পাটীতো মুতে চৰুতো খায় ॥

১৮২। সৰু সূতা কাটে বোৱয় তাঁত।
চা-চুবুৰীয়াই শুশুনয় মাত ॥
ৰন্ধন শালত নলাগই কালি*।
ডাকে বোলে তাই ৰান্ধনি ভালি ॥

( * কালি=ছাই )

১৮৩। সৰু-মুৰা ছোৱালী কুটস্থৰ ঘাই।
মাজ-ডাঙৰ ছোৱালী পৈয়েকৰ মূৰ খাই ॥

১৮৪। সৰু দন্ত যাৰ, ওঁঠ পাতল।
তাইৰ দেখিবা দ্বন্দ্বৰ বোল॥

১৮৫। সঘনে বাটত উভতি চায়।
পৰ-পুৰুষত থাকে অভিপ্ৰায়॥
জলক পেলাই জলক যায়।
পৰ-পুৰুষৰ মুখক চায়॥
মানুহ নহলে গাৱয় গীত।
পৰ-পুৰুষত থাকয় চিত॥

১৮৬। সৰুটোৱে বৰটোক পেলায়।
বলে নোৱাৰি দাঁত কেইপাৰি চেলায়॥

১৮৭। সৰু নাৱত বৰ ভৰা।
মহাপ্ৰভু ৰক্ষা কৰা॥

১৮৮। সসাগৰা পৃথিৱীক হোলোঙাত ভৰি।
বুঢ়ীবেটী লৈ যায় লচ্-পচ্ কৰি॥*

(* ভকতীয়া)

১৮৯। সবাহতে হৰাল মোৰ বালঠুৰা নাও।
ব'ঠাখন হৰাল মোৰ সিহে মাজৰ গাওঁ॥
সেউতটো হৰাল মোৰ একদাম পানী ধৰে।
তাকে লাগিহে মোৰ সদায় গা পোৰে।*

(* ভকতীয়া)

১৯০। সন্তৰ শ-কাল, দুষ্টৰ একাল।
তাক নকৰিবা তাং-বিতাল॥*

(* ভকতীয়া)

১৯১। সৰ্ব্ব সুলক্ষণী কন্যা ফুৰে আগবাঢ়ি।
ফিৰি নচাই সৰু বাপা কৰে বাঢ়া-বাঢ়ি॥*

(* ভকতীয়া)

১৯২। সৰ্ব্ব সুলক্ষণী মোৰ দয়াৰ গৃহিণী।
পাটীত মৃতয় তাই পেলাওঁ আপুনি ॥*

( * ভকতীয়া )

১৯৩। সক ৰায়ে ফুকালেক তিনি পাচি ল'ৰা।
পথাৰত চৰি ফুৰে লাঠী লৈ বুঢ়া ॥*

( * ভকতীয়া )

১৯৪। সৰ্ব্ব তত্ত্ব ভকতক মই গুৰু মানোঁ।
ভকত গুৰুত পৰে আনক নজানোঁ ॥*

( * কথা গুৰুচৰিত )

১৯৫। সম্বন্ধ বন্ধ, মিত্ৰ বন্ধ, লগ্ন বন্ধ, ( লগুণ বন্ধ )।
এই তিনি-চাৰিত নাই ভক্তিৰ গন্ধ ॥*

( * কথা গুৰুচৰিত )

১৯৬। সকল পুণ্যৰ অবিনাশী ফল,
হৰি-গুণ নাম সাৰ ।*

( * নামঘোষা )

১৯৭। সতিনীৰ পোৱে নোবোলে আই।
সেই অপমানে মৰিবাক যায় ॥

১৯৮। সঁচৰ হাঁহিনীক শিয়ালে নিয়ে।
লেৰ পিণ্ডত মিঠৈ দিয়ে ॥

১৯৯। সং লৰবৰ, সচং লৰবৰ সাজত বহি খায়।
সেইজন ভকতে লোকক তাৰিব থাক,
নিজৰ তৰণি নাই ॥*

( * ভকতীয়া )

২০০। সকপানী চুই পাচে পথাৰ বুৰায়।
গৰু-ম'হ-হাতীসবে সাঁতুৰি ফুৰয় ॥*

( * ভকতীয়া )

২০১। সপ্তমত মঙ্গল দেখয় যেবে।
মেঘৰ নাদত মৰিবা তেবে ॥

২০২। সাগৰে নগৰ, নগৰে সাগৰ, সাগৰক গিলিলে মাছে।
এডাল নলৰ নটা ভুলি, তাৰো আধাখিনি আছে ॥*

(* ভকতীয়া)

২০৩। সাগৰত মৌ পৰ্ব্বত ঢৌ।
বাপেকৰ তিৰী নাই, পুতেকৰ সাত বৌ ॥*

(* ভকতীয়া)

২০৪। সাত পুৰুষৰ ৩৩৩ ঘৰ।
এতিয়া বোলে মোক ঘটা ধৰ ॥*

(* ভকতীয়া)

২০৫। সালঙ্কৃতা নাৰী এক পাঞ্চবৰ্ণ ধৰে।
পাৰে পৰি শিৰে ধৰি আশীৰ্ব্বাদ কৰে ॥*

(* ভকতীয়া)

২০৬। সাধি সাধি সাধনীক পালো।
সাধনীক থৱলৈ ঠাই নাপালো ॥*

(* ঐতিহাসিক তথ্য জড়িত)

২০৭। সাগৰত আছে বৰ বৰ শঙ্খ।
নেগুৰীয়া শামুকে বোলে ময়ো তাৰে বংশ ॥

২০৮। সাদৰৰ সোঁতা-সোত জিকা দিছে ভাতত।
কান্দি-কাটি মৰিছে আখলৰ আগত ॥

২০৯। সাতোঁৰ সাতোঁৰ বাউসীৰ বলেৰে।
সাঁতুৰিব নোৱাৰিলে যাবি ৰসাতলে ॥

২১০। সাঁচনে ধন। ভাঙনে মাগন ॥

২১১। সাদৰৰ মাত। আকালৰ ভাত ॥

২১২। সাজে পাৰে যিটি।
পৰম ভকত সিটি ॥

২১৩। সাজে পাতল পাচত ঘন।
ছয়ত তামোল নদন-বদন ॥

২১৪। সাপে খায় বাঘে খায় যদি মৰে জলে।
সকলো ঘটয় জানা নিজ কৰ্ম্ম ফলে।

২১৫। সাধুৰ লচ্-পচ্ সভাত বহা।
সোণাৰিৰ লচ্-পচ্ ৰতিত মহা॥
হাঁহৰ লচ্-পচ্ চোতালত পানী।
লবাৰ লচ্-পচ্ ডিঙিত ফটাকানি॥
তিৰোতাৰ লচ্-পচ্ ডিঙিত পোৱালমণি।
ডোমৰ লচ্-পচ্ তিনটীয়া ঘনী॥
চহকীৰ লচ্-পচ্ তিনি সাঁজ খায়।
ধনীৰ লচ্-পচ্ পৰৰ মূৰত বায়॥

২১৬। সাতপুৰুষৰ নাই গাই।
কঁৰীয়ালৈ খীৰাবলৈ যাই॥

২১৭। সাতো ভাইৰ মূৰ পকা।
কাকো কেৰে নোবোলে ককা॥

২১৮। সাপ হৈয়ো খায়।
বেজ হৈয়ো চায়॥

২১৯। সাধিলেই সিদ্ধি। আৰ্জিলেই নিধি॥

২২০। সাধিছে বান্দৰ মধুফল খায়।
নাসাধে বান্দৰ ডালে ডালে যায়॥

২২১। সাধুৰ লগত সঙ্গতি কৰিলো,
মধুক কৰিলো পান।
বিক্ৰমাদিত্য ৰজাৰ মূৰত উঠিলো,
গঙ্গাত কৰিলো স্নান॥*

(* সাধুকথা)

২২২। সাতত আনি পাচত বিকে।
আমাৰ বাপাই বণিজ শিকে॥

২২৩। সান-সন্থুয়া মাটিত।
ধন্থুৰা শোৱে পাটীত ॥

২২৪। সাতো বাৰীৰ শাক।
মোৰে বুকুতে থাক ॥

২২৫। সাতহাল হাতী টানে এফালে।
অকলে অদৃষ্টই টানে এফালে ॥

২২৬। সাগৰত পাতিলে তিনটা ডিঙৰা।
ঘটু ঘটুকৈ লাগি আছে তিনটা শিঙৰা ॥

২২৭। সাজে-পাৰে তিৰী। বান্ধে-ছাটে মিৰি ॥

২২৮। সাৰ সাৰ সাৰ ঘিঁউ ভোজনত সাৰ।
সাৰ সাৰ সাৰ আদৰ সম্ভাষণত সাৰ ॥
সাৰ সাৰ সাৰ ৰাতি জাগৰণত সাৰ।
সাৰ সাৰ সাৰ তিৰীৰ তাৰণত সাৰ ॥

২২৯। সাঁচনিত নিদিবা হাত।
ল'ৰা-লুৰিক লঘোণে নথবা দিবা গধূলিতে ভাত ॥

২৩০। সাপে খায় লেখি।
বাঘে খায় দেখি ॥

২৩১। সাতসেৰীয়া বৰকাঁহী খুদ-চাউলৰ ভাত।
খোৱাৰ যি ধিক্ ধিক্,. শুনাৰো লাজ ॥

২৩২। সাতদিনীয়া পঁইতা, তিনদিনীয়া কাজী।
শাকত লোণ পাইছোঁ,
গোহাঁয়নী অ', চ'তব বিহুনেকি আজি ॥

২৩৩। সাঠানৰ গাই। নেজডাল নাই ॥

২৩৪। সাপ লহকৰ ভেকুলী পাত্ৰ।
গণকৰ হাতত পৰিলো মাত্ৰ ॥
ছাই লটু-পটু দুই কাণ কটা।
সাত ভুবন দেখুৱালে চিলাৰ বেটা ॥

কি টক্ টক্ কৰ তই ।
টকৰ মায়া বুজোঁ মই ॥*

(* সাধু)

২৩৫। সাত কোডালে পাবে ( খান্দে ) মাটি ।
তেওঁ নাটে বাঢ়াপেটী ॥

২৩৬। সাদৰৰ শেলাই ।
নাঙলেৰে ধুই জবকাৰে পেলায় ॥

২৩৭। সাপৰ সমান খং কাৰো নাই নাই ।
হিমালয় সম গিৰি পৃথিবীতে নাই ॥*

(* অসমীয়া পদ্যপৰা)

২৩৮। সাতহাতে ফাগুনত কলা ।
সেই কল হয় মাহ কচলা ॥

২৩৯। সাদৰৰ গুৰি ।
লৈ যাম আগত কৰি ॥

২৪০। সাত ভতৰাই নোৱাৰে যাক ।
টোপনিয়ে ভগৰাই তাক ॥

২৪১। সাক্ষী মুখে কথা কৰাই ৰাজ ।
যদি ধৰ্ম্ম কৰি সোধন্ত ৰাজ ॥
দৃঢ় কৰি থৈব সাক্ষী সকল ।
সাধিব ন্যায়ত তেবে সুফল ॥

২৪২। সাক্ষী নব-সাতাধিক চাৰিজন ।
তিনি-দুই হয়ে যেবে ব্ৰাহ্মণ ॥
এক এক কৰি সুধিব কাজ ।
বসিয়া থাকিব সভাৰ মাজ ॥
ধন আশা এৰি সুধিব সাক্ষী ।
তেবে ধৰ্ম্মে ফুৰে সততে ৰাখি ॥

২৪৩। সাক্ষী মুখে যদি ভঙ্গক মানি ।
মধ্যস্থ জনৰ বচন মানি ॥

২৪৪। সাক্ষীক দেখুৱাই ঋণক দিব।
পত্ৰত নাম লেখি ৰাখিব ॥
ঋণৰ সাক্ষী নাহিকে অন্ত।
পৰীক্ষা কৰিয়া তত্ত্ব বুজিবন্ত ॥

২৪৫। সাত-পুৰেতীকো শিয়ালে খাই।
কাঠ-বাঁজী ও স্বৰ্গক যাই ॥

২৪৬। সাধুৰ মঙ্গলে সুদৃঢ় পাশ-জৰী।
অসাধুৰ সঙ্গে বান্ধে জৰপুৰ কৰি ॥*

(* ভকতীয়া)

২৪৭। সাত পথাৰত বাঁহ খায়।
খুটাৰ গোৰত উৰি যায় ॥*

(* ভকতীয়া)

২৪৮। সাত-পাচ গুণীয়া।
ছাল নবাৰে বণিয়া ॥

২৪৯। সাগৰক আসিলো মই মাণিক পাবৰ আশে।
সাগৰ শুকাল মাণিক লুকাল আমাৰ কৰ্ম্মদোষে ॥

২৫০। সিয়ান চৰাইৰ ভাও।
লাম্ফ দি আহাৰ খাই,
ফান্দত নিদিয়ে পাও ॥*

(* ভকতীয়া)

২৫১। সিজালেও নিসিজে হেকতীয়া মাহ।
সেও দিলে সেও নলয় কুকুৰাঠেঙীয়া বাঁহ ॥

২৫২। সিয়ান তিৰীৰ গিয়ান বুদ্ধি।
লালাকত* লয় সুধি ॥

(* লালাক = স্বামী)

২৫৩। সিংহ নষ্ট হয় টিপচীক সুধি।
মানুহ নষ্ট হয় কৰি দোষাদোষা ॥

২৫৪। সিপাৰৰ বাই সিপাৰৰ বাই।
এক পাল্লা চাউলৰ পিঠা কিমান পাই॥
আটাব জানিলে এখন আদ্‌খন পায়।
আটাৰ নাজানিলে লেটপেটাওঁতেই যায়॥

২৫৫। সিংহ মীন বৰ্জ্জি।
কল খাবা আৰ্জ্জি॥

২৫৬। সিদ্ধি খান্দি খান্দি ফুৰে চোৰ নোবোলয়।
ঘৰে ঘৰে হাল বায় কঠীয়া সিঁচয়॥*

(* ভকতীয়া)

২৫৭। সিদ্ধি খান্দি ফুৰে সদা চোৰ নোবোলয়।
সাতোটা ভঁৰাল আছে গৃহস্থ নহয়॥
বাকলি পিন্ধিয় সদা ৰাম নোহোৱয়।
হৰিনাম গাই সদা মহাপাপী সেই।
সেই দেখি সাধুসৱে নাম নগাৱয়॥*

(* ভকতীয়া)

২৫৮। সীতাক দেখিলে মৰোঁ।
ধনুক দেখিলে ডৰোঁ॥

২৫৯। সু-কাজত বিকাজ হ'ল।
মাক নোহোৱাকৈ জীয়েক হ'ল॥*

(* ভকতীয়া)

২৬০। সু-ফল কদলী।
সু-তিৰী ফেদেলী॥
সু-জল বৰিষণা।
সু-পুৰুষ কিৰিষণা॥
সু-পুৰুষ বামা।
সু-তিৰী শ্যামা॥

২৬১। সুখীয়াৰ জৰ ঢাৰিয়ে-পাটীয়ে ধৰ।
দুখীয়াৰ জৰ-ডিঙিত গৰকি ধৰ॥

২৭

২৬২। সু-বুদ্ধিৰ পুতেকক কুবুদ্ধিয়ে পালে,
বাপেকক তুলি দিলে গছত।
বনপোৰা জুইত পুৰি মৰিল, বুদ্ধি ওলাল পাচত ॥*

(* সাধুকথা)

২৬৩। সুধি-পুছি কৰে কাজ।
হাৰিলে জিকিলে নাই লাজ ॥

২৬৪। সু-বাট দূৰ গমন তাক নিদিবা এৰি।
বুঢ়ী হলেও বিয়া কৰাবা তেওঁ নানিবা বাঁৰী ॥

২৬৫। সুখীতৰ নাৰী।
ধানসুঙে বিন্ধে, ফুৰে আটাহ পাৰি ॥

২৬৬। সু-পুত্ৰক নালাগে ধন।
কু-পুত্ৰক নালাগে যম ॥

২৬৭। সুখ থাকে বাৰীৰ কোণত।
দুখ আছে চকুৰ পালকত ॥

২৬৮। সুধিম নে পুছিম।
ধানখেৰেৰে মুচিম ॥

২৬৯। সুবৰ্ণ দানে ব্ৰহ্মলোকে যায়।
ৰজত দানে চন্দ্ৰলোক পায় ॥
গৃহদানে পায় নাৰী সুন্দৰী।
কন্যা দানে পায় ইন্দ্ৰৰ পুৰী ॥

২৭০। সুণ্ঠি, গুৰুচি, ভেকুৰিৰ মূল।
তিনিকো বাটি কৰে সমতুল ॥
পিপলি দিয়া যি খায় বিহানে।
নাথাকয় তাৰ ৰোগ প্ৰধানে ॥

২৭১। সুহৃদৰ কথা সুশুনে ভালে।
অমৃত তাক পাৰেক কালে ॥
মুক্ত কেশে যিটো বিবস্ত্ৰে শোৱয়।
মুখৰ খজুতি ভাঙি দ্বন্দ্ব কৰয় ॥

আপনাৰ অঙ্গে বাদ্য বজাওৱে।
মধ্যাহ্নত তাল, মৃদঙ্গ বাওৱে ॥
অন্ন ভুঞ্জন্তে চেলেকয় হাত।
সৰ্ব্বকালে তাক নাটয় ভাত ॥

২৭২। সুখৰ উপৰি সুখ।
মেৰদি কুকুৰ শুইছে, পোকবলৈ কৰিছে মুখ ॥

২৭৩। সুখীয়াৰ জীয়ৰী দুখীয়াত পৰিছে, দিছে গালে-মূৰে হাত।
ৰবি ৰবি সুখীয়াৰ জীয়ৰী আহুধান পকিলেহে ভাত ॥

২৭৪। সুখীয়াৰ ঘৰত চাউল চোবায় খঁকত।
দুখীয়াৰ ঘৰত চাউল চোবায় ভোকত ॥

২৭৫। সুখে বুঢ়ী নাতি-ভটাৰ।
ধানপুৰা মাটিৰ একে আতাৰ ॥

২৭৬। সুৰেগী* আঙ্গা ভেদেলী লতা।
নোহোৱা-নভবা এদিন সঁচা ॥*

( * সুৰেগী = সুৰাগী )

২৭৭। সুকৃষক চিনিবা আঁউসীৰ আন্ধাৰত, ৰোগত চিনিবা দেহা।
বিপদৰ কালত মিতিৰ চিনি লবা, মিঠা খাই চিনিবা কেহা ॥

২৭৮। সূতা চুকনী মই।
পৈয়েৰৰ মূৰখাতী তই ॥
গোসাঁই তুমি পথৰা-কুঠীয়া হ'বা।

২৭৯। সূত্ৰধাৰ জনে জানা ৰজা নোবোলয়।
জটাধৰ তথাপিতো মহেশ নহয় ॥*

( * ভকতীয়া )

২৮০। সেৱকে যদি কৰে অপকাৰ।
পাৱে অপযশ স্বামীক তাৰ ॥*

( * কীৰ্ত্তন )

২৮১ । সেহাই সেহাই মাতিছে মতা হাঁহে ।
নিচেইকৈ নামাতিছে বোন্দা কাঁহে ॥

২৮২ । সেইজনী কোন, পূৰ্ণিমাৰ জোন ।
চাকি চোৱা যদি উজনীয়া লোণ ॥

২৮৩ । সেৱা কৰিলো সেকা লাঠি ।
বণিজ কৰিলো মূল নাঠি ॥
খেতি কৰিলো মেঘ চেলেকি ।
ভঙা ডিঙাৰ মূৰ ঘৰকি ( গৰকি ? ) ॥*

( * ভকতীয়া )

২৮৪ । সেহি বেলা ঘৈণীজনী ওলাই আহিলা ।
তাইক দেখি পটাখানে চৰমাৰি দিলা ॥
দাঁত চেলাই গৃহস্থিনী মাটিত পৰিলা ।
গৃহস্থে মৰিল বুলি সাৱতি ধৰিলা ॥*

( * ভকতীয়া )

২৮৫ । সেই দাখনে খচৰাই নাকটো কাটিলে ।
শোটা-বাউলিযে পাচে আলচ পাতিলে ॥*

( * ভকতীয়া )

২৮৬ । সেকিলেও সেক নলয় কেঁকোৰা বাঁহ ।
ভিজালেও নিভিজে বজৰীয়া মাহ ॥

২৮৭ । সোমে শনি পূবে যায় ।
ঢুটি গলে এটি খায় ॥

২৮৮ । সোমে শনি পূবে বাস ।
ঢুটি গলে এটি নাশ ॥

২৮৯ । সোৱাদৰ চিকুণ মৌ, ভাওনাৰ চিকুণ চৌ ( চোঁ ) ।
মাতৰ চিকুণ বৌ ॥

২৯০ । সোণাৰীয়ে সোণ চিনে, বৰাই চিনে কচু ।
কথা চহকীয়ে কথা চিনে, হাঁহে চিনে কেঁচু ॥

২৯১। সোনকালে শুবা সোনকালে উঠিবা।
তেহে দেহৰ শান্তি পাবা ॥

২৯২। সোণ খুন্দা সোণাৰীয়ে মণি দিলে লাখৰ-বাখৰ,
কেৰু দিলে সোণৰ।
পিন্ধিবলৈ খাৰু দিলে তওলুৱা বাঁহৰ ॥

২৯৩। সোণা-ৰূপা কি কাম কৰে।
ভাত নাখালে ভোকত মৰে ॥

২৯৪। সোণৰ তুল্য কন্যা দান।
ডাকে বোলে তাৰ স্বৰ্গত স্থান ॥

২৯৫। সোণ কমোৰা শোৰক মাটিত।
ধতুৰাটো শোৰক পাটীত ॥

২৯৬। সোণাৰীশালত সোণ জিলিকিল,
কটাৰী জিলিকিল ডাবত।
আমাৰ মইনা বাটেদি আহিছে জিলিকি আহিছে জাকত ॥*

( * বিহুগীত )

২৯৭। সোণৰ কঁৰীয়াব খোপ।
তোলৈ নাযাওঁ, যাম বাপেৰলৈ, মাহী আই বুলিবি মোক ॥

২৯৮। স্তন, চকু, মন, মুখ, নাসিকা, শ্ৰৱণ।
এই ছয় গোট শত্ৰু পৰম দুৰ্জ্জন ॥

২৯৯। স্বদেশত ঠাকুৰ। বিদেশত কুকুৰ ॥

৩০০। স্বধৰ্ম্ম কথাত যাৰ গোচৰ।
ভাল সাক্ষী দিয়া তাৰ ওচৰ ॥

৩০১। স্বৰ্গলৈ বাট নাই।
বজালৈ উত্তৰ নাই ॥

৩০২। স্বামীৰ দোষত ভৃত্যৰ দণ্ড।
স্ত্ৰীৰ দোষত স্বামী লণ্ড ভণ্ড ॥

৩০৩। স্বামীৰ মনক সদা বুজিব।
স্বামীৰ মন বুজি আচৰিব॥
খণ্ডত স্বামীয়ে কৰে ধিক্কাৰ।
হেন দেখি কিছু নোবোলে আৰ॥
নম্ৰ হুয়া থাকে যেহেন দাসী।
তথাপি কঠোৰ বাণী নভাষি॥
যতনে স্বামীৰ গুচায়য় ৰোষ।
ডাকে বোলে আতি তেওঁৰ সন্তোষ॥

## হ

১। হ-য-ব-ৰ-ল।
২। হৰিশ্চন্দ্ৰৰ স্বৰ্গলাভ।
৩। হৰিষত বিষাদ।
৪। হস্তী-মূৰ্খ।
৫। হৰি-হৰ আত্মা।
৬। হংস মধ্যে বকো যথা।
৭। হৰ্ত্তা, কৰ্ত্তা, বিধাতা।
৮। হনুমন্ত জাপ।
৯। হৰিয়ে গোবৰ্দ্ধন ধৰি ৰখা।
১০। হৰিণাই বাঘৰ গাল চেলেকা।
১১। হ'বৰ দিনত কুকুৰেও মৈ টানে।
১২। হৰিণৰ গাৰ মাংসই বৈৰী।
১৩। হ'ল বিয়া উকলি দিয়া।
১৪। হৰিয়ে নাৰাখিলে কি জৰীয়ে ৰাখিব।
১৫। হলা গছ দেখিলে আটায়ে বাগি-কুঠাৰ মাৰে।

১৬। হৰি নামৰ ওপৰত টিংখোপ।

১৭। হলা গছ দেখিলে ছাগলীয়েও এজাপ মাৰে।

১৮। হৰি নামৰ লগত সম্বন্ধ নাই,
কদ্ৰাক্ষৰ জোঁটা-জোঁট।

১৯। হাতৰ তলুৱাত নোম গজোৱা।

২০। হাততে হেকুৱা।

২১। হাতীৰ গা হাতীয়ে নেদেখে।

২২। হাড়ত ডুবৰি বন গজা।

২৩। হাঁ বোলোতেই হুয়ুনিয়াহৰ বাতৰি পোৱা।

২৪। হাঁতে শুকোৱা।

২৫। হাঁচটি বজা।

২৬। হাঁইঠা মাটিত পৰা।

২৭। হাড় শুচি কৰা।

২৮। হাড়ক মাটি কৰা তেজক পানী কৰা।

২৯। হাড়ে কন্‌কনোৱা।

৩০। হাত–বলী।

৩১। হাত-মোচা কানি।

৩২। হাত মেলি মেলি নচা।

৩৩। হাততে স্বৰ্গ পোৱা।

৩৪। হাতৰ মুঠিত ৰখা।

৩৫। হাতৰ মলি।

৩৬। হাতে নেমাৰি ভাতে মৰা।

৩৭। হাতী খাৱনেৰে খোৱা ( বা খুঁউৱা )।

৩৮। হাতীয়ে ওডালৰ গুৰিত কন্দা।

৩৯। হাতীয়ে মাখিয়ে সমান হৰলৈ যোৱা।

৪০। হাতীৰ দাঁত।

৪১। হাতীৰো পাও পিছলে।

৪২। হামৰাও কঢ়া।

৪৩। হাবামৰ নেগুৰ।

৪৪। হাঁহ কণীত কুহম নাইকিয়া হোৱা।

৪৫। হাঁহি হাঁহি মাতে, কাটি কাটি সোমায়।

৪৬। হাগোঁতাৰ লাজনে, চাওঁতাৰ লাজ।

৪৭। হাতীৰ ঠেঙত দিয়া।

৪৮। হাবুঙীয়া (হাবুঙৰ) বামুণ।

৪৯। হাতীক হাতেৰে ঠেলা টান।

৫০। হাঁহে মাহে, শ'লে ম'লে, দৰিকে বেঙেনাই।

৫১। হাগি তিনিবেলি চোৱা।

৫২। হাতৰ লক্ষ্মী ভৰিৰে ঠেলা।

৫৩। হাৰি-আঁক দিয়া।

৫৪। হাল নোহোৱা হলধৰ।

৫৫। হাততে কঙ্কণ আকৌ কিহৰ দৰ্পণ।

৫৬। হাতৰ পাচ।

৫৭। হাতে-কামে শিকা।

৫৮। হাত ধুই পেলোৱা।

৫৯। হাতে-হাতে ফল পোৱা।

৬০। হাঁ-ভাত হাঁ-ভাত কৰা।

৬১। হাঁ-ভাত, হাঁ-কাপোৰ কৰা।

৬২। হাতৰটো এৰি বাটৰটোলৈ খেদা।

৬৩। হাতৰো বাট, মাকৰো ঘৰ।

৬৪। হাঁহৰ ওপৰত শিয়াল ৰজা।

৬৫। হাতীৰ শুঁৰত নাই বুলিও সাত কলহ পানী থাকে।

৬৬। হাতীৰ পোকৰত (গীদত) তৰাৰ ফম্মুটি।

৬৭। হাগিলেহে গোন্ধায়।

৬৮। হাতীয়ে খাই যিমান, লাডেও সিমান।

৬৯। হাতী যায় হালে-হালে, ম'হৰ বাতৰি লয়।

৭০। হাতী হলে মাউত ওলায়।

৭১। হাতী মাৰি ভুৰুকাত ভৰোৱা।*

(* পুৰণি কাহিনী জড়িত)

৭২। হাল মেলি শিয়াল খেদা।

৭৩। হাত এৰি হেতালী খেলা।

৭৪। হাতৰ কটাৰীয়েও কাটে।

৭৫। হাতে-খোৱাই পাতে-খোৱাই সমান।

৭৬। হাঁহ-চোৰৰ মূৰত পাখি।

৭৭। হাগোঁতেও পাঁজী সেৰা কটা।

৭৮। হাতৰ কুঠাৰ ভৰিত মৰা।

৭৯। হাউচে বিদ্যা কৃপণে ধন।

৮০। হাতীৰ গোবৰ দেখি,

শহাই পোকৰ ফালি মৰিলে কি হ'ব।

৮১। হাবিৰ জুই সকলোৱে দেখে,

মনৰ জুই কেৱে নেদেখে।

৮২। হাজাৰ টকা ভৰিবা, তেওঁ গোচৰ নকৰিবা।

৮৩। হাঁহিনী মৰে কটি ফাটি,

গৃহস্থই বোলে ডাঙৰ কৈ কণী পাৰ।

৮৪। হাজাৰ লাও ডাঙৰ হওক, তেওঁ পাতৰ তল।

৮৫। হাতীৰ খায়নে খুৱাবা, বাঘৰ চকুৰে চাবা।

৮৬। হাতত ধৰি নিওঁতা নাই, পথালি কোলা লৈ কান্দে।

৮৭। হাতীয়ে-মাউতে তল যোৱা।

৮৮। হাজাৰ কুকুৰে নাকামোৰক, তেওঁ আঁঠুৰ তল।

৮৯। হাতীয়ে বোলে মোৰ দুদাঁত,

নিগনিয়ে বোলে মোৰো দুদাঁত।

৯০। হাকিম লৰে, হুকুম নলৰে।

৯১। হিতে বিপৰীত।

৯২। হিকটীয়া মাহ।

৯৩। হুতাশনীয়া।

৯৪। হুল চঁচা।

৯৫। হুলেহে হুল কাঢ়ে।

৯৬। হুতাহুত কাঁইট বাজে।

৯৭। হেদানি মেলা।

৯৮। হেলাত কৰ্ম্মৰ নাশ, বুদ্ধি নাশ নিধনীৰ।

৯৯। হেৰাপোৱা ধনৰ চৈধ্য অনাও ভাল।

১০০। হেৰোৱা সময় উভতি নাহে।

১০১। হোঁকা-পানী বন্ধ।

১০২। হোল-গোজ ভকত।

১০৩। হোলোঙাৰে কাণ বিন্ধা।

১০৪। হোৱা আঞ্জাত ( শাকত ) লোণ দিয়া।

১০৫। হোলাৰ ভাই মোলা।

১০৬। হোঁকাটো লাগেনে ঘৰ ঘৰণি লাগে।

১০৭। হৰিণ মৰে কোমল ঘাঁহ খাই, বামুণ মৰে ধৰি।
বৌ মৰে ঢৌ দি, কুকুৰা মৰে পৰি॥*

( * সাধুকথা )

১০৮। হৰিৰ নামক যিটো কৰয় হেলা।
যমে যাতনা দিয়ে মৰণৰ বেলা॥

১০৯। হৰ ছলি বুলিব বাপ।
তেহে গুচিব মনৰ তাপ॥

১১০। হস্তীৰো পিছলে পাও।
সজ্জনৰো বুৰে নাও॥

১১১। হৰি হৰি টক্ টক্।
এটা মুগাৰ ভৰপক॥

১১২। হৰিৰ নামতো নাই ৰতি।
ঘৰৰ বনো হল খতি॥

১১৩। হওঁতেও হয় চকলা নেমু।
যেনিয়ে পোনোৱা তেনিয়ে চমু॥

১১৪। হওক-নহওক বোৱনী।
পথাৰখন গুৱনি॥

১১৫। হৰিয়ে দিব হাবিৰ হৰিণা, পুৰুষে দিব বৰা।
গুৰুৱে-ভকতে দিব লাগিলে, খাবানো কেইচপৰা॥

১১৬। হয় বেটী হয়।
এৰীয়া মেখেলাৰ তিনটা সিয়নি,
বাপেৰৰ বুঢ়ীমাৰ মই॥

১১৭। হনুমন্ত ভাই, নেজত লাগিল জুই।
নিজে নুনুমালে কোনেও নুমাওঁতা নাই॥

১১৮। হক্ হক্ বুৱেনী,খক্ খক্ তাৰ।
গধূলি হ'ল বুৱেনী, মাকোটো লাৰ॥

১১৯। হৰিতকি শুণ্ঠি লোণ যবানী।
তাক খায় নৰে পিৱয় পানী।
ডেৰ-প্ৰহৰ ভৈলে খাব ভাত।
বল শোভা আতি পাৱয় গাত॥

১২০। হৰি হৰে বোৱে দোলা, ধৰ্ম্মে ধৰে ছাতি।
তাতে উঠি চলি যায় কোন পুৰুষৰ নাতি॥*

(* ভকতীয়া)

১২১। হৰি ভক্তিৰ বিষম সন্ধি।
বান্ধিলে মুকলি মেলিলে বন্দী॥*

(* ভকতীয়া)

১২২। হৰি ভকতিৰ ভেকুহি নসয়, কুলাই নসয় বাও।
হেৰ লাৰিকা কি কাম কৰিলি তৰত বুৰালি নাও॥*

(* ভকতীয়া)

১২৩। হস্তীৰ জীয়াৰী আনি বিবাহ কৰায়।
তেতিয়াহে নিগনিৰ দুই দাঁত হয় ॥*

( * ভকতীয়া )

১২৪। হৰি নাম গাই যিটো মহাপাপ হয়।
সেইহেতু সাধু সবে নামক নেগায় ॥*

( * ভকতীয়া )

১২৫। হৰ নহলে দিগম্বৰ কালকূট খায়।
ত্বৰিত গমনে চলে দূৰকে নাযায় ॥*

( * ভকতীয়া )

১২৬। হৰি নাম কীৰ্ত্তনত নাহি কাল দেশপাত্ৰ।
নিয়ম সংযম একোবিধি ॥

১২৭। হায় হায় বস্তুৰ কি বিলাই।
তাকো থৈছে মাটিত পেলায় ॥
যি বস্তুৰ যি পতি।
তুমি জানোঁ কি তিৰী জাতি ॥

১২৮। হাতে দৈ পাতে দৈ।
তেওঁ বোলে কৈ, কৈ ॥

১২৯। হাত-পা লগৰ সঙ্গতি।
ইয়াক এৰি কোনে কৰে নিষ্কাম ভকতি ॥

১৩০। হাল-গৰু নোহোৱাই আগত ৰোৱে।
বিছনা নোহোৱাই আগে শোৱে ॥

১৩১। হাঁহ-চোৰৰ মূৰত পাখি।
কঠাল-চোৰৰ এঠাই সাক্ষী ॥*

( * সাধুকথা )

১৩২। হাতত নাই বিত্ত।
মনে কৰে পিত্ পিত্ ॥

১৩৩। হাতত নাই কণটো।
বৰ সৰাহলৈ মনটো ॥

১৩৪। হাতী হৈ মাখি হলো, গো-খোজত তল গলো।
কচুত ভাঙিলো কাচি ॥

১৩৫। হাল বোৱা জহন-তহন কোব মৰা টান।
তেওঁ নহয় মোৰ বাহী বনৰ সমান ॥
ঢেঁকী দিলা ঢুকা দিলা খুদ্ মলখু খোৱা।
এই যোৰ কলহ দিছোঁ জললৈ খোৱা ॥
পানী আনিলা ছুনি আনিলা, আৰু আনিলা জুই।
চালত আছে ৰঙা পুৰৈ তাকো আনা ধুই ॥
আঁঠীয়া কলৰ কাটিয়া পাত।
ছুয়োলৈ বাঢ়াগৈ ছুগালি ভাত ॥
খালা ব'লা মুখত দিলা গুৱা।
তোমাৰ খনৰ লগতে মোৰখনো লৈ যোৱা চুৱা।
এইফালেও নৈ সিফালেও নৈ।
তাৰ মাজত মৰগৈ হতশ্ৰী হৈ ॥*

( * সাধুকথা )

১৩৬। হাল বালে উঠে দলি।
মঙ্গল চালে খোজে বলি ॥

১৩৭। হাঁহে বিঘিনি। পাদে লখিমী ॥

১৩৮। হাতৰ নিব কাণৰ নিব।
দহো আঙুলিৰ কোনে নিব ॥

১৩৯। হাল বাই ৰাতিৰ পৰা।
ভাতে নাটে কাতিৰ পৰা ॥

১৪০। হাতত নাই পইচা-কড়ি।
বিছুৰ বজাৰত লৰা-লৰি ॥

১৪১। হাতখন লৰিলেহে পাতখন লৰে ।
খাবৰ পৰত ডাকখিনি পৰে ॥

১৪২। হাতী চুৰ কৰি আগে আগে যায় ।
বেঙেনা চোৰক ধৰে ॥

১৪৩। হাতীৰ পিঠিদি ( হাতীৰ শুঁৰত ) আহে-যায় ।
হুম্বা দেখি মূৰ্চ্ছা যায় ॥

১৪৪। হাতে-মুখে আছোঁ মই ।
বোৱনী-কাটনী আন তই ॥

১৪৫। হাল মৰিকা, ফাল মৰিকা* বিধান কেইটা পৰৰ ।
গৰু কেইটা খুজি অনা, শ'ল বাৰিটো ঘৰৰ ॥

( * মৰিকা=মৰকীয়া )

১৪৬। হাড় সাথা (?) পাতল কোৰ ।
বাটত পালে নিনিয়ে চোৰ ॥

১৪৭। হাতী-ধোঁৱাই নেপাই ঠাউনী ।
ভেৰাই বোলে কিমান পানী ॥

১৪৮। হাবিৰ লতা ।
সান্দহ খাই পানী গাত পেলালে, কেনেকুৱা মতা ॥

১৪৯। হাতৰ লাখুটি বাটৰ সাৰথি,
বিপদৰ সাৰথি ভাই ।
ভাৰ্য্যা শুৱনি বেইতা তিৰুতা,
গোহালি শুৱনি গাই ॥

১৫০। হাঁহ নিলে হেঁপাই ।
এনে কথা কব নেপাই ॥

১৫১। হাতত নহলে সম্বল ।
সকলো কাৰ্য্য নিষ্ফল ॥

১৫২। হাঁহ পোৱালী নিলে শেনে ।
তুমি যেনে ময়ো তেনে ॥

১৫৩। হাতো ডাঙৰ ভৰিও ডাঙৰ,
ডাঙৰ মানুহৰ জী।
থুৰীয়া তামোলে মুখ নভৰে,
এখন দি কৰিবি কি॥

১৫৪। হাতত পিন্ধে মণি-মাদলী, গলত পিন্ধে খাৰু।
পিঠাগুৰিৰ হাল বাই, চপৰা বান্ধে লাৰু॥

১৫৫। হাবুঙত লোণ সস্তা।
দেহৰ বা কি অৱস্থা॥

১৫৬। হালোৱাৰ লচ্-পচ্ মৈত লৰে গৰু।
শিপিনীৰ লচ্-পচ্ বয় সুতা সৰু॥

১৫৭। হাড় নাইকিয়া জিভা।
মাতে কিবা কিবা॥

১৫৮। হাজাৰী বৰুৱাৰ নাতি।
টিকায়ো নকৰে কাতি॥

১৫৯। হাজাৰ কৰ মোৰ মোৰ।
বুকুৰ মঙহ খাম তোৰ॥

১৬০। হাতত খালে হাতী পোকে, ভৰিত খালে উঁয়ে।
এখন এখন তামোল দিছে, ঢেঁকীথোৰা মুয়ে॥

১৬১। হাঁহো মৰা। শিয়ালো খঁৰা॥

১৬২। হাগি খায়, খায় মূতে।
তাৰ ঘৰ কোন বৈদ্যই লুটে॥

১৬৩। হালত মৰে হালোৱা গৰু, গোহালিত মৰে গাই।
পানী খাওঁতে দমৰা মৰে, পোকৰ থেকেচা খাই॥

১৬৪। হালবাই আহিলা প্ৰভু পৰম দুখীয়া।
ঢেঁকীত ধান যুৰি মই আছোঁ ৰখীয়া॥
ধান মুঠি বান্দা প্ৰভু খুদ মুঠি খোৱা।
কাষত কলহ লৈ পানীৰ ঘাটক যোৱা॥

ইফাল-সিফাল কৰি আনি দিয়া জুই।
ছালৰ পৰা পাৰি দিয়া এসোপা পুই ॥*

( * সাধুকথা )

১৬৫। হাঁহৰ নাৰী ভেটৰ ঠাৰি।
তাকে দিছে ভাগত মাৰি ॥

১৬৬। হাতখনি লৈ যোৱা।
মুখখনি থৈ যোৱা ॥

১৬৭। হাবি ভাঙিল হাবিৰে হৰিণা,
জাল ছিঙি সোমালে ৰৌ।
বুকুত গুলি লৈ মহাত্মা মৰিলে,
পৃথিবীত থৈ গ'ল ঢৌ ॥*

( * অৰ্ব্বাচীন )

১৬৮। হাবিৰ বটা।
খাব নাপায় ঘৰৰ মতা ॥*

( * সাধুকথা )

১৬৯। হাবিৰ হৰিণী।
খাব নাপায় ঘৰৰ ঘৰিণী ॥*

( * সাধুকথা )

১৭০। হাগিলে চ'তত।
পোকৰ ধুলে জেঠ মহীয়া ৰ'দত ॥

১৭১। হাবিত ৰক্ষা কৰক ঢেকীয়াপতীয়া বাঘে।
মুকলিত ৰক্ষা কৰক তাঙনী ফেঁটী সাপে ॥
জলত ৰক্ষা কৰক ভঙা নৌকাই।
চৰকাৰৰ ঘৰত ৰক্ষা কৰক পখৰা সৌকাই ॥

১৭২। হাতে লেচাই লেচাই বলো মুগাৰ চেলেং,
ভৰি লেচাই লেচাই ব'লো।
নিবৰ বেলিকা এখনো নিনিলো,
ঘুমলীয়া আইলৈ থ'লো ॥

১৭৩। হাতীৰ খোজত চাউল-কঠি বচ্চালো,
উতলি-পাতলি পৰে।
কোনোবা শত্ৰুৱে দলিটি মাৰিলে,
মোৰ চেনাই লঘোনে গ'লে ॥

১৭৪। হাতে দিয়ে দাঁতে চোবায়।
জিভাৰ জুতি গলেৰে যায় ॥

১৭৫। হাতী-ধোঁৱা নদীৰ সোঁত।
হাঁহি উঠা দীঘল ঠোঁট ॥

১৭৬। হাস্নি-হিকটি মৰণ চিন।
বেজৰো বেজ শেষৰ দিন ॥

১৭৭। হাতৰ সলনি খুচৰে লুৰি।
সকলো কামৰ বুদ্ধিহে গুৰি ॥

১৭৮। হাঁহক নাৰীগণ তাতো নাই লাজ।
নিয়ক গৰুগণ, তাতো নাই কাজ ॥

১৭৯। হাক নাই ঢাক নাই।
গাভৰু তিৰীৰ নাক নাই ॥

১৮০। হাজৈইলা ফটা, সৰ্থেবেইৰা লটা।
শুৱালকুইছা আপি নলবেইৰা জাপি ॥
কনৰীয়াৰ নাওৰ খোঁচ।
চেঙলীয়াৰ মোচ ॥
কাশীত বাস।
বিহাৰৰ ৰাস ॥
আসামৰ হলি।
বৰপেটাৰ ছলি ॥

১৮১। হাতে ছলি মাৰবাৰ নাও।
পাতত বহিলে খাবাৰ যাওঁ ॥

১৮২। হাল এৰি কোডাল*।
তেওঁ নাপাওঁ বদল* ॥
(* কোডাল=কোৰ। **বদল=সলনি।)

১৮৩। হাতক গেলো বস্ত্ৰ আনলু, হাত চাইবা গেলু।
লাভালাভ একো নাই, কেৱল শুখালু ॥

১৮৪। হালোৱাৰ কাণত কাপ-কাঠী।
কোনে ভাঙিব টঙনা মাটি ॥

১৮৫। হাঁসে খলখলি মাতে সোধোঁতে।
ঘৰৰ ভিতৰে বজাৰ পাতে ॥
যেই-যিবা কয় বিচাৰি ফুৰে।
সেই নিৰ্গতনীক লক্ষ্মীয়ে এৰে ॥

১৮৬। (জোঁৱাই) হাতীৰ দাঁতৰ কৰা, বদত জিলিকিল পুৰা।
দুহাল বাবলৈ তিনটা লাগে, শহুৰ ছোৱালী দিয়ানে নিদিয়া ॥
(শহুৰ) হাস্তো পদুমী ভৰিও পদুমী, ডিঙিত নাকৌকুৰা।
তাকে চাই জোঁৱাই ছোৱালী নিয়ানে নিনিয়া ॥*
(* সাধুকথা)

১৮৭। হাঁচি জেঠি উজুটি খালে।
মিছা নহয় সৰ্ব্বকালে ॥

১৮৮। হাতে কাজী মুখে কাজী।
পোকৰেও আছে ৰাম-তাল বাজি ॥

১৮৯। হাগুৰী বুঢীয়ে পালেহে চল।
ছাগি ভৰালে থেকেৰা তল ॥

১৯০। হাতী ভালুকত বাগি।
বৰাত মাটি, গড়ত উঠি ॥

১৯১। হাতীচোং জাজৰী।
কথাৰ কালে আজৰি ॥

১৯২। হাতুৰী লৈ আহ মৰিয়াও কঁথা,
বটালী লৈ আহ মৰিয়াও কঁথা।
সোপাসোপে ওলাই যক নামৰ জোঠা ॥*

( * ভকতীয়া )

১৯৩। হাতে খোজ কাঢ়ি ফুৰে, ভাত বান্ধে ভৰি।
মুখে শুনে, কাণে খায়, নাকে আনে ধৰি ॥*

( * ভকতীয়া )

১৯৪। হাল নাই কোৰ নাই মাটি তাৰ নাই।
আগে-পাচে আঁঠ গুটি ভাণ্ডাৰ আছয় ॥*

( * ভকতীয়া )

১৯৫। হাত-কটা আছি পাচে ঢোলক বজায়।
তেতিয়াহে মৰাশৰে চকুমেলি চায় ॥*

( * ভকতীয়া )

১৯৬। হাবিয়ে হাবিয়ে ফুৰে ডোম।
তাৰ পোকৰত এডালি লোম ॥*

( * ভকতীয়া )

১৯৭। হৰিৰ ঘৰৰ ভাত সদায় খাৱয়।
তেতিয়াহে জাতি-কুল সবাকে ৰাখয় ॥*

( * ভকতীয়া )

১৯৮। হাহঁৰ চানা পিত্ পিত্।
তোৰে মোৰে একে চিত ॥
গুৱাহাটী গড়গাওঁ।
ইয়াতে থাকি ৰং চাওঁ॥

১৯৯। হালোৱা লবা বিভাৰ মুৱা।
দুভাগ নিশাত বিচাৰে গুৱা ॥
শত ভাঙি কৰ পঞ্চাশ।
দয়ে-বামে কৰিবা চাষ ॥

ছাঁ আছি ছাঁ যাব ।
তেবে ভাত আঁতি খাব ।

২০০ । হিন্দুৰ গুৰু, মুছলমানৰ পীৰ ।
নামানিলে হয় কাফিৰ ॥

২০১ । হিৰ্ হিৰি গিৰ্ গিৰি ।
হাতীৰ কপালে তহচিলদাৰী ॥

২০২ । হিংসুক যায় অধঃপাতে ।
দুখী যায় ( খায় ) পেটে-ভাতে ॥

২০৩ । হিৰ্ হিৰ্ নকৰ, গিৰ্ গিৰ্ নকৰ,
ওপৰে নিদিবি জল ।
বৌ মাছৰ মূৰাৰ নিমিত্তে বনবাস খাটিলো,
মোৰ বোপাই পাৱক যাই ঘৰ ॥*

( * সাধুকথা )

২০৪ । হিয়া খাল পিঠি মেঁচা ।
ডাকে বোলে তাইক তেখনে বেচা ॥

২০৫ । হীৰা মাণিক থাকে অপাৰ ।
খুদ-গাল নহলে মৰণে সাৰ ॥

২০৬ । হুদি-মুছদি দুখনি গুৱা ।
তাক নাখালে মুখ হব চুৱা ॥

২০৭ । হুৰ-মুৰ যাত্ৰা ।
যি কৰে বিধাতা ॥

২০৮ । হুৰ-মুৰ যাত্ৰা যাব ।
সৰ্ব্বসিদ্ধি তাৰ ॥

২০৯ । হুচু, কাক, ৰৱয় যাৰ পাশে,
সিজনৰ মৰণ মিলে অৰণ্যে ॥

২১০ । হৃদয়েহে জানিছে ।
ধান বনাদি বানিছে ॥

২১১। হেৰাইপোৱা মাণিক। পৰিল পানীত ॥

২১২। হেঁপাই আনিলে তিৰী।
বোন্দা হ'ল ওপৰতে গিৰী ॥

২১৩। হেঁকাই টিলিকি বাওঁ।
মিছা ধৰি ফিচা খাওঁ ॥

২১৪। হেৰিয়াৰ ঘৰৰ পৰা হেৰিটো আনিলো।
হেৰিয়াৰ জীয়েকক ৰান্ধিবলৈ দিলো ॥
ছালে সোতা-সোত।
হাড়ে গোটা-গোট ॥
হেৰিয়াৰ ঘৰৰ পৰা হেৰিটো আনিলা,
হেৰিয়ে আছিল চান্দি।
হেৰিয়াৰ জীয়েকক কওঁগৈ যদিহে,
এতিয়াই নিবহি বান্ধি ॥*

( * সাধুকথা )

২১৫। হেলাত গ'ল মানবী জনম,
অকলৈ মৰিব কান্দি।
ভৱ-সাগৰত পৰি তল গল
বিষয় গলত বান্ধি ॥

২১৬। হেটমূৰীয়া গিৰী, লেকৰা ওঁঠীয়া তিৰী।
সাঁজৰ কোবত গাজে দেৱ।
ইতিনিৰ আশয় নেপায় কেও ॥

২১৭। হৈছোঁ মই ওজাৰ ভাই।
গুণ-জ্ঞান হ'লে একো নাই ॥

২১৮। হৈ ( থৈ ? ) আহিলো কুৰ্ম্মাৰ গোন্ধে।
কুৰ্ম্মাৰ গৰু বাজত বান্ধে ॥
বান্ধোতেও বান্ধে।
ধোঁৱা-বুন্দাও নেদে ॥

২১৯। হোল-গোজা ভকতক দলি ভাৰ বয়।
থাৰন-পিন্ধনকহে ভক্তি বুলি কয় ॥*

( * ভকতীয়া )

২২০। হৌ-হৌৱা জেশাহুৰ পাল।
নেওতা* ( নিমন্ত্ৰণ ) খাবৰ থল নাই ॥

( * নেওতা=নিমন্ত্ৰণ )

২২১। হৌ-হৌৱা জেশাহুৰ পাল।
হাল খতি হ'ল বতৰ কাল ॥

## ক্ষ

১। ক্ষণে কষ্ট ক্ষণে তুষ্ট।

২। ক্ষন্তেকৰ ভোজ খাওঁতা নাই।

৩। ক্ষুদ্ৰনাসা যাৰ ওঁঠ ডাঙৰ।
কুটকুৰা কেশ হোৱে যাহাৰ ॥
ডাঙৰ মস্তক খৰ্ব্ব যে বাণী।
যদি হোৱে তাই ৰাজ নন্দিনী ॥
তথাপি নাহি গৃহৰ কামৰ সুখ।
সৰ্ব্বকালে তাই ভূঞ্জিবে দুখ ॥



# ওপৰঞ্চি

## অ

১। অহা মুখেই যোৱা।

## আ

১। আইধৰত কৈ বাইধৰ চাৰ হোৱা।

২। আউনীআটীৰ গোবিন্দ ঠাকুৰ জীৱৰ অধিকাৰী।

৩। আও কুকুৰৰ ভাও ধৰা।

৪। আঁহনেজীয়া বাঁহনেজীয়া।

৫। আপোনাৰ মাৰ আপুনি চিন্তা।

৬। আপোনাৰ ফান্দত আপুনি পৰা।

৭। আভোকৰ ন মুঠি।

৮। আই লুডুৰী কড়াই-ভাঙ্গী,
বোপাই লুতুৰী বাণিজলৈ যায়।

৯। আঙ্ মৰা কহি (?)।
ঘৰে থাকে বহি॥

১০। আগে কৰা কল।
মাজত দিবা আন ফচল॥
পাবা তেতিয়া কলৰ ছাঁহ।
সীমাত কদাপি নুকৰা বাঁহ॥

১১। আগে কৰা বাৰীত কল।
পিচে বিচাৰিবা বিয়াৰ চল॥
লৰাই কান্দিলে কল-ভাত দিবা।
টকা-কড়ি ব্যয় নহয় চাবা॥

১২। আজিনে কালি। আহুনে শালি॥

১৩। আবেলি বেলিকা ঘাটলৈ গৈছিলো
বাটত গধূলি হ'ল।
মাৰে সুধিলে কবি কি বুলি
লোটাটো বাগৰি গ'ল॥

১৪। আম-পাত ছৰতীয়া কঠাল-পাত ছৰতীয়া।
গৰুচোৰ গৰুচোৰ বেবেজীয়া॥

১৫। আহাৰে-শাওণে কৰা কল।
শীঘ্ৰে পাবা কষ্টৰ ফল॥

## ই

১। ইকুলো যোৱা সিকুলো যোৱা।

২। ইয়াতে থাকিবা বৈ।
এখনি হাঁচটি বৈ থৈ আহিছোঁ
সোমাই লৈ যাবা গৈ॥

## উ

১। উকমুকৰ পোৱালি।

## এ

১। এৰা গুটি তিনটা।
তাৰহে আমাৰ চিন্তা॥

## ও

১। ওম্ তৎসৎ চকাৰ-বকাৰ নোবোলা।

২। ওখ ঘৰ হুটঙা তিৰী।
সেই গিৰী হুতচিৰি॥

## ক

১। কটোৰ তিনিচুক নিচিনা।

২। কণাৰ আগত লেংটা হলে লাভ কি ?

৩। কলতলৰ কলিতা।

৪। কান্দনি কলাইৰ ভাৰ।

৫। কেঁচুৱাই কান্দিলেহে কল পায়।

৬। কাটিলে বাঁহ পৰে।
মেলিলে হাঁহ চৰে॥

৭। ক'ৰপৰা আহিছা মোহা।
আন্ধাৰে-মুধাৰে বহা॥

৮। কল কৰা আগে।
বিয়া পাতিবা পাচে॥
কলো হব। লৰায়ো খাব॥

৯। কাউৰী কেতেকলীয়া।
মৰিবলৈ জীবলৈ সখি বন্ধালো,
তায়ো হ'ল ৰজাঘৰীয়া॥

১০। কালি ৰাম ৰজা হ'ব কত মনে আশ।
কিন্তু কোনে জানিছিল হ'ব বনবাস॥

১১। কালী বেজবৰুৱাৰ বড়ি।
দণ্ডী বেজবৰুৱাৰ ঘড়ি॥
ভুবন বাবুৰ খত্।
কৃষ্ণ পেস্কাৰৰ মত॥*

( * অৰ্ব্বাচীন )

১২। কৃষ্ণৰ অষ্টমী ভীমৰ একাদশী
পাগলাৰ চৈধ্য পাগলীৰ আঁঠ।
ইয়াক যি নকৰে সি জনম কাঠ॥

## গ

১। গুৰু এৰি ভক্তি কৰা।

২। গু গুচি কৰে গুৱকৰাই
আজা গুচি কৰে লোণে,
পোকবৰ নোমে গোসাঁই গুচি কৰে
ইকথা জানিব কোনে।

## চ

১। চেঙেলী টোপ্ টোপ্ (টোক্ টোক্)।
টেঙা দি খাম তোক॥

২। চোতালৰ আগৰে টেঙেচি শাক।
আমাৰ বলোৰামে নাখায় তাক॥
খাব যে খাব টকালি মাৰি (পাৰি)।
শাহু আয়ে ৰান্ধিছে বাহু জোকাৰি॥

৩। চোতালৰ আগৰে জাতি বাঁহ এজুপি
সদায় চপাই (জপাই) দিওঁ মাটি।
নমৰোঁ মানে কৰোঁ কাঠী-কামী
মৰিলে খোচনি বাৰি॥

## ছ

১। ছয় পো বাৰ নাতি।
তথাপি বুঢ়ায় নাপায় মাতি॥
গোমতী তীৰত মৰিব পাচে।
তাৰ পিচত আৰু কিবা আছে॥*

(* সাধুকথা)

## জ

১। জাজৰী। কথাৰজালে আজৰি॥

## ট

১। টেঙৰতকৈ টেঙৰ আছে, ভুল নাই তাত ।
সোমোৱাৰ আগে জানিব লাগে ওলোৱাৰ বাট ॥

## ত

১। তিৰীক নেমাতিবা নিতে ।
বাঁহ খৰি নিদিবা চিতে ॥

২। তেৰ টিপা তিনি কুটন্ ।
তেহে দেখিবা ভাণ্ডৰ কুটন্ ॥

৩। তিৰোতাৰ শুৱনি মাত ।
হাতীৰ শুৱনী দাঁত ॥
বাজনৰ শুৱনি বাঁহী ।
পুৰুষৰ শুৱনি হাঁহি ॥

## দ

১। দোৱা শৰণীয়া ।

২। দানে কি মান জানে ।
কটৰাই কি পাদি মৰে ॥

৩। দিখৌৰ গৰা । বামুণ পৰি মৰা ।

## ধ

১। ধকুধকৈ বগীমলা ।
দেখিলে কি বেথা লগা ॥

## ন

১। নিতৌ চাপনী টোপোলা বান্ধে ।

২। নতুন কলৰ নেকাটিবা পাত ।
তেতিয়া কলৰ নেযায় জাত ॥

৩। নেখাওঁ নেখাওঁ বহিলি পাতত।
থেৰথেৰকৈ সোমাই গ'ল এন্দুৰৰ গাঁতত॥

৪। নেকাটন্ কটাৰী, অবুজন পো।
নৈৰ সিপাৰৰ মাটি, গৰীয়া গো॥
চেক্‌চেকী তিৰোতা লঠিয়ন্ গাই।
এই কেইটাৰ কথা শুনি শৰীল মৰি যায়॥

## প

১। পথালিয়ে কাটিলেও কোমোৰা,
দীঘলে কাটিলেও কোমোৰা।

২। পৰিল পানীত হেৰাল মাণিক।

৩। পাৰ পালে যমুনা মাৰিদে লঠীয়া।

৪। পৃথিবী এৰি পাও দিয়া।

৫। পোন্ধৰ-যোলহাত দূৰে কল কৰা।
চেঁচুক-গেলেপা বাৰী নহয় চাৰা॥

৬। পীৰা দিলে ফুটা, চাউল দিলে ছুটা।
ছুৰ্‌ছুৰ্‌কৈ চোবাই দিওঁ জেশাহুৰ মূৰা॥

## ফ

১। ফেঁটী সাপে কঁকালৰ কোব নাপাহৰে।

## ব

১। বান্ধত বাগৰা।

২। বামুণ বিতলীয়া।
( বিতলীয়া বামুণ। )

৩। বাবৰ গাঁঠিয়েও জুগুনা।

৪। বাঁহৰ লেকেচি, বাটত নিম থেকেচি,
ঘৰত দিম গোবৰৰ খদা।*
(* খদা—খৰাহী)

৫। বাটিটো চুচি খায়।
ভিতৰলৈকো চকু যায়॥

৬। বাৰ ঘোচা তেৰ থাপৰ।
তেহে গুচিব চাদাৰ ফাপৰ॥

৭। বুঢ়া-বুঢ়ীৰ চা খোজ।
বুঢ়াই বোলে খা ভোজ॥

৮। বৃদ্ধস্য ৰমণী। জলদা তৰণী॥

## ভ

১। ভাই নমৰক, দুখীয়া হক।

২। ভগা খৰাহীৰ পিতলৰ বাও।
মৰিয়ণীৰ ছোৱালীৰ সোণপাহি নাওঁ॥

৩। ভদীয়া কাউৰীয়ে কৰে কেলৈ কেলৈ,
যাগৈ ভটিয়াই গুচি।
আমাৰে জীয়ৰী হ'ব ৰবে বৈৰী
নাপাবি পোতনি খুজি॥

## ম

১। মন কৰিলেই চন।
বাকৰি মাটিতেই ধন॥

২। মৰিকলঙৰ মূঢ়া।
হাতে কাজী হৈ কি বাল ছিঙিলা
গৰখীয়াৰ পইতা খোৱা॥

৩। মাছৰ গোন্ধে খাবি।
মিতিৰৰ গোন্ধে যাবি ॥

৪। মাহী আছিছে হাঁহি, পেহী আছিছে দেহি।
জেঠাই, আছিছে গেঠাই ॥

### ৰ

১। ৰজাৰ দণ্ডী বনত বাস।

২। ৰাতি দুপৰত সাত হাল বোৱা।
দিনত সোবোপা দুপৰলৈ শোৱা ॥

### ল

১। লোকৰ বস্তু হৰং ( হৰণ ),
গতি নাই মৰং ( মৰণ )।

২। লোণ খাই যাৰ।
গুণ গাই তাৰ ॥

### শ

১। শনিপতীয়া মানুহ।

### স

১। সাত শিয়ালৰ বাগি।

২। সকজনী সতিনী বাঁহতলৰ যখিনী
কিয় হুয়া-হুয়া কৰ।
মাৰ যদি মাৰিবি, গাতে মাৰিবি
খেজেলা-খেজেলি কিহৰ ॥

### হ

১। হাতকুচি মঙহ খোৱা।
ছালতো ঢুকুম্‌কুম্ বোৱা ॥

২। হাতে হবি কাজী ছোৱালী মুখে হবি জাতি।
তাতো যদি জোকাই লয় পাচত দিবি লাঠী॥

৩। হাতৰে আঙুলি চিৰলা-চিৰলি
ভৰিৰে আঙুলি ঘন।
ভৰিৰ আঙুলিয়ে মাটি খুচৰিলে
কালৈ কৰিলা মন॥

৪। হেনয় স্বভাৱ নিদাৰুণ স্ত্ৰী জাতি।
ভাই ভাই বেলেগাৱে মাজে দিয়া কাটি॥*

(* ৰামায়ণ)



# শুধৰণী

( অৰ্থৰ বিসঙ্গতি ঘটোৱা কেইটামান বিশেষ ভুলৰ শুধৰণী তলত দিয়া হ'ল। অনুগ্ৰহ কৰি শুধৰাই লৈ পঢ়িব। )

## ভূমিকা

| পৃষ্ঠা | শাৰী | হৈছে | হ'ব লাগে |
|---|---|---|---|
| (৯) | ২২ | প্ৰতিপদৰ | প্ৰতি পদৰ |
| (১৬) | ১৯ | দক্ষিণকালে | দক্ষিণফালে |
| (২০) | ১৪ | হুঁতাশ | হুঁতাশ |
| (২১) | ৩ | যা | বা |

## প্ৰবাদ

| পৃষ্ঠা | শাৰী | হৈছে | হ'ব লাগে |
|---|---|---|---|
| ৫ | ১৪ | মাটি-গেলা গু | মাটি, গেলা গু |
| ১৪ | ১৭,১৮ | আচল | আঁচল |
| ২৪ | ১৮ | বাৰীয়ে | বাঁৰীয়ে |
| ২৬ | ৫,৭ | আচল | আঁচল |
| ৩১ | ৫ | বৰতোপ | বৰতোম |
| ৪১ | ১২ | পৰিল | পৰিল |
| ৪৮ | ১৭ | বৰচিৰি | বৰচিৰি |
| ৫৬ | ১০ | হ্থ | থ |
| ৭৭ | ৪ | তিৰীৰ | তিৰীৰ |
| ৯০ | ২৩ | বেটাৰ | বেটীৰ |
| ১৪২ | ১৪ | চকৰী | চকৰা |
| ১৪৫ | ৩ | নামাপৰাধ | পাৰণ্ডমৰ্দ্দন |
| ১৪৭ | ১২ | মোধো | সোধোঁ। |
| ২০৮ | ১১ | মাতিনী | নাতিনী |
| ২২১ | ১২ | [illegible] | [illegible] |

| পৃষ্ঠা | শাৰী | হৈছে | হব লাগে |
|---|---|---|---|
| ২২৫ | ১২ | ৰেৰ | ৰেঁৰ |
| ২৩১ | ৩ | বিহুৰ | কিহৰ |
| ২৩১ | ১৮ | শোলি | শালি |
| ২৩৪ | ১৩ | ননহোঁ | নহোঁ |
| ২৫১ | ৭ | চেকুৰ | চেকুৰ |
| ২৮০ | ১২ | দোপচুঙা | ফোপচুঙা |
| ৩২৪ | ১২ | পঢ়ুক | পঢ়ুৱা |
| ৩৪৪ | ৪ | পাৰা | পাবা |
| ৩[illegible]২ | ১৬ | ককট | কৰ্কট |
| ৩৬৭ | ১৯,২১ | পাঙযোৰ | পাভযোৰ |
| ৩৭৮ | ১৮ | যমকি | থমকি |
| ৪১৭ | ১১ | পিন্ধিয় | পিন্ধয় |

## ওপৰঞ্চি

| পৃষ্ঠা | শাৰী | হৈছে | হব লাগে |
|---|---|---|---|
| ৪৩৯ | ৯ | লুভুৰী | লুতুৰী |
| ৪৪৬ | ৪ | জেঠাই | জেঠাই |